# যজ্ঞেশ্বৰ শৰ্মাৰ প্ৰবন্ধ চয়ন

সম্পাদনা প্ৰফুল্ল মহন্ত



আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা
অসম

*Jajneswar Sarmar Prabandha Chayan :* a collection of essays written by Jajneswar Sarma, edited and published by Dr. Prafulla Mahanta, Director, Anundoram Borooah Institute of Language Art & Culture, Assam, Rajaduar, North Guwahati, Guwahati - 781 030, India.

প্ৰথম প্ৰকাশ ঃ জুলাই, ১৯৯৮

মূল্য ঃ ১২৫·০০ (শোভন সংস্কৰণ)
১০০·০০ (বিদ্যাৰ্থী সংস্কৰণ)

প্ৰচ্ছদ ঃ উদ্দালক দত্ত

টাইপ্ চেটিং ঃ শৰাইঘাট ফটো টাইপচ্
উদ্যোগ পাম, বামুণীমৈদাম,
গুৱাহাটী ৭৮১০২১

**মুদ্ৰক ঃ শৰাইঘাট ফটো টাইপচ্
উদ্যোগ পাম, বামুণীমৈদাম,
গুৱাহাটী ৭৮১০২১**

# প্ৰকাশকৰ একাষাৰ

অসমৰ থলুৱা ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশ সাধনৰ উদ্দেশ্যে প্ৰতিষ্ঠিত, আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই ইতিমধ্যে ভালেকেইখন গৱেষণামূলক গ্ৰন্থকে ধৰি উনৈশখন গ্ৰন্থ প্ৰকাশ কৰাৰ উপৰিও সামগ্ৰিক অসমীয়া শব্দকোষ, তিনিটা থলুৱা ভাষাৰ অভিধান প্ৰণয়ন, ছটা খণ্ডত অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণয়ন আৰু অসমৰ থলুৱা ভাষাসমূহৰ অধ্যয়ন এই চাৰিখন বৃহৎ আঁচনি ৰূপায়ণ কৰি আছে। বিদ্যায়তনিক কাম-কাজৰ লগতে সংস্থাই প্ৰতি বছৰে একোগৰাকী বিশিষ্ট পণ্ডিতলৈ আনন্দৰাম বৰুৱা বঁটা আগবঢ়াই আহিছে।

উনৈশ শ ছয়ানবৈৰ চনত আনন্দৰাম বৰুৱা বঁটা প্ৰদান কৰা হৈছিল বিশিষ্ট পণ্ডিত সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা ডাঙৰীয়াক। সেই সময়তে সংস্থাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে দৃষ্টি আৰু শ্ৰৱণ শক্তি হেৰুৱাই শয্যাশায়ী হৈ থকা পণ্ডিত গৰাকীৰ ৰচনাসমূহৰ এটি নিৰ্বাচিত সংকলন প্ৰকাশ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে।

সংস্থাৰ পৰিচালনা পৰিষদৰ সভাপতি, অসমৰ উচ্চ শিক্ষা মন্ত্ৰী শ্ৰীথানেশ্বৰ বড়ো আৰু কাৰ্যনিৰ্বাহক সমিতিৰ সভাপতি অধ্যাপক নৰকান্ত বৰুৱাৰ উৎসাহ, পৰামৰ্শ আৰু তৎপৰতাৰ কাৰণেই গ্ৰন্থখনি কম দিনৰ ভিতৰতে পাঠকৰ হাতত তুলি দিব পাৰিলো। সংস্থা তেখেতসকলৰ ওচৰত কৃতজ্ঞ। ৰচনাসমূহৰ ভাষা, তথ্য আদিত চকু ফুৰাই দিয়াৰ উপৰিও তিনিবাৰকৈ প্ৰুফ চাই দি আমাক সহায় কৰা অধ্যাপক বিশ্বেশ্বৰ হাজৰিকা ডাঙৰীয়ালৈ কৃতজ্ঞতা জনালো।

শৰাইঘাট ফটো টাইপচ্‌ৰ গৰাকী আৰু কৰ্মীবৃন্দৰ আন্তৰিক সহায়-সহযোগৰ কথা পাহৰিব নোৱাৰো। তেখেতসকললৈ ধন্যবাদ জ্ঞাপন কৰিলো।

যজ্ঞেশ্বৰ শৰ্মাৰ দৰে নীৰৱ সাধক, প্ৰচাৰ বিমুখ এগৰাকী কৃতী শিক্ষক, আৰু পণ্ডিত ব্যক্তিৰ ৰচনাৰ এটি সংকলন প্ৰকাশ কৰিবলৈ পাই আমি অত্যন্ত আনন্দিত।

পাঠক সমাজে গ্ৰন্থখনি আদৰি লব বুলি আশা কৰিলো।

**ৰজাদুৱাৰ, গুৱাহাটী - ৩০**
**১১.৬.৯৮**

**প্ৰফুল্ল মহন্ত**
***সঞ্চালক***
**আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা,**
**অসম**

# ভূমিকা

একেবাৰে চাৰিটা দশকৰ শিক্ষা-জ্ঞান দানৰ অভিজ্ঞতাৰে পুষ্ট চাৰি কুৰি তেৰ বছৰীয়া প্ৰচাৰ বিমুখ নীৰৱ সাধক পণ্ডিত গৰাকীক অকালতে দৃষ্টি আৰু শ্ৰৱণ শক্তিয়ে প্ৰতাৰণা কৰিলে। বোধহয় একালৰ কঠোৰ শ্ৰম আৰু স্বাস্থ্যৰ প্ৰতি অমনোযোগিতাই বাৰ্ধক্যত পুৰষ্কাৰ দিবলৈ বাট চাই আছিল। কিন্তু স্মৃতি শক্তিয়ে তেখেতক প্ৰতাৰণা কৰাৰ সাহস কৰিব পৰা নাই।

সুদীৰ্ঘ দুকুৰি বছৰীয়া শিক্ষাদানৰ সফলতা আৰু সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত আগবঢ়োৱা অৱদানে, চাৰি কুৰিৰ দেওনা পাৰ হ'বলৈ ভৰি দঙাৰে পৰা, তেখেতলৈ এফালে যেনেকৈ সন্মান কঢ়িয়াই আনি আছে, আনফালে তেনেকৈ, একালৰ কঠোৰ বৌদ্ধিক-শাৰীৰিক শ্ৰমে, দেহত এটাৰ পিছত এটাকৈ সৰু-সুৰা ব্যাধি জাপি দি আছে। শয্যাশায়ী হ'লেও, স্মৃতি শক্তিক কোনো ব্যাধিয়ে কাঢ়ি নিব পৰা নাই,— পৰা নাই, জাতিটোক সাহিত্য-সংস্কৃতি-শিক্ষাৰ ক্ষেত্ৰত মহীয়ান কৰি তোলাৰ একাগ্ৰ বাসনাক। স্মৃতি শক্তি আৰু বাক শক্তিয়েই আজি তেখেতৰ একমাত্ৰ আশ্ৰয় আৰু সংগী। জীৱনৰ পৰম সুহৃদ, বিশ্বৰ বিভিন্ন ভাষাৰ আপুৰুগীয়া গ্ৰন্থেৰে সমৃদ্ধ, তেখেতৰ নিজা পুথিভঁৰালটিলৈ গৈ সেই গ্ৰন্থ চাব নোৱাৰে। অথচ বিভিন্ন বিষয়ে কৈ যাওঁতে, অৱলীলা ক্ৰমে সেই গ্ৰন্থৰাজি তেখেতৰ মনলৈ আহি থাকে। স্মৃতিৰ মণিকোঠাৰ পৰাই জীৱনজোৰা সম্পদৰাজিক দুহাত উজাৰি জাতিটোক দি আছে। কি অফুৰন্ত প্ৰাণ শক্তি,— কি দুৰ্দান্ত মনোবল!

সেই গৰাকী কৃতী শিক্ষক সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মাক আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই ১৯৯৬ চনৰ 'আনন্দৰাম বৰুৱা বঁটা' প্ৰদান কৰি তেখেতৰ পাণ্ডিত্যৰ প্ৰতি আনুষ্ঠানিক ভাবে শ্ৰদ্ধা নিবেদন কৰে। সেই সময়তে সংস্থাৰ কৰ্ম-কৰ্তাসকলে, শৰ্মা ডাঙৰীয়াৰ ৰচনাৰ এটি সংকলন প্ৰকাশ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। সংস্থাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে গ্ৰন্থখনিৰ সম্পাদনাৰ দায়িত্ব আমাৰ ওপৰতে দিয়ে।

পণ্ডিত গৰাকীৰ আমি এজন গুণমুগ্ধ ছাত্ৰ। তেখেতৰ ৰচনা সম্পাদনা কৰাটো আমাৰ কাৰণে ধৃষ্টতা মাথোন। কাৰ্যনিৰ্বাহক সমিতিৰ সিদ্ধান্তৰ প্ৰতি সন্মান জনাই ৰচনাখিনি পাঠক সমাজৰ সুবিধা হোৱাকৈ আৰু ছপাশালৰ উপযোগী কৰি যুকিয়াই দিছো। লিখকে নিজে বাছি দিয়া আৰু বিজ্ঞজনে আঙুলিয়াই দিয়া চল্লিচখন ৰচনাই এই সংকলনত ঠাই পাইছে। বিভিন্ন সময়ত ৰচিত ৰচনা কেইখনত বিভিন্ন বিষয় উত্থাপিত হ'লেও পাঠকে তাৰ মাজত এক যোগ সূত্ৰ বিচাৰি পাব। চমু কথাত, ৰচনাসমূহৰ নেপথ্যত থকা লিখকৰ মানসভঙ্গীয়ে ৰচনা কেইখনক এডাল সূতাৰে গাঁথি থোৱাৰ দৰে থৈছে।

ৰচনা কেইখনৰ বিষয়ে উল্লেখ কৰাৰ আগতে, ড° মুকুন্দ মাধৱ শৰ্মা ডাঙৰীয়াই সেই সম্পৰ্কে কোৱা এষাৰ কথা উল্লেখ কৰিলো— ''অসমীয়া সাহিত্যৰ ক্ষেত্ৰলৈ অধ্যক্ষ যজ্ঞেশ্বৰ শৰ্মাদেৱে যি খিনি অৱদান আগবঢ়াইছে সেইখিনি মূল্যায়ন কৰিবৰ সময়তো সুবিধাৰ সীমাবদ্ধতাৰ কথা মনত ৰাখিহে কৰিব লাগিব।''*—কথাষাৰ বিবেচনাযোগ্য। যি এক প্ৰতিকূল পৰিবেশৰ পৰা ওলাই আহি শৰ্মা ডাঙৰীয়াই আজিৰ এই অৱস্থা পাইছে, সেই সুদীৰ্ঘ যাত্ৰা পথত আলোকপাত বিহনে তেখেতৰ ৰচনাৰ মূল্যায়ন প্ৰমাদদুষ্ট হৈ পৰিব। কিন্তু এই আলোচনাত সেই সকলোখিনি কথা উল্লেখ কৰাৰ কাৰণে ঠাই নাই। গতিকে প্ৰসংগক্ৰমে মাথো দুই এটা কথা উল্লেখ কৰি যাম।

যজ্ঞেশ্বৰ শৰ্মাৰ নামটো অসমীয়া সাহিত্যৰ ক্ষেত্ৰত বিশিষ্ট নাম হ'লেও, এজন কৃতী শিক্ষক হিচাপেহে তেখেতৰ পৰিচয় ব্যাপক। উজনিৰ তিতাবৰ অঞ্চলৰ বগাৰগাঁও, শৰ্মা ডাঙৰীয়াৰ জন্ম ঠাই আৰু ১৯০৬ চনৰ ৭ ডিচেম্বৰ জন্মৰ দিন। লিখকে বিংশ শতাব্দীৰ দ্বিতীয় দশকলৈকে আলি পদূলি নথকা বগাৰগাঁৱৰ এখন নিখুঁত চিত্ৰ দাঙি ধৰিছে আত্মজীৱনীমূলক ৰচনা ''মোৰ শৈশৱ—জীৱনৰ প্ৰথম দহ বছৰ'' শীৰ্ষক ৰচনাখনিত। তাত উল্লেখ কৰা, লিখকে শৈশৱতে ৰচনা কৰা পদ্যটোৰ তলৰ শাৰী দুটাই অসমৰ গাৱঁৰ মানুহৰ বহু যুগৰ ইতিহাস ধৰি ৰাখিছে—''আগফালে আলি নাই, আছে বালিবাট। বাৰিষা কালি সৰু নৈ, পানী থাকে তাত।''

অসমীয়া ভাষাৰ কীৰ্তি স্তম্ভ, হেমচন্দ্ৰ বৰুৱাৰ অমৰ কীৰ্তি হেমকোষ প্ৰকাশ হয় ১৯০০ চনত আৰু উচ্চ শিক্ষাৰ প্ৰথম প্ৰতিষ্ঠান কটন কলেজ স্থাপিত হয় ১৯০১ চনত। কিন্তু তাৰো বহুকাল পিছলৈকে অধিকাংশ গাঁওবাসী, নিজৰ ভাষাটোৰ লগত পৰিচয় হ'বলৈকে, প্ৰাথমিক শিক্ষা লাভৰ পৰাও বঞ্চিত আছিল। বগাৰগাঁৱত তেতিয়া স্কুল স্থাপন হোৱাই নাছিল। বাইজে স্থাপন কৰা প্ৰাথমিক স্কুলতে শৰ্মা ডাঙৰীয়াই আনুষ্ঠানিক শিক্ষা আৰম্ভ কৰিছিল। সেইখনেই আছিল শিৱসাগৰ জিলাৰ ১১৫ নং প্ৰাথমিক বিদ্যালয়। তেখেতে সেই স্কুলৰ পৰাই বৃত্তি পৰীক্ষাত উত্তীৰ্ণ হোৱাত, স্কুলখনে চৰকাৰৰ পৰা স্থায়ী স্বীকৃতি লাভ কৰিছিল। তেনে এখন গাঁৱৰ পৰা বোকা-পানী খচকি ওলাই আহি, অসমৰ বাহিৰলৈ গৈ ১৯২৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সুখ্যাতিৰে ইংৰাজী বিষয়ত এম্, এ. পাচ কৰি, ঘৰৰ ল'ৰা ঘৰলৈ উভতি আহিছিল। সেই সময়ত ইংৰাজী সাহিত্যত এম্. এ. ডিগ্ৰী লাভ কৰা এজন ডেকাই, সহজে চৰকাৰী উচ্চ পদ লাভ কৰিব পাৰিলেহেঁতেন। তাকে নকৰি শিক্ষকতাকেই জীৱিকাৰ পথ হিচাপে বাছি লোৱাটো অত্যন্ত তাৎপৰ্যপূৰ্ণ। স্মৰণযোগ্য যে সেই সময়ত শৰ্মা

---

* যজ্ঞেশ্বৰ শৰ্মা : জীৱন আৰু প্ৰতিভা, সম্পাদক, যোগেন্দ্ৰ নাৰায়ণ ভূঞা, নগাঁও, ১৯৮৪, পৃষ্ঠা ৯

ডাঙৰীয়াৰ যোগ্যতা আৰু সুখ্যাতিয়ে, কাশী বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাতা পণ্ডিত মদন মোহন মালব্যৰ দৃষ্টি আকৰ্ষণ কৰিছিল। "শৰ্মা ছাৰৰ সুখ্যাতিয়ে ইতিমধ্যে কাশী বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাতা পণ্ডিত মদন মোহন মালব্যৰ দৃষ্টি আকৰ্ষণ কৰিছিল। অসমৰ পৰা এজন শিক্ষক লোৱাৰ অভিপ্ৰায়ত মালব্যদেৱে প্ৰয়াত দেশনেতা অমিয় কুমাৰ দাসদেৱৰ যোগে শৰ্মাদেৱলৈ আহ্বান জনাইছিল। কিন্তু সেই সময়তে যোৰহাটত মহাবিদ্যালয় স্থাপনৰ সু-সংবাদ পাই শৰ্মাদেৱে আৰ্থিক স্বচ্ছলতা আৰু সৰ্বভাৰতীয় খ্যাতিৰ মোহত্যাগ কৰি আনন্দেৰে যোৰহাটত মহাবিদ্যালয় স্থাপনত আত্মনিয়োগ কৰাৰ পথ বাচি লৈছিল।"* দধি মহন্তই তেখেতৰ এটি প্ৰবন্ধত উল্লেখ কৰা, এই কথা কেইষাৰে, শৰ্মা ডাঙৰীয়াৰ ব্যক্তিত্ব আৰু মানসভঙ্গীৰ এটি উল্লেখনীয় দিশত আলোকপাত কৰিছে। নিজৰ জাতিটোক শিক্ষা-সংস্কৃতি-সাহিত্যৰ ক্ষেত্ৰত মহীয়ান কৰি তোলাৰ একাগ্ৰ বাসনাক চৰিতাৰ্থ কৰাৰ কাৰণেই ওৰেটো জীৱন শিক্ষকতাৰ ব্ৰতত ব্ৰতী আছে। তেখেতৰ ৰচনাসমূহেও শিক্ষকৰ দায়িত্বকেই পালন কৰি আছে। জুখি-মাখি প্ৰয়োজনীয় কথাৰে, জীৱনটো অৰ্থপূৰ্ণ কৰি তোলাৰ কাৰণে শিক্ষা আৰু তথ্যৰ সন্ধান দিয়াই হ'ল তেখেতৰ ৰচনাৰ প্ৰধান বৈশিষ্ট্য, যদিও শৰ্মা ডাঙৰীয়াই তেখেতৰ "গদ্য ৰচনাই শিক্ষক বা উপদেষ্টা হ'ব নোখোজে" বুলি কৈছে।

কিছুদিন স্কুলত শিক্ষকতা কৰাৰ পিছত তেখেতে ইংৰাজী বিষয়ৰ ভাষা বিভাগ আৰু সংস্কৃত বিষয়ত এম্. এ. দিয়াৰ লগতে আইন পঢ়াৰো মনস্থ কৰিছিল। ইতিমধ্যে যোৰহাটত প্ৰথমখন বেচৰকাৰী কলেজ স্থাপনৰ কাম প্ৰায় সম্পূৰ্ণ হৈছিল। শৰ্মা ডাঙৰীয়াই ১৯৩০ চনৰ আগষ্ট মাহত 'আপাৰ আচাম কলেজ'ত অধ্যাপক হিচাপে যোগদান কৰে। সেইখন কলেজকে তাৰ পিছৰ মাহত, 'যোৰহাট কলেজ' নামকৰণ কৰা হয় আৰু তাৰ আঠ বছৰৰ পিছত কলেজখনৰ নামৰ লগত, অসমৰ প্ৰথম বি.এ. বুলি খ্যাত জগন্নাথ বৰুৱাৰ নামটো যুক্ত হৈ কলেজখনে 'জগন্নাথ বৰুৱা কলেজ' নাম পায়। ১৯৪০ চনৰ জুন মাহৰ পৰা কিছুদিন শ্ৰীহট্টৰ মুৰাৰী চান্দ কলেজ আৰু কটন কলেজত শিক্ষকতা কৰি পুনৰ ১৯৪২ চনত জে.বি. কলেজলৈ ঘূৰি যায়। ১৯৪৪ চনৰ আগষ্ট মাহত নগাঁও কলেজত অধ্যক্ষ হিচাপে যোগদান কৰে। ১৯৬৮ৰ আগষ্ট মাহত তেখেতৰ আনুষ্ঠানিক শিক্ষকতা জীৱনৰ সামৰণি পৰে আৰু ছেপ্তেম্বৰ মাহত অৱসৰ গ্ৰহণ কৰে। এটা অনুষ্ঠানৰ পৰা অৱসৰ গ্ৰহণ কৰিলেও, যি ব্ৰতত ব্ৰতী তাৰ পৰা কিন্তু অৱসৰ লোৱা নাই। তেখেতৰ চুটি-চুটি, জ্ঞান গভীৰ, তথ্যসমৃদ্ধ ৰচনাই শিক্ষকৰ দায়িত্বকেই পালন কৰি আছে।

সুদীৰ্ঘ চাৰিটা দশক জুৰি কৰা শিক্ষকতা জীৱনত এফালে যেনেকৈ অসংখ্য ছাত্ৰ-ছাত্ৰীক সান্নিধ্য দান কৰিছিল, তেনেকৈ তেখেতে নিজেও জনসমাজৰ

---

* যজ্ঞেশ্বৰ শৰ্মা ঃ জীৱন আৰু প্ৰতিভা, পৃষ্ঠা ৫৪

সান্নিধ্য লাভ কৰিছিল। এটাই জ্ঞানৰ বিস্তৃতি ঘটাইছিল আৰু আনটোৱে গভীৰতা দান কৰিছিল। গাৱঁৰ বোকা-মাটিত ডাঙৰ হোৱা শৰ্মা ডাঙৰীয়াৰ মনত গাঁৱৰ প্ৰাত্যহিক জীৱনৰ সকলোবোৰ প্ৰাকৃত ছন্দই গভীৰ ভাবে ৰেখা-পাত কৰিছিল। শৈশৱৰ সেই কৰুণ-মধুৰ স্মৃতিক সজীৱকৈ ৰখাত জনজীৱনৰ সান্নিধ্যই সহায় কৰিছিল বুলি অনুমান কৰিব পাৰো। অসমৰ লোকায়ত সংস্কৃতিৰ বিভিন্ন প্ৰবাহ আহি তেখেতৰ সৃষ্টিশীল আৰু মননশীল সাহিত্যত মিলি গৈছে। চুটি চুটি বিভিন্ন ৰচনাৰ ভাব তৰংগৰ শীৰ্ষত জনমানসৰ উজ্জ্বল উপস্থিতিয়ে পাঠকক বিমুগ্ধ কৰে।

স্বজাতি প্ৰেমেই, শৰ্মা ডাঙৰীয়াৰ জনকৃতিৰ প্ৰতি অনুৰাগৰ উৎস। পাহৰিলে ভুল হ'ব যে আধুনিক শিক্ষিত মধ্যশ্ৰেণীৰ স্বদেশানুৰাগৰ লগত এই স্বজাতি-প্ৰেমক একে শাৰীতে ঠাই দিব নোৱাৰি। ইংৰাজী শিক্ষিত মধ্যশ্ৰেণীৰ দেশপ্ৰেমৰ সীমা অতিক্ৰম কৰি, জনমানসৰ গভীৰত প্ৰবেশ কৰাৰ আন্তৰিকতাৰ পৰাই, তেখেতৰ স্বজাতি প্ৰেমৰ জন্ম। তেখেতে কৈছিল— "চোলাটোত কেইটা বুটাম আছে তাৰ হিচাপ লোৱাটো বেয়া নহয়, কিন্তু চোলাৰ তলত থকা বুকুৰ মাজৰ হৃদয়ৰ তলীলৈকো চাব লাগে, তেতিয়াই সাহিত্য সাৰ্বজনীন হয়।"* হয়, তেনে সাৰ্বজনীন সাহিত্য তেখেতে সৃষ্টি কৰা নাই, কিন্তু, সৃষ্টিৰ বাট পোনাইছে— 'তোমাৰ সৃষ্টিতকৈ তুমি যে মহৎ'।

শৰ্মা ডাঙৰীয়াৰ প্ৰকাশিত গ্ৰন্থকেইখন হ'ল— ১. শতপত্ৰ (বিভিন্ন কবিৰ কবিতাৰ সংকলন ১৯৩৭), ২. লেফাফা (স্বৰচিত কবিতাৰ সংকলন ১৯৭২), ৩. সাহিত্য সংস্কৃতিৰ প্ৰবাহ (প্ৰথম খণ্ড ১৯৭২, ২য় খণ্ড ১৯৭৭, ৩য় খণ্ড ১৯৮৯), ৪. গুলেস্তাঁৰ সাধু (১৯৭৫), ৫. কণিকা (১৯৭৭), ৬. লক্ষ্মীনাথ বেজবৰুৱা আৰু গাঁৱলীয়া জীৱন (১৯৭৯), ৭. আৰিষ্টটলৰ কাব্য জিজ্ঞাসা (১৯৭৯), ৮. সেই বাবুটো ক'ত (কবিতা সংকলন ১৯৮০), ৯. আজি দুপৰীয়া (কবিতা সংকলন, ১৯৮০), ১০. ফুল আৰু জুই (প্ৰবন্ধ সংকলন, ১৯৮৮), ১১. কাব্য, দেৱতা আৰু মানুহ (১৯৮৯)।

ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই যজ্ঞেশ্বৰ শৰ্মাক লোক-শিক্ষক ৰূপে অভিহিত কৰিছে। ড° ভট্টাচাৰ্যই লিখিছে 'লোক শিক্ষক শৰ্মাৰ আটাইতকৈ ডাঙৰ গুণ সহজ জতুৱা ভাষাত টান কথাটিও সৰলকৈ বুজাই দিব পৰা ক্ষমতাত।'** এই গ্ৰন্থত সন্নিবিষ্ট ৰচনা ৰাজিতো আমি শৰ্মা ডাঙৰীয়াৰ ৰচনাৰ সেই বৈশিষ্ট্য লক্ষ কৰো। এই গ্ৰন্থৰ পাতনি স্বৰূপ লিখকৰ 'নিজা কথা'ৰ পৰা তুলি অনা তলৰ কথাখিনিৰ সহায়ত তেখেতৰ ৰচনাৰ বৈশিষ্ট্য অনুধাৱন কৰিব পৰা যায়,—

*মোৰ এই গদ্য ৰচনাখিনিক আধুনিক গদ্য ৰচনা বুলি ক'ব পাৰি। কিয়নো, এই জাতীয় ৰচনা ইংৰাজী, ফৰাচী ভাষাৰ যোগেদি আমাৰ*

---

* সাহিত্য সংস্কৃতিৰ প্ৰবাহ—যজ্ঞেশ্বৰ শৰ্মা, ১৯৭২, পৃষ্ঠা ১৪

** যজ্ঞেশ্বৰ শৰ্মা : জীৱন আৰু প্ৰতিভা, পৃষ্ঠা ১১০

দেশলৈ আহিছে। এই গদ্য ৰচনাই শিক্ষক বা উপদেষ্টা হ'ব নোখোজে। অতি নম্ৰভাবে আত্মীয় বন্ধুৰ লগত কথা পতাৰ নিচিনাকৈ কোনো এটা বিষয়ত নিজকে আবদ্ধ নাৰাখি অলপ কথাতে হ'লেও বিবিধ বিষয়ৰ ইঙ্গিত দি যায়। বিখ্যাত সাহিত্যিক আৰু কবিসকলৰ পৰা উদ্ধৃতি দিয়া ইয়াৰ এটা বিশেষ কাম। সেইবাবে পাঠকসকলকো বিবিধ বিষয়ত অনুৰাগী হ'ব বুলি আশা কৰে। ৰজাৰ পৰা খৰিভাৰীলৈকে, মাটি-কাঁদুৰিৰ পৰা কাৰেঙৰ ৰাজকুঁৱৰীলৈকে, ৰাজভগনৰ পৰা কলথোকা বাদুলীয়ে খোৱালৈকে এনে গদ্য ৰচনাত এনেবিলাক কথাই আশ্ৰয় পায়। লিখকৰ স্বাধীনতাই ইয়াৰ বিশেষ চৰিত্ৰ, ই স্বপ্ৰভাৱ প্ৰধান।

লিখকে পুনৰ এনে ৰচনাক 'সাহিত্যিক গদ্য প্ৰবন্ধ' হিচাপে আখ্যা দি লিখিছে, "এনে আচহুৱা গদ্য ৰচনাবিলাকৰ কোনো মুগ্ধবোধ সংজ্ঞা (definition) দিয়াটো টান কথা, গতিকে এনে ৰচনাবিলাকক কেৱল সাহিত্যিক গদ্য-প্ৰবন্ধ বুলিয়েই নামকৰণ কৰিলো, কিয়নো আনন্দদায়ক সাহিত্যই এনে প্ৰবন্ধৰ ঘাই চৰিত্ৰ।"

এই সংকলনত আত্মজীৱনীমূলক, জীৱনীমূলক, সাহিত্য তত্ত্ব বিষয়ক, ভাষা-সাহিত্য-ধৰ্ম-দৰ্শন বিষয়ক আৰু অন্যান্য বিষয়ৰ ৰচনাই ঠাই পাইছে। সিবোৰৰ জাতি-বিভাগ কৰা নাই। ৰচনাসমূহত বিভিন্ন বিষয় উত্থাপিত হ'লেও, পাঠকে নিশ্চয় তাৰ মাজত যোগসূত্ৰ বিচাৰি পাব। ৰচনা ৰীতি, সাহিত্যিক গুণ এইখিনি পাঠক সমাজে বিচাৰ কৰিব।

পণ্ডিত গৰাকীৰ চেতনাত অসমৰ গাওঁ-ভূই আৰু জনসমাজৰ প্ৰাত্যহিক জীৱনৰ প্ৰাকৃত ছন্দ আৰু ভূপ্ৰকৃতি যেনেকৈ বিধৃত তেনেকৈ মানৱ বিশ্বৰ ইতিহাস-ভাষা-সংস্কৃতিও বিধৃত। এই দুয়োটাৰে আত্মীকৰণ বিনে স্বদেশ স্বজাতি প্ৰেম অকল্পনীয়,—এই মানসভঙ্গীৰ লগত তেখেতৰ ৰচনাৰ বিষয়বস্তু নিৰ্বাচন আৰু ভাৱসম্পদ একাত্ম। যি পৰিবেশত শৰ্মা ডাঙৰীয়া ডাঙৰ-দীঘল হৈছিল, আপাত দৃষ্টিত, থলুৱা যেন লাগিলেও সেই পৰিবেশৰ ভাব মণ্ডল আছিল সৰ্বভাৰতীয়। নিয়মীয়া সংস্কৃত শাস্ত্ৰৰ অধ্যয়ন-আলোচনাই পৰিয়ালটোক সৰ্বভাৰতীয় সামাজিক-সাংস্কৃতিক জীৱন ধাৰাৰ লগত যুক্ত কৰিছিল। গতিকে ভাৰতীয় সমাজ চিন্তা, জীৱন জিজ্ঞাসা, সংস্কাৰ আৰু ঐতিহ্যৰ প্ৰতি শৰ্মা ডাঙৰীয়াৰ গভীৰ আনুগত্য প্ৰত্যাশিত আছিল। পশ্চিমৰ ভাব ধাৰাৰ লগত পৰিচয় হোৱাৰ আগতেই বেদ, পুৰাণ, উপনিষদৰ বাণীয়ে তেখেতৰ মনত বিশ্বমানৱতাৰ বীজ ৰোপণ কৰিছিল। ঐহিক জীৱন আৰু বিশ্ব প্ৰকৃতিত সুন্দৰৰ প্ৰকাশ, উদাৰনৈতিক দৃষ্টি, পাশ্চাত্যৰ এনে ভাবধাৰাই তেখেতৰ চেতনা সমৃদ্ধ কৰিছিল। ইয়াৰ পিছতো এই কথা নিঃসন্দেহে ক'ব পাৰো, যে প্ৰাচীন ভাৰতীয় সংস্কৃত সাহিত্য আৰু দৰ্শনেই তেখেতৰ জীৱন দৃষ্টি গঢ় দিয়াত আৰু লালন-পালন কৰি থকাত এক বিশেষ ভূমিকা পালন কৰি আছে। তাৰ সহায়তে

অসমীয়া জীৱনক নতুন আলোক দিবলৈ তেখেতে প্ৰয়াস কৰিছে। এই সংকলনত ঠাই পোৱা 'কাব্য, দেৱতা আৰু মানুহ' (আজিৰ পৰা আঠ বছৰৰ আগৰ ৰচনা) ৰচনাখনিত লিখিছে— 'মানুহৰ প্ৰত্যেক যুগতে সভ্যতা-সংস্কৃতিৰ মূলত কিছুমান প্ৰতিষ্ঠিত আৰু গৃহীত বিশ্বাস থাকে। বেলেগ বেলেগ যুগত এই বিশ্বাসে বেলেগ বেলেগ ৰূপত দেখা দিয়ে। কিন্তু এটা কথা সত্য যে মানুহৰ, সকলো প্ৰকাৰে সাংঘাটিক অভাৱ-অভিযোগ নোহোৱা হ'লেও এটা কথাৰ পৰা আমি কোনো প্ৰকাৰে হাত সাৰিব নোৱাৰো। ই হৈছে বিশ্বৰ শাসন (Cosmic Rule)। সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক শাসন যুগে যুগে বেলেগ হৈছে আৰু বেলেগ হ'বও। এই পৰিৱৰ্তনত মানুহৰ হাত আছে। কিন্তু এই বিশাল জাগতিক বা পৰম শাসনৰ পৰা হাত সৰাৰ উপায় পোৱা টান। মানুহ সুখ-দুখ আৰু মৃত্যু এইবোৰৰ অধীন। মানুহৰ ব্যৱস্থাই এইবোৰ শাসন কৰিব নোৱাৰে। এনে অৱস্থাৰ সমুখীন হ'বলৈ মানুহক কিবা এটা শক্তি লাগে। সেই শক্তি হয় কাব্যই নহয় ধৰ্মই কিবা এটাই দিব লাগিব।"

এই কাব্যৰ ধাৰণা সম্পৰ্কেও সেই একেখন ৰচনাতে পাওঁ।— "পৃথিৱীত কাব্যৰ এক প্ৰাচীনতম নিদৰ্শন ঋগ্বেদ। কবি শব্দটো তেওঁলোকৰে আৱিষ্কাৰ। এই বিশাল বিশ্ব জগতৰ স্ৰষ্টা আৰু নিয়ামক শক্তিক তেওঁলোকে কবি আখ্যা দিয়ে। এই বিচিত্ৰ দৃশ্যমান জগত সেই দেৱতাৰ সৃষ্টি বা কাব্য। 'পশ্য দেবস্য কাব্যম ন মমাৰ ন জিৰ্য্যতি।' দেৱতাৰ এই কাৰ্যৰ ফালে চোৱাঁ; ই মৰিও নাযায়, শুকাই লেৰেলিও নাযায়।"

শৰ্মা ডাঙৰীয়াৰ ওপৰত প্ৰাচীন ভাৰতীয় সংস্কৃত সাহিত্যৰ প্ৰভাৱ অত্যন্ত গভীৰ। সংস্কৃত সাহিত্যৰ দৰ্শনে গঢ় দিয়া জীৱন দৃষ্টিৰেই জীৱন আৰু জগতক বিচাৰ কৰাৰ প্ৰয়াস কৰিছে। কিন্তু একে সময়তে ৰোমাণ্টিক সাহিত্যত প্ৰকাশিত নৱ্য মানৱিকবাদ আৰু সৌন্দৰ্যানুভূতিৰ প্ৰতিও তেখেতৰ আকৰ্ষণ নিতান্তই স্বাভাৱিক। ৰচনা কেইখনে এফালে তেখেতৰ এই পৰিষ্কাৰ দৃষ্টিৰ আৰু আনফালে জ্ঞান তৃষ্ণাৰ ব্যাপ্তিৰ পৰিচয় দান কৰে। কোৱা বাহুল্য যে, বিভিন্ন জটিল বিষয়ত আলোকপাত কৰি আমাৰ উপলব্ধিৰ ক্ষেত্ৰ প্ৰসাৰিত কৰা এই ৰচনাসমূহ, লিখকৰ বহু বছৰৰ চিন্তা আৰু মননশীলতাৰ প্ৰশংসনীয় ফল।

জুলাই, ১৯৯৮

**প্ৰফুল্ল মহন্ত**
*সম্পাদক*

# নিজা কথা



জন্ম ১৯০৬, ৭ ডিচেম্বৰ

মোৰ এই গদ্য ৰচনাখিনিক আধুনিক গদ্য ৰচনা বুলি কব পাৰি। কিয়নো এই জাতীয় ৰচনা ইংৰাজী, ফৰাচী ভাষাৰ যোগেদি আমাৰ দেশলৈ আহিছে। এই গদ্য ৰচনাই শিক্ষক বা উপদেষ্টা হ'ব নোখোজে। অতি নম্রভাৱে আৰু আত্মীয় বন্ধুৰ লগত কথাপতাৰ নিচিনাকৈ কোনো এটা বিষয়ত নিজকে আবদ্ধ নাৰাখি অলপ কথাতে হ'লেও বিবিধ বিষয়ৰ ইঙ্গিত দি যায়। বিখ্যাত সাহিত্যিক আৰু কবিসকলৰ পৰা উদ্ধৃতি দিয়া ইয়াৰ এটা বিশেষ কাম। সেইবাবে পাঠকসকলকো বিবিধ বিষয়ত অনুৰাগী হ'ব বুলি আশা কৰে। ৰজাৰ পৰা খৰিভাৰীলৈকে, মাটি-কাঁদুৰিৰ পৰা কাৰেঙৰ ৰাজকুঁৱৰীলৈকে, ৰাজ-ভগনৰ পৰা কলথোকা বাদুলীয়ে খোৱালৈকে এনে গদ্যৰচনাত এনেবিলাক কথাই আশ্রয় পায়। লিখকৰ স্বাধীনতাই ইয়াৰ বিশেষ চৰিত্র, ই স্বপ্রভাৱ-প্রধান।

ব্যক্তিগত গীতিকবিতাৰ দৰে (personal lyric) মোৰ এনে প্রবন্ধৰ প্রতি অনুগ্রহ দেখুৱাই 'আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই' ইয়াৰ কেইটিমান বাছি-বাছি ৰাইজৰ আগত দাঙি ধৰিছে। মোৰ এনে গদ্য ৰচনাৰ তিনি ভাগৰ এভাগমানহে এই গ্রন্থত প্রকাশ পাব। অনুষ্ঠানৰ সঞ্চালকজনাই মোৰ বিস্তৃত তুলনামূলক সাহিত্য চৰ্চাই মোৰ প্রবন্ধৰ ওপৰত কেনে ধৰণে প্রভাৱ পেলাইছে সেই বিষয়ে লিখিবলৈ অনুৰোধ কৰিছিল, কিন্তু এনে প্রবন্ধ নিচেই সৰু নহব, চিন্তা আৰু সময় লাগিব। গতিকে তেখেতৰ অনুৰোধ ৰক্ষা কৰিব নোৱৰাৰ বাবে বৰ্তমান মোক যেন ক্ষমা কৰে। মোৰ বিশ্বাস দ্বিতীয় খণ্ড এটি অনুষ্ঠানৰ সহানুভূতিশীল লোকসকলে যথাসম্ভৱ সোনকালে উলিয়াই মোৰ আধৰুৱা কৰ্মৰ সম্পূৰ্ণ নহলেও সৰহখিনি প্রকাশ কৰিব বুলি আশা কৰিলোঁ।

ফিৰিঙ্গী প্রভাৱত জন্ম লোৱা মোৰ এনে প্রবন্ধ কেইটিমান কলিকতাৰ 'ছাত্র সাহিত্য সভাত' পাঠ কৰোঁতে সাহিত্যৰথী বেজবৰুৱাও এগৰাকী শ্রোতা আছিল আৰু এনে গদ্য প্রবন্ধৰ কাৰণে মই যে সম্পূৰ্ণ উপযুক্ত, সেই বুলি কৈ, তেওঁ মোক এনে প্রবন্ধ লিখাৰ অভ্যাস নেৰিবলৈ উৎসাহ দিছিল। যোৰহাট কলেজলৈ আহি অসম সাহিত্য সভাৰ ভৱনত কোনো কোনো সভাত মই এনে ধৰণৰ প্রবন্ধ (কালিদাসৰ বিষয়ে, বেজবৰুৱাৰ বিষয়ে) পাঠ কৰিছিলোঁ আৰু উদাৰ

ৰুচিসম্পন্ন সাহিত্যিক শৰৎ গোস্বামীদেৱেও আৰু হেৰম্বৰ প্ৰসাদ বৰুৱাদেৱেও বিশেষকৈ এনে প্ৰবন্ধ লিখি থাকিবলৈ উৎসাহ দিছিল, কিন্তু অধ্যয়ন আৰু অধ্যাপনাৰ হেঁচাত মোৰ প্ৰবল ইচ্ছাও হেঁচা খাই আছিল। নগাওঁ কলেজৰ অধ্যক্ষ হৈ অহাৰ পিছত মোৰ কামৰ হেঁচা কেইবাগুণেও বাঢ়িল, কিন্তু তাৰ মাজতে সুৰুঙা পালেই মোৰ গদ্য ৰচনাৰ অভ্যাস এৰা-ধৰাকৈ ৰক্ষা কৰি গৈছিলোঁ। এনে সময়ৰ সৰু, সৰু সুৰুঙাবোৰে যাতে মোৰ আজৰিৰ গোটেইখিনি সময় ঘৰ চলোৱা কথাই গ্ৰাস কৰিব নোৱাৰে সেইবাবে মোৰ সহানুভূতিশীল গৃহিণীয়ে চকু দিছিল। এইদৰে এৰা-ধৰাকৈ লিখা অসম্পূৰ্ণ আৰু আধা সম্পূৰ্ণ প্ৰচেষ্টাবোৰ বহুত দিন পৰি আছিল। আদ-বয়সত কলেজৰ কাৰ্যপৰিচালনাত দুগৰাকীমান অধ্যাপকৰ সহায় পাই যৎকিঞ্চিত সময় পাইছিলোঁ আৰু এনে ছেগতে আধৰুৱা অসম্পূৰ্ণ লেখাবিলাকত হাত ফুৰাইছিলোঁ আৰু মোৰ নিজৰো অলপ সন্তুষ্টি হৈছিল। দুই এগৰাকী অভিজ্ঞ সাহিত্যিকে পঢ়ি বৰকৈ শলাগিছিল।

এনে আচহুৱা গদ্য ৰচনাবিলাকৰ কোনো মুগ্ধবোধ সংজ্ঞা (definition) দিয়াটো টান কথা গতিকে এনে ৰচনাবিলাকক কেৱল সাহিত্যিক গদ্য-প্ৰবন্ধ বুলিয়েই নামকৰণ কৰিলোঁ, কিয়নো আনন্দদায়ক সাহিত্যই এনে প্ৰবন্ধৰ ঘাই চৰিত্ৰ। নগাওঁ কলেজত থাকোঁতে প্ৰকাশ পোৱা 'এগৰাকী সৰস্বতী দুষ্টা', 'সাহিত্যত ভোজন ৰস', 'বিঢ়াওকণি' (বেজবৰুৱা সম্পৰ্কে), 'দুৱাৰ মেল খালে' (নৱজাগৃতি), এইখিনি প্ৰবন্ধ আধুনিক, দীঘল নহয়, সাহিত্য প্ৰধান আৰু ইনফৰমেল (Informal) অৰ্থাৎ কোনো নিৰ্দিষ্ট নিয়মৰ তলতীয়া নহয়। মোৰ 'ফুল আৰু জুই' সম্পৰ্কে পাণ্ডিত্যপূৰ্ণ দীঘল সমালোচনা লিখোঁতা ড° শ্ৰীমান মুকুন্দ মাধৱ শৰ্মাই এই নতুন বিধ ৰচনা সৰ্বসাধাৰণক বুজাবলৈ বিশেষ চেষ্টা কৰিছে। মোৰ 'সাহিত্য সংস্কৃতিৰ প্ৰৱাহ' তৃতীয় খণ্ডৰ প্ৰায়বিলাক প্ৰবন্ধই এইবিধ নতুন ৰচনাৰ শ্ৰেণীত ঠাই পায়। ড° মুকুন্দ মাধৱ শৰ্মাই ঠিকেই কৈছিল যে মোৰ এই প্ৰবন্ধবিলাকৰ বাহ্যিক গঠন বহিৰাগত হ'লেও ইয়াৰ ব্ৰহ্মবস্তু সম্পূৰ্ণ ভাৰতীয়। প্ৰাক্তন ছাত্ৰ অধ্যাপক সাহিত্যিক মহিম বৰাই মোৰ 'সাহিত্য সংস্কৃতিৰ প্ৰৱাহ' তৃতীয় ভাগৰ প্ৰায় সকলোখিনি প্ৰবন্ধ মনোযোগেৰে অধ্যয়ন কৰি তাৰ সাহটো সাধাৰণ পাঠকক বুজাবলৈ 'গৰীয়সী'ত ওলোৱা তেওঁৰ প্ৰবন্ধত সুন্দৰকৈ চেষ্টা কৰিছে। ড° মুকুন্দ মাধৱ শৰ্মা আৰু অধ্যাপক সাহিত্যিক বৰাৰ এই প্ৰবন্ধ দুটি পঢ়ি ল'লে মোৰ নতুন ধৰণৰ প্ৰবন্ধ বুজাত বিশেষ সহায় হ'ব। উল্লেখযোগ্য মোৰ প্ৰকাশিত আৰু অপ্ৰকাশিত এনে ধৰণৰ প্ৰবন্ধ 'প্ৰান্তিক', 'ৰামধেনু', 'প্ৰকাশ', 'অসমবাণী' (বৰগোহাঞিৰ সম্পাদনা), 'আজিৰ বাতৰি', 'দৈনিক অসম', 'পূৰ্বাচল', 'জাগৰণ' আদি কাকতে প্ৰকাশ কৰি মোক লাই দি আহিছে, তেখেতসকললৈ বিশেষ কৃতজ্ঞতা।

'সাহিত্য সংস্কৃতিৰ' তৃতীয় খণ্ডত ওলোৱা 'হাতীৰ কথা', 'বিহু আৰু চেক্সপীয়েৰ' আদি প্ৰবন্ধ প্ৰায়ে সাহিত্য প্ৰধান। বৰ্তমান খণ্ডত 'আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই' প্ৰকাশ কৰিব খোজা, 'শৈশৱৰ প্ৰথম দহ বছৰ', 'চোমনিৰ মাজেদি' (দুইটা আত্মজীৱনীমূলক), 'শিক্ষা আৰু পৰীক্ষা' 'মই 'নাম-ঘোষা পঢ়োঁ' (নতুন দৃষ্টিৰে বৈষ্ণৱ সাহিত্য), 'আধুনিক মানুহ মাত্ৰৰে গীতা পাঠ্য' (নতুন দৃষ্টিৰে গীতা), 'ভাৰতৰ ধৰ্ম গুৰুসকলৰ আঞ্চলিক ভাষালৈ অৱদান' (লেখকৰ নিজা ভঙ্গীৰে আঞ্চলিক সাহিত্য), 'এটা বিখ্যাত বিষাদৰ কাহিনী' (কোনেও নিদিয়া 'গীতা'ৰ আৰম্ভণিৰ ওপৰত পোহৰ), 'দুৰ্গাপূজা আৰু অসমীয়া শিল্পী' (ভাবিব লগীয়া সমস্যা), 'বিহুৱা চৰাইয়ে কৰে বিহু-বিহু' (লোকসঙ্গীতৰ ওপৰত আধুনিক আলোকপাত), 'দাৰ্শনিক কবি দুৰ্গেশ্বৰ' (কবিৰ ভিতৰুৱা জীৱন), 'সাংবাদিকতাৰ বাটকটীয়া কৃষ্ণ পেছকাৰ' (সকলোৰে উপেক্ষিত সেৱক), 'অধ্যাপক ব্ৰাউনৰ কথা' (পশ্চিমীয়া পণ্ডিত এজনৰ আচৰণ) আদি প্ৰবন্ধই এই নতুন জাতীয় প্ৰবন্ধৰ নিজৰ বিশেষত্ব বহন কৰে। 'নাগুলটুপৰ কানীয়া মোমাই' আৰু 'পেহী আইতা আৰু আহাৰৰ ষাঁঠ' আদি প্ৰবন্ধই মোৰ সৰু কালৰ জীৱনৰ মধুৰ সোঁৱৰণিৰে ঢাক খোৱা। চমুকৈ কওঁ যে যি কোনো সাহিত্য নিজে তন্ন-তন্নকৈ নপঢ়িলে আৰু সহানুভূতিশীল মন এটা নাথাকিলে বুজিবলৈ অলপ টান লাগে।

এই প্ৰবন্ধ লিখিবলৈ সৰুৰে পৰা উৎসাহ দিয়াসকললৈ, আমাৰ আলোচনীবিলাকৰ কৰ্তৃপক্ষলৈ আৰু অৱশেষত 'আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থালৈ' মোৰ কৃতজ্ঞতাৰ শৰাই আগ বঢ়াইছোঁ। এই অনুষ্ঠানে মোক কেৱল সম্বৰ্দ্ধনা কৰিয়েই এৰা নাই। মোৰ সামান্য বৈশিষ্টপূৰ্ণ অৱদানখিনিও ৰাইজৰ আগত দাঙি ধৰিবলৈ পাহৰা নাই।

মোৰ অচল বৃদ্ধ অৱস্থাত মোৰ আপোন মানুহবিলাকে আৰু অনেক বন্ধু-বান্ধৱে বিশেষকৈ শ্ৰীমান মুকুল প্ৰসাদ বৰঠাকুৰ আৰু শ্ৰীমান মৃদুল কুমাৰ বৰঠাকুৰে ভাবিব নোৱৰা সহায় কৰি মোৰ প্ৰচেষ্টা ফলৱতী হোৱাত সহায় কৰিছে। পুনঃ অনুষ্ঠানৰ সঞ্চালক শ্ৰীমান প্ৰফুল্ল মহন্তলৈ ধন্যবাদ।

নগাঁও

যজ্ঞেশ্বৰ শৰ্মা
৮/৫/৯৮

# যজ্ঞেশ্বৰ শৰ্মাৰ প্ৰবন্ধ চয়ন

**বিষয়সূচী ঃ** **পৃষ্ঠা**


| | | |
|---|---|---|
| মোৰ শৈশৱ ঃ জীৱনৰ প্ৰথম দহ বছৰ | ... ... | ১ |
| চোমনিৰ মাজেদি | ... ... | ১৬ |
| আৰিষ্টটলৰ 'পএটিকছ্' | ... ... | ২৫ |
| কাব্য দেৱতা আৰু মানুহ | ... ... | ৩০ |
| কবিতাৰ কথা | ... ... | ৫০ |
| কাব্যজগততো জাতি বিভাগ | ... ... | ৫৮ |
| শ্ৰীমন্ত শংকৰদেৱৰ শব্দ সম্পদ | ... ... | ৬৩ |
| ভাৰতৰ ধৰ্মগুৰুসকলৰ আঞ্চলিক ভাষালৈ অৱদান | ... ... | ৬৭ |
| অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ কথা | ... ... | ৭৭ |
| অসমীয়া সাহিত্যৰ তিনিটা ধাৰা | ... ... | ৭৯ |
| আহোম ৰাজত্ব আৰু অসমীয়া সাহিত্য | ... ... | ৮৩ |
| সাহিত্যৰথী বেজবৰুৱাৰ স্মৃতিত | ... ... | ৮৬ |
| কবি গুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰলৈ শ্ৰদ্ধাৰ্ঘ | ... ... | ৮৭ |
| নামঘোষা পঢ়োঁ | ... ... | ৯১ |
| আধুনিক জীয়া মানুহ মাত্ৰৰে গীতা পাঠ্য | ... ... | ৯৬ |
| মহিষঘ্নী আৰু বিশ্বটেজেডি | ... ... | ১০০ |
| ধম্মপদ আৰু বুদ্ধৰ ধৰ্ম | ... ... | ১০৩ |
| জীৱনৰ অপব্যৱহাৰ | ... ... | ১০৫ |
| বৌদ্ধজগত আৰু আমি | ... ... | ১০৭ |
| মহাপুৰুষ আৰু মহাজন | ... ... | ১১০ |
| দিখৌৰ পাৰৰ যদুকবি | ... ... | ১১৪ |
| দাৰ্শনিক কবি দুৰ্গেশ্বৰ | ... ... | ১১৮ |
| অধ্যাপক ব্ৰাউনৰ কথা | ... ... | ১২১ |
| সাংবাদিকতাৰ বাটকটীয়া কৃষ্ণ পেছকাৰ | ... ... | ১২৫ |
| কাঠফুলা আৰু কোঠীয়া | ... ... | ১৩০ |
| আষাঢ়য্য | ... ... | ১৩৩ |
| এটা বিখ্যাত বিষাদৰ কাহিনী | ... ... | ১৩৭ |

| | | |
|---|---|---|
| শিক্ষা আৰু পৰীক্ষা | ... ... | ১৪৫ |
| বিহুৱা চৰায়ে কৰে বিহু বিহু | ... ... | ১৪৮ |
| দুৰ্গাপূজা আৰু অসমীয়া শিল্পী | ... ... | ১৫৫ |
| পেহী আইতা আৰু আহাৰৰ যাঁঠ | ... ... | ১৫৮ |
| গাধৰ গাত বাঘৰ ছাল | ... ... | ১৬২ |
| শূৰ্পনখাৰ সপক্ষে | ... ... | ১৬৮ |
| দুই অক্টোবৰ | ... ... | ১৭১ |
| দহ অক্টোবৰ | ... ... | ১৭৩ |
| বিদ্ৰোহ আৰু বিপ্লব | ... ... | ১৭৬ |
| বাৰিষাৰ বৰনৈ | ... ... | ১৭৯ |
| নাঙলটুপৰ কানীয়া মোমাই | ... ... | ১৮১ |
| পাহৰিবলৈ দিব নোৱাৰি | ... ... | ১৮৬ |
| মীনকেতন | ... ... | ১৮৯ |

# মোৰ শৈশৱ
## জীৱনৰ প্ৰথম দহ বছৰ
## (১৯০৬-১৯১৫)

"আগফালে আলি নাই, আছে বালিবাট। বাৰিষা কালি সৰু নৈ পানী থাকে তাত।" সৰু কালতে লেখা পদ্যটোৰ প্ৰথম দুশাৰী।

আজি অলপদিন আগলৈকে আমাৰ গাৱঁৰ ঘৰৰ দুৱাৰমুখেদি আলিবাট নাছিল। আছিল গাড়ী এখন যাব পৰা বালিবাট এটা, খৰালি বালি পৰে, শুকান; বাৰিষা কেইমাহ জানৰ দৰে পানী বৈ থাকে। পানীত ডঁৰিকনা মাছো কেতিয়াবা দেখোঁ আৰু খেদোঁ। সুবিধা পালেই যেই বোৱতী পানীত লগৰীয়াৰ লগত থেপথেপাই ধেমালি কৰিবলৈ ওলাই যাওঁ।

আন ফালে জপনাৰ ওচৰতে এজোপা ৰঙীন কাঞ্চন ফুল। মাঘ-ফাগুন মহীয়া অপাৰ ফুল। পূজাত লগায়, ভাজি খোৱা হয়, কলিবোৰ কেঁচাই কেঁচাই আমি খাওঁ। গছজোপা লাহে লাহে বুঢ়া হৈ মৰি গ'ল, মুঢ়াটো বহুত দিনলৈকে আছিল, ৰাতি হ'লে চকীদাৰ এটা বহি থকা যেন দেখি। বেলগছ দুজোপা এতিয়াও আছে। বাৰীৰ এমূৰে দুজোপা টিলিকি-আম আছিল। আমৰ গোটটিহঁত সৰু সৰু, পকিলে অতি মিঠা। গছজোপাত এবাৰ শগুণ পৰিল, কটাই পেলালে। বাৰীখনত কেইবাজাতৰো টেঙা। তাৰ এজোপাৰ নাম আছিল বৰটেঙা। বৰটেঙা যে বৰটেঙাই, একোটা চাৰি-পাঁচ সেৰমান গধুৰ। গছ জোপাত একুৰিমান টেঙা লাগে। এই জোপাৰ টেঙা সৰহখিনি সবাহ-শৰাধত ল'গায়; আমাৰ ভাগত অতি কম পৰে। বহাগ মাহত নগাটেঙা পকিলে গছত উঠি লৈ খোৱাত কি স্ফূৰ্তি! আজিকালি ল'ৰা-ছোৱালীয়ে নগা টেঙা চিনিয়েই নেপায়। পকিলে তুলতুলীয়া হৈ পৰে, ইয়াৰ আচাৰ খাবলৈকো বঢ়িয়া! ৰবাব টেঙা মোৰ জীৱন কাব্যৰ প্ৰথম ৰস।

বাৰীত দুজোপা ডাঙৰ বহঁত গছ আছিল। ইয়াৰ ছাল তামোলৰ পৰিবৰ্তেও মানুহে খায়। তাৰ পৰাই তামোল-ছালি কথাটো ওলাইছে। মুখত কেঁহা লাগে। ডেৱা-ছালি গৃহস্থৰ ঘৰত নিম্নতম অভ্যৰ্থনা। অমুকৰ ঘৰলৈ গলোঁ; কেঁহা-ছালি এডোখৰো নেযাচিলে। বহঁতৰ গুটি বাৰিষা পকে, সৰু জাতৰ এবিধ কঁঠাল। বহঁতক অসমীয়া আতলচ বুলিব পাৰি।

পিতাদেউৰ চাৰি ককাই-ভাই একেলগে আছিল, একেটা চক। বাৰীখনো ডাঙৰ বাৰী। পিতাদেউৰ আজোককাক গৌৰীনাথ সিংহ ৰজাৰ দিনত কাকতীয়াৰ

হে টিলিকি-আমৰ হামদৈলৈ উঠি আহে। অধ্যাপকৰ ঘৰৰ। ইচ্ছামতে ডাঙৰ বাৰী লৈছিল। পিতাদেউৰ দিনতো সেই বাৰীত সকলো আছিল, বাঘৰ চকুৰ বাহিৰে। ডাকৰ বচনত কোৱা মতে বাৰীৰ উত্তৰ ফালে তামোল; প্ৰায় গছতেই পাণ। আহাৰমহীয়া পকা তামোল পৰাই যথাবিধি মাটিত পুতি থয়। সকাম-নিকাম হ'লে তাৰে এটা গাঁত খান্দি তামোল উলিয়ায়। মাজে মাজে খাবলৈকো উলিয়ায়। এই বুঢ়া তামোল খাবলৈ নাৰিকল নাৰিকল লাগে।

তামোল-পাণৰ বাৰী পাৰ হৈ পায় ডাঙৰ পুখুৰী। দুজোপা বকুল আৰু নাহৰ। পুখুৰীৰ কেউকাষে অসংখ্য ফুল। হৰমোহনৰ তালিকাত নথকা ফুলো তাত আছিল। লংফুল বোলা এবিধ সুগন্ধি ফুল আছিল, ফুল দেখিবলৈ অলপ তামোলৰ লগত খোৱা লঙৰ দৰে। সক লাহী গছ এনেয়ে দোঁ খাই থাকে, তন্বী নম্ৰ। গুটি কাটিলে আঠা ওলায়, গাৰঁত এয়া গম আঠা। এই বিধ ফুল আজিকালি লোপ পাই আহিছে। অলপ আঁতৰত কেতেকীও আছিল— কেতেকী স্বৰ্ণবৰ্ণা। ফুলিলে মলমলাই থাকে। পলাশজোপাত বহাগ মহীয়া কপৌ ফুল ওলমি থাকে। এদঁতীয়াকৈ এজোপা কাঁইটীয়া সমিধ গছো আছিল। হোমত বিশেষকৈ লাগে। পুখুৰীৰ কাষতে কঠীয়াতলী, বাৰিষা তাতে কঠীয়া পাৰে। খৰালি তাতে এডোখৰত সৰিয়হ কৰে, এডোখৰত লাই, লফা, মেমেধু, বাবৰি, পালেং আদি বিবিধ শাক হয়। সৰিয়হৰ তেল পেৰাও সৰু-সুৰা উৎসৱ। ভজা সৰিয়হ ভৰোৱা প'লাটো গছৰ খোৰোঙত ভৰায়; তাৰ ওপৰত দীঘল চতি এডালৰ হেঁচা দিয়ে। হেঁচা শকত হ'বলৈ চতিত মানুহ বহি দিয়ে। হেঁচাত প'লাৰ সৰিয়হৰ তেল ওলাই পাত্ৰ এটাত ধাৰেৰে বাগৰি পৰে। সৰুতে এই তেল পেৰা চতিত উঠিবলৈ পোৱাটো এটা ভাগ্যৰ কথা বুলি ভাবিছিলোঁ, খম্ভেকীয়া সিংহাসন এখনহে যেন। সৰিয়হ ভজা কেৰাহীত খুতৰা, ধনীয়া, দোৰোণ শাকৰ আধাকেঁচা ভজা ৰাজভোগ। তেহিনো দিৱসা গতা ঃ।

কঠীয়াতলীৰ সিপাৰে আছিল বাঁহনি-কাঠনি। ওচৰতে এডোখৰ চোমনি, গাৱঁৰ মানুহে মুগা পোহে। খাজনা বুলি দুনেছা-চাৰিনেছা মুগা সূতা দিয়ে। কাঠনিত দুজোপামান সাঁচি গছ আছিল, পৈণত গছৰ ছাল একবাই পিতাদেউৱে পুথিৰ পাত তৈয়াৰ কৰিছিল। পিতাদেউৰ হাতত আখৰ এতিয়াও সাঁচি পাতত আছে। দুজোপা ধুনাৰ গছ, গা গছত ঘঁপিয়াই থৈ আহিলে যি ৰস ওলায় সেই ৰস গোট মাৰি কেইদিনমানৰ মূৰত ধুনা হয়। ধুনা গছত কোব মাৰি মাজে মাজে চাই থকা আমাৰ 'হবি' আছিল।

আগ ফালে বাৰীখনৰ এমূৰে গোহালি ঘৰ, মাজ ওখ, আহল-বহল। হালৰ-গৰু, গাই-গৰু, দমৰা চেঁউৰী, ১৬-১৭ টা গৰু। নঙলাৰ কাষতে দুজোপা বেলগছ, এজোপা কাঞ্চন। তাৰ কাষতে তুলসী; ঘণ্টাকৰ্ণ আৰু বাগি ফুল, জাৰ-

মালতী। ৰাতিপুৱাই পূজাৰ ফুল তুলি অনা ল'ৰাহঁতৰ কাম, সেই কাম প্ৰায় মই নিজেই কৰোঁ। নিষিদ্ধ তিথিত তুলসী ছিঙিব নাপায়, আগ দিনাই আনি থব লাগে। পুখুৰীৰ পাৰত অসংখ্য ফুল আছিল, বাৰেও মাহত ফুলৰ আটক নহয়। পুৱাই কুঁকিত ভৰাই গোসাঁই ঘৰৰ বেৰত ওলোমাই থওঁ।.....

তুলসীৰ কাষতে গোসাঁই ঘৰ। আগতে খেৰীঘৰ পাছত টিনপাত লগালে। ইয়াৰে উত্তৰে কুৰি হাতমান ভঁড়াল— লগতে আগঘৰ এটা, খৰি-খেৰ আৰু লাং-খা-লিংখি থাকে। গোসাঁই ঘৰৰ লগতে লগা চাৰি চলীয়া চ'ৰা ঘৰ, সকাম-নিকাম হ'লে মাজৰ বেৰ গুচাই দিলে দুয়োটা ঘৰ একেটা হৈ পৰে। চ'ৰাঘৰ মুকলি, এমূৰে বেৰ দিয়া এটা সৰু কোঠালি; আলহী-দুলহী শোৱে আৰু আমি পঢ়া-শুনা কৰোঁ। সাধাৰণতে চ'ৰাঘৰৰ মুকলি ডোখৰতে পীৰা-ঢাৰি পাৰি লৈ আমি পঢ়াশুনা কৰোঁ। সৰু কোঠালিটোত আমাৰ স্কুলীয়া কাপোৰ বেলেগে থওঁ। সেইবোৰ অশুচি, কাৰণ স্কুলত নানা জাতৰ ল'ৰা ছুই আহোঁ। স্কুলৰ পৰা আহি কাপোৰ পঘাডালত ওলোমাই থৈ গামোচা পিন্ধি পুখুৰীত জপং কৰে গাটো ধুই ধুতি কাপোৰ পিন্ধিহে ইটো-সিটো খাওঁ। সৰু ল'ৰাই আবেলি ভাত খায়, অলপ ডাঙৰ হ'লে কোমল চাউল, পিঠাগুড়িৰ জলপান।

চ'ৰাঘৰৰ মাজ ডোখৰত জাৰকালি মুঢ়া-মুঢ়ি আৰু গেমেহা কাঠ খৰিৰ গপগপীয়া জুই ধৰে, আলহী-গিৰিহঁত, ল'ৰা-লুৰি বহে। জুইৰ কাষতে প্ৰায় কীৰ্ত্তন-দশম, ৰামায়ণ-মহাভাৰত পঢ়া হয়। বৰদেউতা বা পিতাদেউৱে মাজে মাজে অৰ্থ কৈ যায়। কীৰ্ত্তনৰ আদিতে থকা "গোধিকাৰ পুচ্ছ ভাগে", কথাটোৰ অৰ্থ তেতিয়াই শিকোঁ। সাঁচিপতীয়া পুথিৰ ভিতৰত "ধৃতৰাষ্ট্ৰৰ চকু লাভ" আৰু "ব্যঞ্জন পৰ্ব"ৰ কথা মনত ৰৈ গ'ল। এই চ'ৰা ঘৰতে গঞা-চুবুৰীয়া, আলহী-দুলহী, পাণ্ডা-পণ্ডিতৰ সমাগম হৈ থাকে। জগন্নাথৰ পাণ্ডা আমাৰ ঘৰত মাজে-সময়ে থাকেহি। জগন্নাথৰ প্ৰসাদ আৰু চন্দন লগোৱা তামোল খাবলৈ আমি বৰ আগ্ৰহ কৰি থাকোঁ। বলভদ্ৰ পাণ্ডাই মাজে-সময়ে বহুত মতা-তিৰোতা, যাত্ৰীক তীৰ্থ কৰাবলৈ নিয়ে। বৰদেউতাহঁতো তেওঁৰ লগতে ভটিয়াই গৈছিল। সৰুতে আমি এই তীৰ্থ-যাত্ৰাৰ বিৱৰণ শুনি সাধুকথা শুনাৰ দৰে আনন্দ পাওঁ।

দেৰগাৱঁৰ ফালৰ পণ্ডিত লোক দুই-চাৰিজনো মাজে-সময়ে আহে। তেওঁলোকৰ লগত হোৱা পণ্ডিতীয়া আলোচনা আৰু শাস্ত্ৰীয় কথাবতৰা তেতিয়া নুবুজিলেও তাৰ কিছু ভগ্নাংশ মনত ৰৈ গৈছিল। কামৰূপৰ গন্ধিয়াৰ ফালৰ দৈৱজ্ঞ দুই-এজনো কেতিয়াবা আমাৰ ঘৰত থাকেহি। তাৰে এজনে মোৰ কোষ্ঠী এখন কৰি দিছিল, দীঘলে চাৰি হাত মান। তেওঁ মোৰ দহ অনা পৰিমাণে বিদ্যা অৰ্জন হ'ব বুলি লিখি গ'ল। The moving finger writes, কথাটো ঠিকেই। এই চ'ৰাঘৰেই মোৰ প্ৰথম পঢ়াশালি, গীত-মাত-শ্লোক-কাহিনী, স-মে-মি-ৰা, তেজীমলা ইয়াতেই শুনি আনন্দ আৰু জ্ঞান দুইটাকে লাভ কৰিছিলোঁ।

চ'ৰা ঘৰ আৰু মাৰল ঘৰৰ মাজতে দহ-বাৰ হাতৰ এটা বুলনি ঘৰ।

ভিতৰুৱা আপোন মানুহ তাত বহে, কথা-বাৰ্তা পাতে। আৱশ্যক হ'লে তিৰোতা মানুহো তাতে আহি কথা-বাৰ্তা পাতে, তামোল-ছালি দিয়ে। ইয়াৰ সমান্তৰালভাৱে অলপ দূৰত এটা সৰু ঘৰ, তাৰ একাষে ঢেঁকী, তাত লগা চালি এখনতে আমাৰ চৰুত নোখোৱা মানুহে টৌ খুটি মাৰি ভাত খায়। লোণ নিদিয়াকৈ মাহৰ আঞ্জা ভিতৰৰ পৰা দিলে আলহীয়ে গ্ৰহণ কৰে। মাৰল ঘৰত কেইবাটাও কোঠালি,প্ৰত্যেকতে একোটা পৰিয়াল। তাৰে এটা কোঠালিত জুইশাল, চাহপানী তপতায়। এইখিনি তিৰোতাসকলৰ অধিকাৰ। তেওঁলোকে ভাত-পানী খাই তাত বহে, আগত বঁটাটো লৈ তামোল খাই কথা পাতে। কেতিয়াবা গহীন কথা, কেতিয়াবা চন-গুৰি নোহোৱা। বৰমাক কেতিয়াবা কাঠৰ সৰু হোকাটোত ধঁপাত হোঁপাও দেখিছিলোঁ। মোৰ নিচেই সৰুতেই এই স্নেহময়ী বৰমা গৰাকী ঢুকাল।

মাৰল ঘৰৰ পিৰালিতে লগা চালি এখনিত দুখন তাঁতৰ শাল আছিল। তাঁতৰ পাট গোটেই বছৰটো চেঁচা পৰিবলৈ নাপায়। বৰঘৰৰ এটা মূৰে এখন চোৰ-চাং, বৰ ঘৰৰ এটা মূৰে কোঠালি এটাত বাঁহৰ গাধৈৰে চাং পাতি, কেউফালে বাঁহৰ গাধৈৰে বেৰা, বেৰ ডাঠকৈ লিপা। সেই চাঙলৈ সোমোৱা এটা সৰু বাট, এটা মানুহ কোনোমতে ওলাব-সোমাব পাৰে। ''ঘোৰ অন্ধকাৰে থাকে গৰ্ত্তক আবৰি।'' দুই চাৰিটা সৰু-সৰু সুৰুঙাইদি ভিতৰলৈ পোহৰৰ ৰেখা মাত্ৰ সোমায় আৰু বাহিৰৰ গছৰ সৰু সৰু ছাঁ দেখা যায়। এই পোহৰে আন্ধাৰ আৰু ঘনীভূত কৰে। পেৰা-পেটাৰি, কাঁহী-বাটি আদি ঘৰুৱা সম্পত্তি চোৰে নোপোৱাকৈ ইয়াতে ভৰাই থয়। সৰু কালত এই চোৰ-চাং আমাৰ পক্ষে এটা ৰহস্যৰ বস্তু আছিল। পঢ়া কালত প্লেটৰ ৰিপাব্লিকত থকা বৰ্ণনাই মোৰ ল'ৰা কালত এই অভিজ্ঞতা মনত পেলায়। প্ৰথম মহাযুদ্ধৰ সময়ত বৰ ঘৰ নকৈ সজোৱাত চোৰ-চাং চিৰকাললৈ নোহোৱা হ'ল।

ৰান্ধনী-ঘৰ বৰ ঘৰতে লগা। বৰ ঘৰৰ যিটো কোঠালি ৰান্ধনী ঘৰত লগা, তাতে ভাত খোৱা মজিয়া। বয়সীয়াসকলে একোটা ওখ ভেঁটিত কাঁহী তুলি লৈ তাত খায়, আমি ল'ৰাবোৰে তলৰ সমভূমিত খাওঁ। আলহী-দুলহী হ'লে এই মজিয়াত কুৰি-পাঁচিশজনে ভাত খায়। ৰান্ধনী বৰমাগৰাকী ঢুকোৱাৰ পাচত মোৰ আয়ে ভাতৰ চৰুৰ বাব লৈছিল। অৱশ্যে সত্ৰত শৰণ লগাই নীতি-নিয়ম শিকাইহে ভাত চৰু ছুব পৰা মৰ্যাদা দিছিল।

কলত বনা চাউলৰ প্ৰচলন তেতিয়া গাৱঁত নাছিলেই, নগৰতো নাছিল। সকলোৱে ঢেঁকীৰ চাউল খায়। আমাৰ প্ৰায়ে আৰৈ চাউলৰ ব্যৱহাৰ, মাজে মাজে উখোৱাও খোৱা হয়। উখোৱা চাউলৰ কাৰণে বিশেষ সাৱধানতা ল'ব লগা হয়। ধান সিজাই চোতালত মেলি দিওঁতে যাতে কাউৰী-কুকুৰে ছুব নোৱাৰে, তাৰ কাৰণে ৰখি থাকিব লাগে। ল'ৰাৰ ভাগতে প্ৰায় এই কাম পৰে, মোৰ ভাগতো।

আমনি লাগিলেও মুখেৰে ফুটাই কোৱা সহজ নাছিল।

চাৰিজন ককাই-ভাইৰ মাজত বাৰ পুৰামান ৰূপিত মাটি আছিল। তাৰে চাৰি পুৰামান আন এখন গাৱঁত, তাত এজন বৰদেউতা বছৰটোৰ কেইমাহমান পমুৱা ঘৰ পাতি থাকেগৈ, হালোৱা ধৰি খেতি কৰায়। তাত পোৱা ধান বেচি যি পায় ঘাই ঘৰত দিয়ে; কোমল আৰু জহা ধান ঘাই ঘৰলৈ লৈ আহে। বিশেষকৈ কোমল, জহা আৰু বৰা ধান।

ঘাই ঘৰত দুটা মানুহ, এটাই খেতিৰ দিনত খায় আৰু দৰমহা লয়। আনটোৱে আমাৰ দুখন হাল বাই, নিজে এখন লয়। দৰমহা খোৱা মানুহটোৱে প্ৰায় গোটেই বছৰ ঘৰত খৰি ফালে, জেওৰা-জপনা দিয়ে, ইটো-সিটো কৰে। তিৰোতা মানুহ গাৱঁৰ ভিতৰতে বিয়া-সবাহলৈ গ'লে জাপিও ধৰে। লাগ বুলিলেই এই মানুহটিক আমি লেঠা-মৰা বুলি মাতোঁ। প্ৰশান্ত আৰু আনন্দময়— নোৱাৰোঁ বুলি নকয়, কোনোদিন গোমোঠা মাৰি থকা দেখা নাই। মই কলেজত পঢ়ালৈকে লেঠামৰাৰ লগত আমাৰ সম্পৰ্ক আছিল, নিজৰ পৰিয়ালৰ মানুহৰ দৰে। ঘৰৰ পৰা ৰেল ষ্টেচনলৈ আৰু ষ্টেচনৰ পৰা ঘৰলৈ মোৰ টালি-টোপোলা, কিতাপ-পত্ৰ লেঠা-মৰাই নিজে কঢ়িয়ায়, আনক নিদিয়ে। বুঢ়া হৈ আহিল। নাতিনীয়েকক এখন আদিপাঠ দিলোঁ।

আমাৰ এই ডাঙৰ পৰিয়ালটোৰ সংসাৰখন কেৱল খেতিৰ ওপৰতে নিৰ্ভৰ কৰি চলি আছিল। আন প্ৰকাৰে টকা-পইচা অহাৰ কোনো বাট নাছিল। বাৰীয়ে-ঘৰে দেখাত চহকী যেন হ'লেও সৰল অনাড়ম্বৰ জীৱন এটা কোনো প্ৰকাৰে গৈ আছিল। বিয়া-বাৰু, সকাম-নিকাম, কৰ-পঁচা আদি লেঠা মৰাৰ পিছত ধান বেচা টকা একো নৰয়। তামোল-পাণ, বাঁহ-কাঠ কেতিয়াবা বেচিলেও তাৰ পৰা উপাৰ্জন সামান্য।

পিতাদেউৱে ঘৰতে বহি থাকি কিতাপ-পুথিৰ চৰ্চা কৰিছিল। ওচৰৰ গাওঁবিলাকৰ মানুহ প্ৰায়ে গ্ৰহ-গতি, দিনবাৰ চোৱাবলৈ আৰু সোৱঁৰণী কৰাবলৈ আহে, মাহে অন্ততঃ আঠ-দহ টকা তাৰ পৰা পায়। মাহে পাঁচ টকাত প্ৰায় ডেৰ বছৰমান নিম্ন প্ৰাইমাৰী স্কুলত পিতাদেৱে শিক্ষকতা কৰিছিল, কিন্তু এৰি দিয়াটো লাভজনক যেন ভাবিলে। ডেপুটী ইন্সপেক্টৰে তুমি বুলি সম্বোধন কৰা বাবেও খং উঠিছিল। চাৰি ককাই-ভাইৰ মাজত পিতাদেউ সৰু। গতিকে সকলোৰে মৰম কৰিছিল আৰু টান কাম কৰিবলৈ নিদিছিল। দিনত গোসাঁই ধুৱাই পূজা কৰি বিষ্ণু সহস্ৰ নাম পাঠ কৰা আৰু গধূলি তাল বজাই নাম গোৱা দেউতাৰ প্ৰধান কাম আছিল। ফুল গছবিলাকবো নিজ হাতে যত্ন লৈছিল। প্ৰথম মহাযুদ্ধ ভগাৰ সময়তেই আমাৰ এই ঘৰখনো ভাগিল। চাৰিও ককাই-ভাই বেলেগ হ'ল, কিন্তু আমি তেওঁবিলাকৰ মাজত কোনো দন-কাজিয়া বা মনোমালিন্য হোৱা দেখা নাছিলোঁ। যিদিনা বেলেগ বেলেগ চৰু জোৰে, সেইদিনা মোৰ ল'ৰা মনত বৰ

বেজাৰ লাগিছিল। বৰদেউতাৰ ফালেই মোক সেইদিনা মাতি খুৱাইছিল। টিনৰ গোসাঁই ঘৰটো পিতাদেউৰ ভাগত পৰিছিল। কিয়নো পিতাদেৱে পূজা-সেৱা নাম-প্ৰসঙ্গ কৰে আৰু পুথি-চাঙত থকা পুথিবোৰৰ যত্ন লয়। বেলেগ হোৱাৰ লগে লগে প্ৰত্যেকটো পৰিয়াল খেতি-বাতি কমি আহিল আৰু অৱস্থাৰো অৱনতি হ'বলৈ ধৰিলে। আগৰ দৰে হালোৱা-পথৰুৱাও পোৱা ক্ৰমে টান হৈ আহিল। মই কলেজলৈ যোৱা সময়ত আমাৰ অৱস্থা অতি বেয়া হয়গৈ।

মোৰ আই বৰ পটু গৃহিণী আছিল, মেলেঙৰ শ্ৰুতিকৰৰ ঘৰৰ জীয়ৰী, বায়েক চাৰিঙত পৰিছিল, প্ৰখ্যাত সাহিত্যিক বেণুধৰ শৰ্মাৰ মাক। বেণুধৰ পয়া-লগা ল'ৰা, আয়ে তেওঁক লালন-পালন কৰি ডাঙৰ কৰে। পয়া-লগা লৰাই দোলাত যায়। বেণুধৰৰ ক্ষেত্ৰত ফলিয়ালে।

বেণু ককাইদেউৰ ছবছৰমানত আইৰ বিয়া। পিতাদেউৰ ওঠৰ বছৰ বয়সতে পিতাকে বিয়া পাতি দি ঢুকাল। পিতাদেউৰ প্ৰথমা ভাৰ্য্যা ঘৰলৈ আহি কেইমাহমানৰ পাছতে হঠাতে মৃত্যুমুখত পৰে। আই দ্বিতীয়পক্ষ। পিতাদেউৰ পোকে খোৱা দাঁতটো এৰুৱাই পেলাইছিল, বিয়াত কন্যাঘৰত দাঁত নাইকিয়া বুঢ়া দৰা বুলি নামতীসকলে জোৰা নাম গাইছিল।

আয়ে পোনতে লেখা-পঢ়া একো নাজানিছিল; কিন্তু কাণেৰে পদ-পয়াৰ কিতাপত মিলাই চাই চাই আখৰ চিনি পোৱা হল, পাছলৈ সেই সেই কিতাপ পঢ়িব পৰা হ'ল। লিখিবলৈহে নিশিকিলে। স্মৃতি শক্তিও আইৰ বৰ চোকা আছিল, অসমীয়া পদপুথিৰ বাহিৰেও সংস্কৃতৰ বহুত শ্লোক-স্তোত্ৰ শুনি শুনি মুখস্থ কৰিছিল আৰু আমাকো শিকাইছিল। গাৱঁৰ নামঘৰত নাম দিবলৈ আই নগলেই নহয়। ৰাতিপুৱা গোসাঁইঘৰ মচাৰ পৰা মাজ নিশা চৰু সামৰালৈকে গোটেইখিনি কাম কৰিও ক্লান্ত নহয়। ইয়াৰ মাজতে আজৰি উলিয়াই তাঁত-সূত লগাই গামোচা-কাপোৰ বয়। নামঘোষাৰ এফাকি পদ "নিগম-নিগূঢ় হৰিৰ নাম। নলৈয়া মন কৰা কোন কাম"।। গোসাঁই কাপোৰত বাচি এখন আউনীআটি সত্ৰলৈ পঠিয়াইছিল, এখন আমাৰ গোসাঁইঘৰৰ সিংহাসনত দিছিল। পৰিয়ালৰ মানুহৰ বাহিৰেও আলহী-অতিথি, হালোৱা-পথৰুৱা সকলোকে সময়মতে যথাযোগ্য শুশ্ৰূষা কৰি ৰং পাইছিল। দুৰ সম্বন্ধীয়া ল'ৰা এজন আমাৰ ঘৰত থাকি তিতাবৰ মাইনৰ স্কুলত পঢ়িছিল, তেওঁকো নিজৰ ল'ৰাৰ দৰে ৰাতিপুৱাই ভাতপানী খুৱাই পঠিয়ায়। ল'ৰাজনৰ পাঠ্যপুথিত থকা গাৱঁলীয়া বোৱাৰী নামে কবিতা আয়ে মুখস্থ গোৱা মনত আছে।

চোতালৰ ছাঁ আৰু পেটৰ ভোকেই তেতিয়া ঘড়ীৰ কাম কৰিছিল। ডফলাটিং চাহ বাগিছাৰ কলঘৰৰ উকিয়ে বাৰ বজাৰ বাতৰি দিয়ে। কেউফালে তিনি-চাৰি মাইললৈ সেই উকি শুনি। ল'ৰা-ছোৱালী ওপজাৰ সময় চোতালৰ ছাঁৰ পৰা অনুমান কৰিব লগা হয়। কলঘৰৰ উকি শুনাৰ পৰা দুখনমান তামোল

খোৱাৰ পাছতে কেঁচুৱা জন্ম হয়— এনে বৰ্ণনা পিতাদেউৰ আগত দিয়া আমি শুনোঁ।

আমাৰ গাৱঁৰ চাৰি মাইলৰ ভিতৰত কোনো প্ৰাথমিক পঢ়াশালি নাছিল, চাৰে চাৰি মাইল দূৰত তিতাবৰ মাইনৰ স্কুলৰ লগতে প্ৰাথমিক শাখা এটা লগোৱা। যোৰহাট নগৰৰ পৰা প্ৰায় পোন্ধৰ মাইল দূৰৰ এই আওহতীয়া হামদৈ অঞ্চলত মানুহ প্ৰায়েই নিৰক্ষৰ। ভাওনাৰ বচন মুখস্থ কৰিবলৈ আমাৰ ঘৰলৈ কোনো কোনো ভাৱৰীয়া অহা মনত পৰে। খাজনা দিবৰ সময়ত পট্টাখনত কিমান খাজনা দিব লগা থাকে সেই কথা সুধিবলৈকো পট্টা মেৰিয়াই চুঙাত সুমাই লৈ অহাও দেখোঁ। হাতত তামোল-পাণ বা বেঙেনা-কেৰেলা। আমাৰ ওচৰৰ গাওঁকেইখনত লেখা-পঢ়া জনা পৰিয়াল তিনিটামান আছিল। সংস্কৃতৰ প্ৰাথমিক জ্ঞান লবলৈ বা বিধি-বিধান বুজিবলৈ পিতাদেউৰ ওচৰলৈ দুই-চাৰি ডেকা আহে।

ফণীধৰ মণ্ডল আৰু ডোমাই গাওঁবুঢ়াক লগত লৈ পিতাদেৱে আমাৰ গাওঁ দুখনৰ ভিতৰত এখন প্ৰাথমিক স্কুল খোলাৰ চেষ্টা কৰি আহিছিল, কিন্তু ল'ৰাৰ সংখ্যা যথেষ্ট নোহোৱাত এই চেষ্টা বিফল হৈ যায়। লোকেলবৰ্ডৰ পৰা মঞ্জুৰী নাপায়।

হেঙুলীয়ানী নামে অপুত্ৰকা বিধৱা বুঢ়ী এগৰাকীয়ে তেওঁৰ ঘৰৰ আগৰ দুকঠা মাটি দি থৈছিল। ৰাইজে তাতে অনুষ্টুপীয়াকৈ ঘৰ এডোখৰ সাজিলে আৰু আকৌ ল'ৰা গোটাবলৈ ঘৰে ঘৰে গ'ল। ল'ৰা এইবাৰ একুৰিমান গোট খালে। সহজানন্দ বোলা দেখনিয়াৰ ডেকা এটি হঠাৎ ওলালহি, তেওঁ পঢ়াব পাৰিম বুলি কোৱাত ৰাইজে তেওঁক সিধা-পাতি দি লগতে বেতনো দি ৰাখিলে। এই মানুহজন অতি ভদ্ৰ, বিনয়ী আৰু ধৰ্মনিষ্ঠ। তেওঁ দিহিংসত্ৰৰ সেৱক। মাজে মাজে তেওঁ কোট-পটলুং পিন্ধি আহে। ঘনকান্ত বৰুৱা ডেপুটী ইন্‌স্পেক্টৰ এদিন পৰিদৰ্শন কৰিবলৈ আহিল। এই মানুহজনক গুৰু ট্ৰেইনিঙলৈ পঠিয়ালে, ৰত্নকান্ত শৰ্মাক তেওঁৰ ঠাইত নিযুক্তি দিলে। গুৰু ট্ৰেইনিঙত উত্তীৰ্ণ হৈ বহি আছিল।

আমাৰ গাৱঁৰে বিষ্টুৰাম ছোট কেৰেণীৰ চকুত লগা ছোৱালী এজনী উঠন হৈ আছিল। সহজানন্দ পণ্ডিতে সেই ছোৱালীজনী বিয়া কৰাবলৈ বৰ আগ্ৰহ কৰিছিল, তেওঁৰ হৈ দুই-চাৰি লোকে কেৰেণীক খাটিছিল। কিন্তু আউনীআটিৰ সেৱকৰ ছোৱালী দিহিঙৰ সেৱকলৈ দিব নোৱাৰি বুলি পিতাকে খাটাং সমিধান দিলে। বুকত বেজাৰ লৈ সহজানন্দ পণ্ডিত গুৰু ট্ৰেইনিং পঢ়িবলৈ গল; কিন্তু তিনি মাহমানৰ মূৰত তেওঁ তাৰ পৰা কলৈ গ'ল কোনেও একো কব নোৱাৰিলে।

নতুনকৈ অহা ৰত্নকান্ত পণ্ডিত আচল শিক্ষকৰ জাতৰ মানুহ। গহীন আৰু সৰল এই মানুহজনে বিষয়বোৰ নিজেও ভালকৈ জানিছিল আৰু অতি যত্ন কৰি ল'ৰাক বুজাইছিল। অসমীয়া-বঙলা বাতৰিকাকত আৰু বাঁহী আলোচনীৰ তেওঁ

নিয়মীয়া পাঠক। আমাক বাঁহীৰ সম্পাদকীয় টোকাৰ পৰা শ্ৰুতলিপি দিছিল, কীৰ্তনৰ পদৰ পৰাও কেতিয়াবা। লৰাক ৰবাব টেঙাৰ ফুটবল খেলিবলৈকো দিছিল। লৰাই ভয়ো কৰিছিল। ৰাতিপুৱা স্কুল হোৱা কেইমাহত তেওঁ দুপৰীয়া এক-দুই বজাত ঘৰ পায়, তেতিয়াহে গা ধুই আহাৰ কৰে। নিষ্ঠাৱান্ লোক। তেওঁৰ আশাশুধীয়া শ্ৰম দেখি সকলোৱেই তেওঁক ভাল পাইছিল আৰু সহজানন্দ পণ্ডিতক অইন ঠাইত দিয়াই এওঁক আমাৰ গাৱঁতে ৰাখিবলৈ স্থিৰ কৰিছিল। বছৰৰ শেষত মোক বৃত্তি পৰীক্ষা দিবলৈ অনুমতি দিলে, আৰু মই বৃত্তি পোৱাত আমাৰ স্কুলে স্থায়ী স্বীকৃতি লাভ কৰিলে। মাজুলীকে ধৰি গোটেই যোৰহাট মহকুমাত তেতিয়া ১১৫খন প্ৰাইমাৰী স্কুল, আমাৰখন ১১৫ নং। স্কুল লোকেলবৰ্ডে চলাইছিল আৰু লোকেলবৰ্ডৰ পদেন চেয়াৰমেন আছিল শিৱসাগৰ জিলাৰ ডেপুটি কমিচনাৰ কৰ্ণেল প্লে ফেয়াৰ। তেওঁৰ গালত বাঘে আঁচুৰিছিল গুণে তেওঁক বাঘে-খোৱা চাহাব বুলিছিল। যোৰহাট নগৰ তৰাজানত বাঘৰ লগত চাহাবৰ মুখামুখি হয়।

বৃত্তি পৰীক্ষা দিয়াৰ তিনি মাহমানৰ আগতে মই টান নৰিয়াত পৰোঁ। বৰ আই শৰীৰত বন্ধ হৈ তিনদিন সম্পূৰ্ণ অজ্ঞান হৈ আছিলোঁ, মোৰ আশা সকলোৱে এৰি দিছিল। বসন্ত ওলোৱাত মোৰ জ্ঞান আহিল। এমাহমানৰ মূৰতহে উঠা-লৰা কৰিব পৰা হ'লোঁ। মোৰ হাত-ভৰিৰ তলুৱা কেঁচুৱা ল'ৰাৰ দৰে কোমল হৈ পৰিছিল, শৰীৰৰ মোট এৰাই গ'ল। এটা নতুন জীৱন। তেতিয়াৰ পৰা মোৰ কফ ধাতু প্ৰবল হৈ ৰৈ গ'ল। মুখস্থ শক্তি বাঢ়িল। এই নৰিয়াৰ পৰা উঠি বৃত্তি পৰীক্ষা দি বৃত্তি পালোঁ। মহকুমাৰ তেৰটা বৃত্তি। অধ্যাপক চন্দ্ৰনাথ কলিতা আৰু উপেন্দ্ৰ ফুকনেও সেইবাৰ বৃত্তি পায়, বাকীসকলৰ নাম পাহৰি গৈছোঁ।

সেই সময়ত গাৱঁলীয়া অঞ্চলত বেমাৰীৰ চিকিৎসাৰ কাৰণে তিনটা অনুষ্ঠান—গ্ৰহ-গতি চোৱাই সকাম কৰা বা দান প্ৰতিকাৰ দিয়া, বেজৰ হতুৱাই জৰা-ফুকা কৰোৱা, পাভতি চাঙত থকা খৰাৰ পৰা আনি গছৰ ছাল বা গুটিৰ শৰণ লোৱা। জিলাখনৰ ভিতৰত যি তিনি-চাৰিখন হস্পিটেল আছিল তাৰ সহায় অতি কম মানুহেহে পাইছিল আৰু লৈছিল। মোৰ এবাৰ মেলেৰীয়া জ্বৰ হওঁতে Edwards' Tonic বুলি তীব্ৰ তিতা দৰব এবটল খাইছিলোঁ, মোৰ পেহা এজনে লৈ আহিছিল। সাধাৰণতে গাৱঁলীয়া বেজে ল'ৰা-ছোৱালীবোৰক সৰিয়হ তেলত বুৰাই থৈ বেজালি মন্ত্ৰ গাই কপাহী সুতাৰে বাটি জৰি একোডাল ডিঙিত পিন্ধাই দিয়ে। সেই মন্ত্ৰবোৰ অদ্ভুত সুৰত উচ্চাৰণ কৰি ভূত-প্ৰেত খেদাবলৈ চেষ্টা কৰিছিল। শব্দৰ therapeutic value ৰোগনিবাৰিণী শক্তিত অৱশ্যে বহুত কালৰে পৰা বহুত দেশত বিশ্বাস কৰি আহিছিল। গাৱঁৰ বুঢ়া লোকে সদায় কৈছিল—হৰিয়ে নেৰাখিলে জৰিয়ে কি ৰাখিব? মোতকৈ দুবছৰ সক মোৰ কেতেকী ফুল যেন ধুনীয়া ভনীজনী malignant malaria মাৰাত্মক জ্বৰ হৈ

দুদিনতে ঢুকায়। মোৰ আগতে আমাৰ আই-পিতাৰ প্ৰথম সন্তান ল'ৰা এটিও তিনি বছৰীয়া হৈ ঢুকায়। আইৰ কেইবছৰমান সতি-সন্তান হোৱা নাছিল। আউনীআটি সত্ৰাধিকাৰ বাক্‌সিদ্ধ ৺দত্তদেৱ গোসাঞিৰ ভৱিষ্যৎ বাণীৰ ফলত কেইবছৰমানৰ মূৰত মোৰ জন্ম হয় বুলি শুনিছোঁ। যমৰ চকুত ধুলি দি মোক ৰাখিবলৈ অলপ দূৰৰে কৈৱৰ্ত গাৱঁৰ বগী পোহাৰী বুঢ়ীক কড়ি এটাৰ সলনি মোক বেচি দিয়ে। নিজৰ ঘৰত থাকিলেও মই বুঢ়ীৰ নামতহে আছিলোঁ। বুঢ়ীয়ে মাজে-সময়ে নিজৰ ল'ৰাক দিয়াৰ দৰে মোক কল-বন ইটো-সিটো দি চাই যায়হি। বসন্তৰ আক্ৰমণৰ পৰা বগী বুঢ়ীৰ কাৰণেহে বোধহয় ৰক্ষা পৰিলোঁ। সামাজিক বিভেদৰ ওখ বেৰা পাৰ হৈ আহি বুঢ়ীৰ মাতৃস্নেহে মোক নিশ্চয় স্পৰ্শ কৰিছিল। হৃদয় হিমালয়তকৈও বলী। আমাৰ ঘৰৰ পৰা বুঢ়ীক মাজে-সময়ে কাপোৰ-কানি, পইচা-কড়ি দিয়ে, বুঢ়ীৰ সেইবোৰত বৰ ৰতি নাছিল। মোৰ লগুণ দিয়নিৰ আগে আগে বুঢ়ীক সিধা-পাতিৰ সৈতে কড়িটো ঘূৰাই লয়। এই কৈৱৰ্ত গাওঁখনৰ ডাঙৰ নামঘৰত ভাৱনা-সবাহ পাতে আৰু সেই উপলক্ষ্যে আমাক তামোল-পাণ, গুড়-গাখীৰ দিয়ে। কৈৱৰ্তসকলৰ ভিতৰৰ দিহিং সত্ৰৰ সেৱকসকলৰ বেলেগে এটা নামঘৰ আছিল। তেওঁলোকৰ মৃদঙ্গীয়া গায়ন, খোলৰ ব্যৱহাৰ নাই।

আমাৰ গাৱঁত আৰু ওচৰৰ গাওঁবিলাকত প্ৰত্যেক খেলৰে নামঘৰ। প্ৰত্যেক খেলৰ পঁচকীবিলাকৰ ভিতৰত একতাৰ মাৰ আছিল। ৰজাদিনৰ খেলৰ পৰা এই নামঘৰীয়া খেল কেনেকৈ হ'ল ক'ব নোৱাৰি।

যি হওক, নামঘৰত বছৰি মহাপুৰুষসকলৰ তিথি, জন্মাষ্টমী আদিত ভাৱনা-সবাহ হৈ থাকে। আমি নিজৰ গাৱঁৰ বাহিৰে আন নামঘৰলৈকো যাওঁ। তাৰ ভিতৰত টেকেলা গাৱঁৰ নামঘৰৰ বিশেষ আকৰ্ষণ আছিল। তাৰ ৰমা বৰুৱা বোলা ভকতজন এগৰাকী পটু শিল্পী। নামগোৱা আৰু কীৰ্তন-ঘোষা পাঠৰ উপৰি তেওঁ ভাৱনাৰ সুদক্ষ সঞ্চালক প্ৰযোজক। ভোজনব্যৱহাৰ ভাৱনা তেওঁ নিজে ঘৰত পিঠাগুড়ি খুন্দাই সেই পিঠাগুড়িৰে নামঘৰত একাবেঁকাকৈ যমুনা নৈ তোলে আৰু পদুমনিৰ পৰা পাতে সৈতে পদুম আনি তাত পুতি দি যমুনা-পুলিনৰ পৰিৱেশ সৃষ্টি কৰে। অভিমন্যুবধ ভাৱনাত নানা বৰণীয়া কাগজেৰে সপ্তৰথীৰ মূৰ্তি কাটি 'চক্ৰবেহ' সাজি ভাৱনা সজীৱ কৰে। ৰমা বৰুৱাই পৰিচালনা কৰা ভাৱনা চাবলৈ বহুত দূৰৈৰ পৰাও মানুহ আহে।

চাৰি কুৰিৰ ওচৰ চপা এই গাৱঁলীয়া শিল্পীজনৰ মলাচক যেন তেজী মুখ, গল্‌গলীয়া মাত, বৈষ্ণৱসুলভ আচৰণে সকলতেই মোৰ শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। মূল সংস্কৃতৰ শ্লোক থকা নামঘোষা এখন তেওঁ প্ৰথমে আমাৰ ঘৰত দিয়েহি। পিতাদেউৰ হতুৱাই মূল শ্লোকবোৰ গোৱায়, ডাঙৰ হলত মোৰ হতুৱায়ো গোৱাই শুনে। ভকত-সজ্জনক তেওঁ ঈশ্বৰ জ্ঞান কৰে। নিঃসন্তানক এই শিল্পী বৈষ্ণৱ

চাৰিকুৰি দহ বছৰমান বয়সত ঢুকায়, শেষ বয়সত তেওঁ সকলোৰে পৰা সহায়-শুশ্ৰূষা পাইছিল। সৰ্বসাধাৰণৰ কাৰণে তেওঁ নিজে কুশ ৰুই কুশতলী কৰিছিল। তেওঁৰ ইচ্ছামতে এই কুশতলীৰ কাষতে তেওঁক দাহ কৰে। তেওঁ সজা মুখা আৰু ভাৱনাৰ সৰঞ্জাম অলপ দিনলৈকে আছিল।

দহ বছৰমান বয়সত আমাৰ নিজৰ গাৱঁৰ নামঘৰত এবাৰ নৃসিংহযাত্ৰা ভাৱনাত মই 'দেখাত শিশু, বয়সত বৃদ্ধ' চাৰিসিদ্ধৰ এক সিদ্ধ হৈ ওলাইছিলোঁ। কপটী জয়-বিজয়ক অতি খঙেৰে অভিশাপ দিছিলোঁ। এবাৰ জন্মযাত্ৰা ভাৱনাত কৃষ্ণৰ ভাও লৈছোঁ। তেতিয়া পাঁচ বছৰমান হ'ব, স্পষ্টকৈ বচন মাতিব পাৰোঁ। সদ্যোজাত কৃষ্ণ হৈ বসুদেৱৰ কোলাত উঠি 'আজু জনমি সুত' গীতৰ তালে তালে যমুনা পাৰ হোৱা আনন্দৰ অকণমান এতিয়াও আছে। নামঘৰৰ ওচৰৰ গছৰ পৰা কোনো ভাৱৰীয়াই আকাশবাণী কোৱা তেতিয়া আচৰিত লাগিছিল।

সদাৰাম কলিতাৰ অৰ্জ্জুনৰ ভাৱে ৰাইজৰ প্ৰশংসা পাইছিল। ডেকাটি ওখ, বৰ শকত নহয়, দেখিবলৈও গঢ়িত। তেওঁৰ পিঠিত ওলোমাই লোৱা শৰযুক্ত টোন দেখি সৰুতে মোৰো টোন লবলৈ মন গৈছিল আৰু সেই অৰ্জ্জুনে মোক সৰুকৈ টোন সাজি দিছিল। দেৱ-দানৱৰ মুখা আৰু ভাৱনাৰ আন সঁজুলি গাৱঁৰ মানুহে নিজেই সাজি লৈছিল, আতচবাজিও তৈয়াৰ কৰিছিল। পানীতোলা বৰসৰাহ আৰু ভাৱনা গাৱঁত প্ৰধান আৰু পবিত্ৰ উৎসৱ, এই উপলক্ষ্যে বহুতেই লঘোনে-ভোকে থাকি উৎসৱ পালন কৰিছিল। পৰম ভক্তিৰে গোৱা ঘোষাধেমালিৰ সুৰে গাৱঁৰ আকাশ জুৰি আছিল।

নন্দোৎসৱ বা বোকা ভাৱনাত ল'ৰা-ডেকা-বুঢ়া সকলোৱে বোকাত লেটি-পেটি হৈ কৃষ্ণ জন্মৰ নাম গোৱা আজিকালি প্ৰায় নোহোৱা হৈছে।

ভাদ মাহটোত জন্মযাত্ৰা ভাৱনা, বোকা ভাৱনা আৰু মহাপুৰুষ দুজনাৰ তিথি পৰে। এইটো উৎসৱৰ মাহ। এই মাহতে খেতিয়ক খেতিৰ পৰা উঠে। গৃহস্থই ভাত পিঠা খায়; ইয়াক নাঙল ধোৱা পিঠাও বোলে। খুৰ্মাৰ আকাৰৰ এই পিঠা কোমল আৰু সুস্বাদু; সোৱাদটো মনত এতিয়াও লাগি আছে।

আমাৰ গোসাঁই-ঘৰৰ চাঙত থকা সাঁচিপতীয়া পুথি এই ভাদতে এবাৰ বা দুবাৰ ৰ'দায়; আহাৰ-শাওণতো দুবাৰমান ৰ'দায়। তথাপিতো কিছুমান পুৰণি পুথি ক্ৰমে নষ্ট হৈছিল। প্ৰয়োগ ৰত্নমালা ব্যাকৰণ পুথিৰ সৰহখিনি পাত পচি গ'ল; দুটামান পাত এতিয়াও থৈ দিছোঁ অধ্যাপকৰ ঘৰৰ স্মৃতি স্বৰূপে। বৃদ্ধ-প্ৰপিতামহৰ হাতৰ আখৰেৰে লিখা গীতা পুথিৰ কিছুমান পিতামহগৰাকীয়ে নতুনকৈ লিখি পুৰাই দিছিল, এতিয়া কিছু অংশ আছে। পূজা, শ্ৰাদ্ধ, শান্তি-স্বস্ত্যয়ন, জ্যোতিষ, বিষ্ণু সহস্ৰনাম (ভাৰতীয় আৰু পদ্ম পুৰাণীয়) এনেবিলাক পুথিয়েই সৰহ। অসমীয়া পদ-পুথিও ভালেখিনি আছিল, কীৰ্ত্তনঘোষাৰ বাহিৰেও। ৰামসৰস্বতীৰ ধৃতৰাষ্ট্ৰৰ চক্ষুলাভ, ব্যঞ্জন পৰ্ব আদি পুথি মাজে মাজে

চ'ৰাঘৰত পায়। বেজালি পুথিও কেইখনমান আছিল। বহী এখনত বৰফুকনৰ গীত লিখা অছিল, কিন্তু মই বুজন হোৱাত এই বহী নাপালোঁ। বৰ্তমান প্ৰকাশিত বৰফুকনত নথকা কিছু পদ তাত থকা যেন লাগে। এটা বহীত সংস্কৃত শ্লোক আৰু স্তোত্ৰ আছিল— এইবিলাক পিতাদেউ আউনীআটি সত্ৰত এবছৰমান থকা কালত 'দেউ'ৰ পৰা, অৰ্থাৎ মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্যৰ মুখে শুনা।

আমাৰ সৰু কালত ছপা অসমীয়া ৰামায়ণ বৰকৈ দেখা নাই। বৰদলৈয়ে প্ৰকাশ কৰা ৰামায়ণ গোটেইবোৰ অঞ্চলত প্ৰচাৰ হোৱা নাছিল। অসমীয়া পুথি নাপাই বহুতে বঙ্গলা ৰামায়ণ-মহাভাৰতো পঢ়িছিল। কিন্তু অসমীয়া ৰামায়ণ-মহাভাৰতৰ কথা পাহৰা নাছিল। ৰামসৰস্বতীৰ বধকাব্যবোৰ অৱলম্বন কৰি লিখা নাটকৰ অভিনয় সৰুতে আমি দেখিছোঁ—খটাসুৰ বধ, কুলাচল বধ, এনেবোৰ। হৰিবিলাস আগৰৱালাই প্ৰকাশ কৰা কীৰ্তন-ঘোষা আমাৰ ঘৰত আছিল। আউনীআটি সত্ৰৰ পৰা ওলোৱা ৰুক্মিণী হৰণ, ভীমচৰিত, কাণখোৱা, গুণ মালা আদি পুথি গাৱেঁ-ভূঞে প্ৰচাৰ হৈছিল— মাজুলীৰ কুমাৰে নাৱেৰে চৰু-কলহ বেচিবলৈ যাওঁতে এনে পুথিও বেচিছিল অতি সস্তাত। ভট্টাচাৰ্য এজেঞ্চি আৰু চক্ৰৱৰ্তীয়ে এই সময়ত বহুত পুৰণি অসমীয়া পুথি ছপা কৰি ৰক্ষা কৰিছিল। এইডোখৰ কালতে প্ৰাথমিক শিক্ষাৰ অলপ প্ৰসাৰৰ ফলত ছপা কিতাপ পঢ়িব পৰা মানুহ গাৱঁলীয়া সমাজত লাহে লাহে ওলাবলৈ ধৰে।

মানুহে পঢ়াশুনাৰ কথা কয়; মোৰ ক্ষেত্ৰত শুনাটো আগ হ'ল, আৰু অধিকো হ'ল। অসমীয়া পদ-গীত, সংস্কৃতৰ শ্লোক-স্ত্ৰোত্ৰ নিচেই সৰুৰে পৰা সদায় শুনিছিলোঁ আৰু সেইবোৰ আজিও মনত সোমাই আছে। গধূলি চাণক্যৰ শ্লোক দুটা মুখস্থ দিয়া আমাৰ কৰ্তব্য আছিল আৰু মই সেই কামত কেতিয়াও পাচ পৰা নাই। 'মধু-দানৱ-দাৰণ' টোটয় আৰু 'ন তাতো ন মাতা' ভুজঙ্গ-প্ৰয়াত সৰুতে মুখস্থ হৈছিল। আমাৰ ঘৰত পিতাদেউহঁতে নিজৰ পিতৃ-মাতৃ আৰু পিতামহ-পিতামহীৰ একোদ্দিষ্ট বিধিমতে কৰিছিলেই, তাৰ উপৰি মহালয়াত পাৰ্বণ শ্ৰাদ্ধ কৰিছিল। এই শ্ৰাদ্ধবিলাকত আমাৰ মুখ্য পুৰোহিত মেমেৰাদেৱে (মালৌ আলিৰ ৺নিত্যানন্দ শৰ্মা) সুললিত আৰু স্পষ্ট উচ্চাৰণেৰে গাই যোৱা মন্ত্ৰৰ ভালেখিনি মোৰ কাণত সোমাই বৈ গৈছিল। মোৰ বিদ্যাৰম্ভ আনুষ্ঠানিক বিদ্যাৰম্ভৰ আগৰ পৰাই হৈ আছিল। বিষ্ণুসহস্ৰনামৰ মোৰ মুখস্থ থকা শ্লোকৰ লগত পুথিৰ আখৰ মিলাই আখৰ চিনোঁতে সময় লাগিছিল যদিও ৺মেমেৰাদেৱে বিদ্যাৰম্ভ কৰোৱাৰ পাছত আখৰ চিনিবলৈ মোৰ পক্ষে সহজ হৈ পৰিছিল। ইতিমধ্যে সাঁচিপতীয়া পুথিৰ আখৰো চিনিলোঁ। ইংৰাজী King's Primer এখনো কেনেবাকৈ মোৰ হাতত পৰিল, আমাৰ ঘৰত থাকি মাইনৰ স্কুলত পঢ়া ল'ৰা এজনে ইংৰাজীৰ লগত পৰিচয় কৰাই দিলে। ককাইদেউ বেণুধৰ শৰ্মায়ো মাজে-সময়ে আহি মোৰ ইংৰাজী বিদ্যা লাভত সহায় আৰু উৎসাহ আগ বঢ়ালে

আৰু সেয়ে ভৱিষ্যত চাউলমুঠিৰ উপায় হ'লগৈ। ইংৰাজী শব্দ কিছুমান শিকি ব্যাকৰণমনা দুই এটা বাক্য ৰচনা কৰিবলৈ মনে মনে যত্ন কৰিলোঁ।

পানীন্দ্ৰনাথ গগৈৰ ল'ৰাশিক্ষা প্ৰথম ভাগত থকা ছন্দত সজোৱা সুললিত শব্দবোৰে মনত ৰং লগাইছিল, "গামখাৰু ওলগনি" আজিও জিলিকি আছে। আজিকালিৰ পাঠ্যপুথি "চন্ পৰা আহুতলী।" লৰাশিক্ষা দ্বিতীয় ভাগত কাণী বুঢ়ীৰ পুতেকৰ সাধুটো সভাই-সমিতিয়ে এতিয়াও উল্লেখ কৰোঁ। এনে সাধুৱে ল'ৰাৰ মনত নিজৰ মাতৃভাষা আৰু ভূমিলৈ শ্ৰদ্ধাৰ ভাব ওপজায়।

মেমেৰাদেৰে যিদিনা মোৰ বিদ্যাৰম্ভ কৰায় সেইদিনা আবেলি ওচৰ-চুবুৰীয়া ল'ৰাক নিমন্ত্ৰণ কৰি ঘূৰি আহোঁতে জঁক উঠা ম'হ এটাই পাচে পাচে খেদি আহে। ময়ো পাচলৈ নাচাই যিমান পাৰোঁ লৰি আহি ঘৰ সোমাওঁ। এই ম'হে জীৱনত খেদিবলৈ নেৰিলে।

আমাৰ এজন বৰদেউতাই বহুত সাধুকথা কৈছিল, মাজে মাজে গধূলি গধূলি; আৰু ৰহণ লগাই ল'ৰা-ছোৱালীৰ মনত লগাকৈ। সাধুৰ মাজত থকা পদ্যাংশ বিননি সুৰত গাই আমাৰ কুমলীয়া মনত বিষাদৰ ঢৌ তুলিছিল। বুঢ়ী জেঠায়েও মাজে মাজে আহি সাধুকথা কৈছিল। এইবোৰ সাধুকথা কালৰ পেটত সোমাল। তেতিয়া সেইবোৰৰ মানে বুজিব পৰা নাছিলোঁ, শুনি ৰং পাইছিলোঁ। বেজবৰুৱাৰ সংগ্ৰহ কেৱল এটা ভগ্নাংশ।

বুঢ়ীআইৰ মুখে ৰামায়ণৰ এটা সংক্ষেপ শুনিছিলোঁ।

আদৌ ৰামস্য তপোবন-গমনং  
হত্বা মৃগকাঞ্চনং বৈদেহীহৰণং:  
জটায়ুমৰণং লঙ্কাপুৰীদহনং  
ৰাৱণনিধনং, ইতি শ্ৰীৰামায়ণং।

ভাষা আৰু ব্যাকৰণৰ দোষ কিবা থাকিলেও এই শ্লোকে আমাক এটা ৰামায়ণৰ ৰূপৰেখা দিছিল। ৰামৰ তপোবন গমন হে, বনবাস নহয় কিন্তু। কলেজত পঢ়া কালত গম পালোঁ, এনে একশ্লোকী ৰামায়ণ ভাৰতৰ বহুত ঠাইতে প্ৰচলিত।

বুঢ়ীআইৰ মুখত শুনা এটা চতিহা—

কই বোলে কৈকেয়ী লৈলন্ত ৰাজ্যভাৰ।  
খই বোলে খেদাইলা ৰামক অযোধ্যাৰ।  
গই বোলে গমন কৰিলা ৰঘুপতি।  
ঘই বোলে ঘৰিণী সীতাৰ ভৈলা মতি।।  
এইদৰে 'হ' লৈকে।

গাৱঁলৈ এজন বহুৱাই গাৱঁৰ প্ৰত্যেক ঘৰ মানুহৰ বৈশিষ্ট্য বৰ্ণাই কৰা পদৰ কিছু অংশ এতিয়াও মনত আছে।

গৈ গৈ পালোঁগৈ বোকাজানৰ সাঁকো।
তাতে লগ পালোঁ ক'লাৰাম বাপু।।
ক'লাৰাম বাপুৱে মাৰিলে ৰিং।
ভতিজাইঁতে ঘৰত লগালে টিং।।
টিঙৰ তলত লগালে থুকুৰা।
ওচৰতে আছে জুৰাই শুকুৰা।।
শুকুৰাই বুলিলে ৰাম।
গাতে আছে মেধি মাঘীৰাম।।
মেধিয়নীয়ে বোটলে লেচেৰি।
—ইত্যাদি

ক'লাৰাম বাপুৱে গধুলি ভাতখোৱাৰ সময়ত পুতেকক নঙলামুখৰ পৰা ৰিঙিয়ায়। ভতিজাইঁত ন চহকী হৈ ঘৰত টিংপাত লগালে। শুকুৰা মৰিল। মেধিয়েনীয়ে পথাৰত পৰি থকা ধান বা সৰু থোক বুটলি আনে।

আমাৰ গাৱঁত নকৈ পতা নিম্ন প্ৰাইমাৰী স্কুলত মই এবছৰমানহে পঢ়িবলৈ পালোঁ। দহ বছৰ মানলৈকে ঘৰ আৰু গাৱঁত শুনি শুনি আৰু দেখি ভালেমান শিকিলোঁ। এয়া মোৰ নিৰুপাধি (informal) শিক্ষা। জীৱনত এইখিনিয়েহে মোক সহায় কৰিছে। সৰুৰে পৰা নিয়মমতে ক্ৰম ৰক্ষা কৰি নিশিকা বাবে অঙ্কত মই সদায় কেঁচা হৈ থাকিলোঁ।

পিতাদেউৰ পেৰাত মহিম্নস্তোত্ৰ নামে সৰু কিতাপ এখন আছিল, সংস্কৃত শ্লোক আৰু বঙ্গলা ভাঙনি। আখৰ চিনি পোৱা হ'লত পিতাদেৱে মোক সেই শ্লোক গাবলৈ দিছিল, জিভাৰ জড়তা গুচাবলৈ। শ্লোকৰ অৰ্থ গভীৰ, একোকে নুবুজোঁ। এতিয়াও কিছুমান শ্লোকে মনত খুন্দিয়াই থাকে।

ত্ৰয়ীসাংখ্যং যোগং পশুপতিমতং।
বৈষ্ণৱমিতি ৰুচীনাং বৈচিত্ৰ্যাৎ।
ঋজুকুটিলনানাপথযুষাং।

সবাহ-ভাৱনা আৰু বিশেষকৈ ঘৰত শুনা পদ-পয়াৰ, গীত-মাত। শ্লোক-স্তৱ, সাধুকথা-ফকৰা—এইবোৰ মোৰ প্ৰথম বিশ্ববিদ্যালয়। মোৰ যি কণ শিক্ষা, এইবোৰৰ আধাৰতে থিয় হৈছে। পাণ্ডিত্যই ধৰা নিদিলে যদিও ৰসৰ পৰা বঞ্চিত হোৱা নাই।

আমাৰ পেহা এজনে ম'হবন্ধা চাহবাগিচাত বৰকেৰেণী কাম কৰিছিল। তেওঁ মাজে-সময়ে শনিবাৰে-দেওবাৰে ডাঙৰ গৰুগাড়ী এখনত উঠি আমাৰ

ঘৰলৈ আহে। আমালৈ ইটো-সিটো লৈ আহে, বিশেষকৈ সীহৰ পাতত মেৰাই চাহপাত, গোন্ধে ম'মৰাই থাকে। লগতে ধুতুৰাফুলীয়া কলগানৰ পেৰাটো (গ্ৰাম'ফ'ন) আনিবলৈ নাপাহৰে। ডম্ব (ডম্বৰু) কেৰেণী অহা গম পালেই গাৱঁৰ মানুহে আমাৰ চ'ৰাঘৰৰ চোতাল ভৰি পৰে। যাদুকৰৰ গান। জামাই এল দিগম্বৰ, বুঢ়ী তুই গাঁজাৰ যোগাৰ কৰ। মুড়িৰ মহিমা অপাৰ। পাণ খেয়ে যাও বঁধু, ইত্যাদি গান শুনি মানুহ স্তম্ভিত হৈ থাকে। তেতিয়ালৈকে অসমীয়া গান ৰেকৰ্ড কৰা নাই যেন লাগে। ভাৱনাৰ গীতমাতৰ পৰিপূৰক এই বন্দনা লঘু গান শুনি মানুহে আমোদ পাইছিল।

এইজন পেহাৰ বাগিচাৰ বহাত আমি মাজে-সময়ে গৈ দুই-চাৰিদিন থাকি আহোঁ। চাহ বাগিচাৰ জীৱনৰ লগত মোৰ এয়ে প্ৰথম পৰিচয়। পাচত অইন চাহ বাগিচালৈকো গৈছোঁ। আদহীয়া বয়সত ৰচনা কৰা দুই এটা প্ৰবন্ধই (কবিতাই) ইয়াৰ সোঁৱৰণী ৰাখি থৈছে। এই পেহাই মোক ইংৰাজী শিকাত উদ্‌গনি দিছিল। মোক তৎপৰ যেন দেখি তেওঁ মোৰ ভৱিষ্যৎ শিক্ষাৰ ব্যয়ভাৰ আংশিকৰূপে বহন কৰিম বুলিও গাত লৈছিল। তেওঁৰ আকস্মিক অকাল মৃত্যুৱে নিজৰ পৰিয়ালটোকে পুতৌ কৰিব লগা অৱস্থাত থৈ গ'ল। যেনে তেনে উপায়ে ধন ঘটি ধন সাঁচিব পৰা লোক তেওঁ নাছিল, দান-দক্ষিণাও কৰে, হাত মুকলি।

সেই বাগিচাত বুঢ়া মেনেজাৰৰ বুঢ়ী মেমে সৰু ল'ৰা-ছোৱালীক বৰ মৰম কৰে; ল'ৰা-ছোৱালী মাতি নি লিচু, মধুৰিআম খাবলৈ দিয়ে। হেনাহুচা অসমীয়াত কথা পাতি ল'ৰা-ছোৱালীক ইংৰাজী শিকায়। wall walk শব্দৰ উচ্চাৰণ শিকোৱা মনত আছে। আমাৰ sugar উচ্চাৰণ শুধৰাই দিছিল। কেৰাণী, মোক আৰু ডাক্তৰৰ ল'ৰা-ছোৱালী গোটাই গৈ তেওঁ এটা ক্লাছকে লোৱা বুলিব পাৰি।

ম'হবন্ধাৰ পেহাই আমাৰ ঘৰলৈ মাজে মাজে বঙলা হিতবাদী আৰু বঙ্গবাসী নামৰ বাতৰি কাকত পঠিয়াই দিয়ে। তেতিয়া প্ৰথম মহাযুদ্ধৰ সময়, যুদ্ধৰ বাতৰি শুনাৰ সকলোৰে আগ্ৰহ। আমাৰ গাৱঁলৈ যোৰহাটৰ কৃষ্ণকান্ত ভট্টাচাৰ্যৰ সাহসী আৰু স্পষ্টবাদী অসমবিলাসিনী সপ্তাহত এদিন আহে, তাৰ পৰা সকলো খবৰ নাপায়। মহাযুদ্ধই মানুহৰ মনত আতঙ্কৰ সঞ্চাৰ কৰিছিল, বিশেষকৈ ডেকা-লৰাক যুদ্ধই ধৰি নিয়ে বুলি। জাৰ্মান বুলি যে এটা পৰাক্ৰমী জাতি আছে আৰু সেই মানুহখিনি যে ইংৰাজতকৈ কম নহয়, মানুহে গম পালে। তাৰ আগলৈকে ইংৰাজেই জগদীশ্বৰ! মহাৰাণীৰ হাতৰ পৰা ৰাজ্য গলে বা আকৌ কোন আহে? গান্ধীৰজা তেতিয়া কৰমচাঁদ হৈ ভাৰতত ভৰি দিছিল মাত্ৰ।

ইয়াৰ মাজতে গাৱঁত বিহু-হুচৰি ভাৱনা-সবাহ আগৰ দৰেই হৈ আছিল। যুৰুপৰ যুদ্ধৰ সামন্তৰালভাৱে হামদৈ পথাৰত পুৰণি কলীয়া ম'হযুঁজো হৈছিল, যুঁজ চাবলৈ অসংখ্য প্ৰজাও গোট খাইছিল। ৰাইজৰ মাজত প্ৰেম-প্ৰীতি, সহায়-সহানুভূতিও টুটি যোৱা নাছিল। বিয়া-সবাহ আৰু দহা-কাজত ৰাইজ উবুৰি খাই

পৰিছিল। গৃহস্থৰ সকামফেৰা ভালেৰে হৈ যাব লাগে সকলোৱেই চিন্তা কৰিছিল, গাৰে খাটি আৰু আৱশ্যক মতে ধন-ধান দিও সহায় কৰাটো স্বভাৱ আছিল। তেতিয়া শিক্ষা অৱশ্যে আজিৰ দৰে প্ৰচাৰ হোৱা নাছিল।

এনে মিলাপ্ৰীতিৰ মাজতো কেতিয়াবা যে অমিলৰ সুৰ নেবাজে, এনে নহয়। সাধাৰণ একোটা কথাতে এখন খেল ফাটি দুখন-তিনিখন হয়, কিছুদিনৰ পাচত আকৌ জোৰা লাগে। মুনিচুনি বেলিকা পথাৰৰ পৰা ধান দাই অহা উঠন উঠন ছোৱালী গা-ধন দিব নোৱৰা প্ৰেমিক ডেকাই আধা চোঁচোৰাই, আধা দাংকোলা কৰি লৈ যোৱা দৃশ্য মাজে-সময়ে দেখা যায়। গাভৰুৱেও লোকক দেখুৱাই চিঞৰ একোটা সৰুকৈ মাৰে। এনে ঘটনাৰ কাৰণেও কেতিয়াবা গাৱঁত দলাদলি হয় যদিও এনে লেঠাবোৰ গাৱঁৰ মেলতে নিষ্পত্তি কৰিছিল।

গৰুগাড়ীয়েই তেতিয়া ভ্ৰমণ-গমনৰ সুলভ উপায়। মটৰগাড়ী ক'ৰবাত ইংৰাজ লোকে দুখন-এখন আনিছিল। আন কি, বাইচাইকেল, আপুৰুগীয়া দৃশ্য। কোনো কোনো ঠাইলৈ বৰৰেল (North Eastern Ry) আৰু যোৰহটীয়া ৰেলেৰে যাব লগীয়া হয়। আমি মেলেঙৰ মোমাইৰ ঘৰলৈ গৰু গাড়ীত যাওঁ, এটকা ভাড়া। গৰুৰ ডিঙিৰ টিলিঙাৰ তালে তালে গাড়ী স্বচ্ছন্দে গৈ থাকে। যোৰহাট নগৰৰ মাজেদি গাড়ী যায়, গাড়ীৰ ভিতৰৰ পৰা নগৰৰ ঘৰ-দুৱাৰ, দোকান-পোহাৰ দেখোঁ। দছ্ কোম্পানী দেখোঁ। হাতীগড়ৰ শিৱদলৰ ওচৰত ৰওঁ। তাত মোমাইৰ মোমায়েকৰ বংশ, তেওঁবিলাক দ'লৰ বৰঠাকুৰ। মোমাই শাক্ত, আমাৰ পৰিয়াল বৈষ্ণৱ। মোৰ তেজত এই তিনটা ধাৰা বৈ আছে। মোৰ কি সম্প্ৰদায় নাজানোঁ—কিন্তু কিবা এটা জীৱনী শক্তিয়ে লৈ গৈ আছে।

সৰুতে পঢ়াশালিলৈ যাওঁতে চোমনিৰ মাজৰ লুংলুঙীয়া বাটেদি যাওঁ। তলত শিঙৰি গছৰ গুটিৰ কাঁইট, ওপৰে জিলীৰ মাত। সাৱধানে খোজ দিব লাগে। মুগাচুঙীয়াই ঠলৰ্-ঠলৰ্ বাটলুগুটি মাৰে পকামুগা খাবলৈ অহা দুৰ্দান্ত কাউৰীৰ দলটোলৈ।

এতিয়াও সেই বাটে দিয়েই গৈ আছোঁ, তাহানিৰ সেই পঢ়াশালিৰ বাটটোৰে।*

গীতাত কৃষ্ণই অৰ্জুনক কৈছে বোলে ঈশ্বৰ সকলো জীৱৰ হৃদয়ত থাকি সকলো জীৱকে লৈ ফুৰাইছে, পুতলা নচুওৱা মানুহে যন্ত্ৰেৰে পুতলা নচাই থকাৰ দৰে। তেনেহ'লে মানুহৰ নিজৰ ইচ্ছাও নাই, দায়িত্বও নাই। মোকো তেনেকৈয়ে লৈ ফুৰাইছে নেকি? মই কিন্তু কথাটো সম্পূৰ্ণ বিশ্বাস কৰিব নোৱাৰোঁ। ভাৰতীয় মানুহবোৰ এনেকুৱা অৱস্থাই নেকি? এইটো এটা বিতৰ্কৰ বিষয়। OO

---

* *এই প্ৰবন্ধৰ দুই-তিনিটামান কথা আজি দহ-বাৰ বছৰৰ আগতে ঢেকীয়াল ফুকন মহা বিদ্যালয়ৰ আলোচনীত মোৰ অভিজ্ঞতাৰ এচকল বুলি ওলাইছিল।*

# চোমনিৰ মাজেদি

চোমনিৰ মাজেদি। জহকালি মূৰৰ ওপৰত কলাৱতী জিলীৰ দীঘলীয়া ভটিমা। জাৰকালি ভৰিৰ তলত শিঙৰিৰ কাইটীয়া গুটি—চাই চাই সাবধানে খোজ দিব লাগে। কেইমাহমান এখন প্ৰাথমিক পঢ়াশালিত পঢ়াৰ সুযোগ পালোঁ। চোমনৰি মাজেদি সুৰুকীয়া বাট। সেই বাটেদি আহি আছোঁ। কিয় আহি আছোঁ কব নোৱাৰোঁ। আজিও নিজেই, মোৰ ধৰ্ম বিশ্বাস কি, মই ক'ব নোৱাৰোঁ। আমাৰ পৰিয়াল, অনেক পুৰুষৰ পৰা বৈষ্ণৱ, আউনীআটিৰ শিষ্য। মোৰ মাতামহৰ বংশ শাক্ত, মোৰ মোমাই আছিল কালী গোসাঁনীৰ ভক্ত। কালী পূজা কৰে, দুৰ্গাপূজা কৰে। মোমাইৰ মোমাইহঁতৰ পৰিয়াল শৈৱ। তেওঁলোক হাতীগড়ৰ শিৱ দেৱালয়ৰ ঠাকুৰ। যোৰহাট নগৰৰ পাঁচ মাইলমান পূৱে ৰাষ্ট্ৰীয় পথৰ গাতে লগা শিৱৰ 'দেৱাল', এতিয়াও আছে। পূৰ্ণানন্দ বুঢ়াগোহাঁইয়ে ভেটি বান্ধিলে, দ'ল সজা দেৱাল হৈয়ে থাকিল। দেশত মোৱামৰীয়া বিদ্ৰোহৰ জুই লাগিল। দেৱালৰ পুখুৰীটো 'কাঁকচক্ষু' পানীৰে এতিয়াও চপচপীয়া হৈ থাকে বাৰেও মাহে। শিৱসাগৰ বৰপুখুৰীৰ জীয়েকহে যেনিবা। পুখুৰীৰ চাৰিওকাষে ঠাকুৰৰ বংশটোৰে এখন গাওঁ। মোৰ মোমাইৰ মোমাইহঁতে তাৰ পৰা চাৰিগাৱঁলৈ উঠি গ'ল। আমি সৰুতে হামদৈৰ পৰা মেলেঙৰ মোমাইৰ ঘৰলৈ ডিঙিত টিলিঙা লগোৱা গৰুগাড়ীত অহা-যোৱা কৰোঁতে হাতীগড়ৰ দেৱাল দৰ্শন কৰি আহোঁ। কোনোবা এঘৰত জা-জলপানো খাওঁ।

কটাৰীৰে কাটিব নোৱৰা আউনীআটিৰ পকামিঠৈ. শিৱপূজাৰ ভাঙৰ লাডু আৰু গোসানী পূজাত উচৰ্গা দিয়া বলিৰ প্ৰসাদ —এই আটাইকেউটাৰে গুণ মোৰ তেজত আছে। ব্ৰাহ্মণ সমাজৰ প্ৰাৰ্থনাতো যোগ দিছোঁ. ব্ৰাহ্মণ সমাজৰ শতবাৰ্ষিকী উৎসৱত স্বয়ং ৰবীন্দ্ৰনাথে গোৱা গান শুনিছোঁ। লিটন ষ্টেচীৰ কাৰ্ডিনেল মেনিঙৰ বিষয়ে ৰচনাৰ কিছুমান কথা বুজিবলৈ ৰুমাই কেথলিক বুলি পৰিচয় দি গীৰ্জাত ধৰ্ম্মীয় পৱিত্ৰ অনুষ্ঠানত যোগ দিছোঁ। কলেজৰ কেইবছৰো মচজিদৰ অলপ দূৰতে আছিলোঁ। পুৱা-গধুলি. বিশেষকৈ ধলপুৱা আজান দিয়া শুনিও বৰ ভাল লাগে। মাজ নিশা গাৱঁৰ নামঘৰৰ ভাওনাৰ ঘোষা, ধেমালিৰ ঘোষাও শুনিছোঁ। এবাৰ মটৰ গাড়ীৰে শিৱসাগৰৰ পৰা আহোঁতে ৰাতি জীৱাকটাৰ ওচৰত গাড়ী বেয়া হ'ল। পুহমহীয়া জাৰত গোটেই নিশাটো এৰিয়া কাপোৰ এখন গাত লৈ আলিৰ মাজত কটালোঁ। ওচৰৰ নামঘৰত ভাওনাত গায়কে হিয়া উবুৰিয়াই গোৱা 'পতিত পাৱন হৰি, পতিত পাৱন'—আজিও কোনোবা একোটা সুদূৰত কাণত বাজি থাকে।

তিতাবৰ-হামদৈ অঞ্চলৰ আওহুতীয়া হাবিতলীয়া বগৰিগাৱঁত মোৰ জন্ম। তিতাবৰ পাচত হোৱা নাম। আগতে হামদৈ নামে প্ৰখ্যাত আছিল। কছাৰী ৰজাৰ হামদৈ গাওঁ। বলী মাটি, ধান হয়। গঙ্গাধৰ-বিশ্বম্ভৰ-শিবৰাম-লক্ষ্মীনাথৰ পিচত এই লিখকৰ পৰিয়াল দুখীয়া হলেও পণ্ডিতৰ সঁচ। ৰত্নমালা ব্যাকৰণ, বিষ্ণু সহস্ৰনাম, পাণ্ডৱীগীতা, অমৰকোষ, আদি সংস্কৃত পুথি, ৰামসৰস্বতীৰ ধৃতৰাষ্ট্ৰৰ চক্ষুলাভ আদি অসমীয়া পদপুথি, জ্যোতিষৰ পুথি, শ্ৰাদ্ধবিধি, কাত্যায়নোক্ত গ্ৰহহোম আদিৰ বিধি আদি কেতবোৰ অতি পুৰণি পুথি এতিয়াও ৰাখি থৈছোঁ। নামঘোষা, গুণমালা, শিশুলীলা, আদি পুথিও আমাৰ পুথিচাঙত আছিল। জৰাফুকা কৰা মন্ত্ৰৰ পুথি দুই এখন মোৰ হাতত আছে। বাৰিষাকালি পুথিবোৰ চাঙৰ পৰা নমাই আনি গোঁসাইঘৰৰ আগৰ চোতালত মাজে মাজে ৰদায়।

আমাৰ আগৰ ঘৰ আছিল টিলিকিআমৰ ফালে, যোৰহাট নগৰৰ পৰা পশ্চিমে। গৌৰীনাথ সিংহৰ দিনত তাৰে এঘৰ অতিবৃদ্ধ প্ৰপিতামহ ৰজাঘৰীয়া চাকৰিয়াল হৈ হামদৈ চহৰলৈ উঠি আহিল। সেই সময়ত আন এঘৰ, মোৱামৰীয়া বিদ্ৰোহৰ দিনত, কটকীৰ বাব লৈ, নগাৱঁৰ ৰহা অঞ্চললৈ গ'ল। তেওঁলোকৰ নাতি-পুতি আজিও আছে।

বৃদ্ধ-প্ৰণিতামহ গঙ্গাৰাম দুটি কন্যা আৰু এটি পুত্ৰ সন্তানৰ পিতৃ হোৱাৰ পাচত অকালতে ঢুকালে। তেখেতৰ ভাৰ্যাৰ নাম আছিল মাগনী। কিন্তু কামত বৰ ধীৰ আৰু পাৰ্গত। তেওঁ যত্নেৰে ল'ৰা-ছোৱালী কেইটিক শিক্ষা দিলে। ছোৱালী উপযুক্ত পাত্ৰত অৰ্পণ কৰিলে। লৰা বিশ্বম্ভৰক পঢ়াই-শুনাই অতি পাৰ্গত কৰিলে। বিশ্বম্ভৰে তেওঁৰ মাতৃৰ নামে পুখুৰী এটা খন্দাই মাগনী পুখুৰী নাম দিয়ে আৰু বিধিমতে উচৰ্গা কৰে। তেওঁৰ জীয়ৰীক এটি দেখনিয়াৰ ব্ৰাহ্মণ সন্তানক বিয়া দি নিজৰ বাৰীখন জী-জোৱাঁইক এৰি দিয়ে আৰু হামদৈ পথাৰৰ দাঁতিৰ পৰা অলপ ভিতৰুৱা ঠাইলৈ উঠি আহে। সেইখন বাৰীতে আমি উপজিছোঁ। ফুলবাৰীখনত পূৰ্বৰ ঠাই টিলিকিআমৰ অনুসৰি এজোপা টিলিকি আমৰ পুলি ৰোৱে। সেইজোপা গছৰ আম আমি সকলোৱে খোৱা মনত পৰে, পকিলে চেনি যেন সোৱাদ হয়। তেওঁ অলপ খোনা আছিল। কেতিয়াবা অলপ কথাতে খং উঠি মানুহক শাও দিছিল। অৱশ্যে মাৰাত্মক শাওপাত দিয়া নাছিল, কিন্তু ফলিয়াইছিল, তেওঁৰ খঙলৈ মানুহে ভয় কৰিছিল।

আমাৰ বিশ্বম্ভৰ প্ৰপিতামহৰ ৰংটো ক'লা আছিল। তেওঁক মানুহে ক'লা কাকতী বুলিছিল আৰু সেই গুণে আমাৰ ঘৰখনক অলপ দিনৰ আগলৈকে ক'লা কাকতীৰ ঘৰ বুলিছিল। এতিয়া সেই নাম প্ৰায় লোপ পাইছে। আমিও কাকতী উপাধি লিখিবলৈ এৰি দিলোঁ।

আমাৰ অঞ্চলটো একপ্ৰকাৰ এন্ধাৰ বুলিব লাগে। কেউফালৰ

মানুহবিলাকৰ ভিতৰত লেখা-পঢ়াৰ চৰ্চা একেবাৰে নাছিল। আমাৰ ঘৰখন একপ্ৰকাৰ সৰু দ্বীপ। আমাৰ গাৱঁতে বালিপৰীয়া গোঁসাইৰ ঘৰ। তেওঁলোকৰ পণ্ডিতালি গুণ আছিল। বুঢ়া গোসাঁইক সৰুতে দেখা মনত পৰে। শাস্ত্ৰজ্ঞান আৰু স্মৃতি আদি জানিছিল। নাতিপুতিয়ে বৰ্তমান যুগৰ উপযোগী হ'বলৈ চেষ্টা কৰিছে।

আধা মাইলমান দূৰত কৈৱৰ্ত গাওঁ— দুটা খেল, দুটা নামঘৰ। সৰু খেলটো দিহিঙৰ শিষ্য, তেওঁবিলাকৰ মৃদঙ্গীয়া গায়ন। এইবিলাক মানুহৰ মাজত তেতিয়া লেখা-পঢ়া জনা মানুহ নাই বুলিলেই হয়। আমি সৰুতে দেখিছিলোঁ, খাজনা দিবৰ সময়ত পট্টাবিলাক চুঙাত ভৰোৱা আৰু সেইবোৰ পিতাদেউৰ ওচৰলৈ লৈ আহে খাজনা কিমান দিব লাগে সুধিবলৈ। পাহৰিলে মৌজাদাৰ মহৰিয়ে ঠগিবলৈ বিচাৰে। পট্টা দেখুৱাবলৈ আহোঁতে অৱশ্যে কোনোৱে তামোল-পাণ এটা, কোনোৱে গাখীৰকে এচুঙা, কোনোৱে কল একাষিকে হাতত লৈ আহে। শুদা হাতে কেতিয়াও নাহে। মই সৰু কালত আখৰ চিনিব পৰা হোৱা কালতো ওচৰৰ কোনো কোনো নিৰক্ষৰ মানুহে ভাওনাৰ বচনখিনি গাই শুনাবৰ কাৰণে মোৰ ওচৰলৈ আহে আৰু ময়ো আনন্দেৰে ভাৱৰীয়াই সুৰ লগাই গোৱাৰ দৰে সেইখিনি গাই দিওঁ। ভাল পায়। ময়ো সেইবিলাকৰ এটা হৈ মাজে মাজে ভাওনাত ভাও দিছোঁ। আমাৰ গাৱঁৰ চাৰি-পাঁচ মাইলৰ ভিতৰত কোনো প্ৰাথমিক পঢ়াশালি নাছিল।

ককাদেউতাক আমি দেখা নাই। তেখেতৰ চাৰিজন ল'ৰাৰ ভিতৰত পিতাদেউ কনিষ্ঠ। পিতাদেউৰ জন্ম হৈছিল যোৰহাট সৰ্বাইবন্ধাৰ মালৌ আলিৰ কাষৰ বুঢ়ীমাকৰ ঘৰত। লক্ষ্মী পূৰ্ণিমাৰ দিনা। সোৱঁৰণী মতেও অশ্বিনী নক্ষত্ৰৰ চতুৰ্থ পাদত জন্ম, গতিকে লক্ষ্মীনাথ নাম থৈছিল। পৰিয়ালৰ সৰু ল'ৰা দেখি বয়সীয়া মানুহে 'সৰু বোপা' বুলি মাতিছিল। ডাঙৰ তিনিজন ল'ৰাৰ বিশেষ শিক্ষা নহ'ল। ককাদেউতাই নিজে ঘৰতে যি পাৰে অলপ শিক্ষা দিলে, সেইগুণে সৰু ল'ৰাক লগুণ দিয়েই জনা-শুনা পণ্ডিতৰ ওচৰত পঢ়াবলৈ ইচ্ছা কৰিছিল। তেওঁ পিতাদেউক লগুণ দিবলৈ নাপালে। পিতাদেউ যোৰহাটৰ সৰ্বাইবন্ধাৰ বুঢ়ীমাকৰ ঘৰত পঢ়িছিল। অলপ সংস্কৃত, অলপ জ্যোতিষ, অলপ অঙ্ক, বাৰমিহলি শিক্ষা। সেই সময়ত তেওঁৰ পঢ়াশালিত কবি হিতেশ্বৰ বৰুৱাইও পঢ়িছিল। পিতাদেউৰ বুঢ়ীমাক মৰাত পিতাদেউ গুচি আহিব লগীয়া হ'ল, তৰাজানৰ পঢ়াশালিও কিবা কাৰণত উঠি গ'ল। পিতাদেউৱে কেইদিনমান দেৰগাৱঁত, কেইদিনমান কলিগাৱঁত—এইদৰে অকণ অকণ বিদ্যা সংগ্ৰহ কৰি ফুৰিছিল। বৰদেউতাই পিতাদেউলৈ বিয়া কৰোৱাই অৱশ্য কৰ্তব্য বুলি ভাবি ১৬ বছৰত বিয়াখন পাতি দিলে। কন্যাকাল হোৱাৰ কেইমাহমানৰ পিছতে ন

ছোৱালীও ঘৰলৈ আনিলে। কিন্তু বছৰটো পুৰ নহওঁতেই বোৱাৰী গৰাকী হাইজা বেমাৰত ঢুকাল।

কুমলীয়া বয়সতে ন-কৈ ঘৰলৈ অহা মৰমৰ পত্নীৰ বিয়োগত পিতাদেউৰ মনলৈ বৈৰাগ্য আহিল। অভিভাৱকৰ অনিচ্ছা সত্ত্বেও পত্নীৰ বছেৰেকীয়া খেদাই পিতাদেউ নিজ গুৰু ঘৰ মাজুলীৰ আউনীআটি সত্ৰ পালেগৈ। সেই সময়ত সত্ৰৰ আশীৰ্বদীয়াজন আমাৰ দূৰ সম্পৰ্কীয়। দেউতাই তেওঁৰ আশ্ৰয়ত থাকিলেগৈ। তেতিয়া আউনীআটি সত্ৰৰ অধিকাৰজন আছিল ৺দত্তদেৱ গোস্বামী। তেখেত এগৰাকী প্ৰকৃত সাধক পুৰুষ আছিল। মহামহোপাধ্যায় বীৰেশ্বৰ শৰ্মাৰ দৰে পণ্ডিতে সত্ৰৰ টোলত অধ্যাপনা কৰিছিল। অধিকাৰগৰাকীয়েও নিজে ভক্তিমূলক গ্ৰন্থ ৰচনা কৰিছিল। সত্ৰত ধৰ্ম্ম প্ৰকাশ নামে ছপাশাল পাতি তাৰ পৰা 'অসম বিলাসিনী' নামৰ সাদিনীয়া বাতৰি কাকত উলিয়াই আধ্যাত্মিক জ্ঞানো প্ৰচাৰ কৰিছিল। শ্ৰীধৰ ওজা নামৰ পণ্ডিত এজনে গীত-গোৱিন্দৰ আৰ্হিত সংস্কৃত ভাষাত 'হৰিকীৰ্তন' বোলা পুথি প্ৰকাশ কৰিছিল। ধৰ্ম্ম প্ৰকাশ যন্ত্ৰৰ পৰা অসমীয়া বৈষ্ণৱ সাহিত্যৰ ভালেখিনি গ্ৰন্থ প্ৰকাশ পাইছিল। ৺দত্তদেৱ গোস্বামীগৰাকীৰ যুগ আউনীআটি সত্ৰৰ এটি গৌৰৱময় যুগ।

পিতাদেৱে সত্ৰত শিক্ষা লাভ কৰি 'ভকত' হৈ থাকিবলৈ যোৱা নাছিল। সত্ৰাধিকাৰৰ আদেশ অনুসৰি সত্ৰত থাকি সংস্কৃতৰ কিছু জ্ঞান আৰু সত্ৰীয়া নাম প্ৰসঙ্গ, গীত-মাত আদিৰ শিক্ষা ভালেখিনি লাভ কৰিছিল। গাৱঁলীয়া সমাজত সদায় আৱশ্যকীয় স্মৃতিশাস্ত্ৰৰ বিধান দিবলৈকো শিকিছিল। দুই-তিনি বছৰমানৰ মূৰত ৺অধিকাৰজনাই দেউতাক মাতি নি হামদৈ অঞ্চলৰ শিষ্যসকলৰ স্মৃতিৰ বিধান দিব পৰা ক্ষমতা দি শ্ৰুতিধৰ উপাধি দান কৰি পুনৰ বিয়া-বাৰু কৰাই গৃহস্থী হ'বলৈ আদেশ দিলে আৰু 'সমাজৰ সেৱক হ'ব পৰা গুণী সন্তানৰ পিতৃ হোৱা' বুলি আশীৰ্বাদ কৰিলে।

গুৰুৰ আদেশ শিৰত লৈ পিতাদেৱে পঁচিশ বছৰমান বয়সত দ্বিতীয়বাৰ এঘাৰ বছৰীমা কন্যাৰ পাণিগ্ৰহণ কৰিলে। পিতাদেৱে পোকে খোৱা দাঁত এটা উঠাই পেলাইছিল। বিয়াত নাম গোৱা তিৰোতাসকলে দাঁত সৰা বুঢ়া দৰা বুলি যোৰা নাম গাই হোমৰ গুৰিত জোকাইছিল। তেৰ বছৰীয়া ন-কন্যা আহিয়েই চাহ পানীৰ টেকেলিৰ পৰা আখলৰ ভাতৰ চৰুলৈকে একুৰি মানুহৰ গোটেই সংসাৰখনৰ ভাৰ ললে। সেই সময়ত বৰমা-গৰাকীৰ টান নৰিয়া, তেওঁৰ ল'ৰা-ছোৱালীৰ ভাৰো মোৰ আইৰ গাতে পৰিল। কেইমাহমানৰ পাছতে বৰমাগৰাকী ঢুকাল। আইৰ দায়িত্ব বাঢ়িল। সেই সময়ৰ ৰীতিমতে কোনো বোৱাৰীকে সতি-সন্তান নোহোৱালৈকে ভাতৰ চৰু ছুবলৈ নিদিয়ে। আইৰ ক্ষেত্ৰত ব্যতিক্ৰম হ'ল। পিতাদেউৰ আৰু এগৰাকী বৌৱেক আছিল। তেওঁ ঘৰুৱা কামৰ জেঙা মাৰিব

নোৱাৰিছিল গুণে নতুন বোৱাৰীকে গুৰু ঘৰলৈ নি সেৱা কৰোৱাই নীতি-নিয়ম শিকাই ৰান্ধনীৰ বাব দিলে।

আইৰ গাত তেতিয়াৰ পৰাই বহুত কামৰ ভাৰ পৰে। গোসাঁই ঘৰ মচা, কোষা-অৰ্ঘা ধোৱা, গধূলি গোসাঁই ঘৰত বন্তি জ্বলোৱা, চাউলপাত ধোৱা, ভাত ৰন্ধা, জা-জলপানৰ ব্যৱস্থা কৰা, আলহী-দুলহীৰ খোৱাৰ ব্যৱস্থা কৰা—এই সকলো কাম আইৰ ভাগত। মাজে-সময়ে কোমল চাউলৰ ঢেঁকী দিয়া, আখৈ, চিৰা খুন্দা এইবোৰো আছিল। ধান-বনাৰ কাৰণে অৱশ্যে ওচৰৰ তিৰোতা মানুহ প্ৰায়ে আহে আৰু আৱশ্যকীয় চাউল-পাত ধান বানি উলিয়াই দিয়ে। ইগৰাকী বৰমা বৰ কাম-লায়ক মানুহ নাছিল, কিন্তু যিখিনি পাৰে সহায় কৰি দিছিল। আয়ে কেতিয়াও বাগি ধৰা নাছিল। ইয়াৰ মাজতে সময় উলিয়াই আয়ে তাঁত-সূতো লগাইছিল। প্ৰথমখন গোসাঁই কাপোৰত ঘোষা বাছি সত্ৰত দিছিল। দ্বিতীয়খন কাপোৰত 'নিগম নিগূঢ় হৰিৰ নাম, বলিয়া মন কৰা কোন কাম' এই ফাকি বাছি আমাৰ গোসাঁইৰ সিংহাসনত দিছিল। সেইখন কাপোৰ মই নগাৰলৈ অহাৰ সময়লৈকে দেখিছিলোঁ। আয়ে কীৰ্ত্তনৰ পদ বছা গোসাঁই-কাপোৰ এখন এতিয়াও আমাৰ থাপনাত দিয়া আছে।

বিয়াৰ আগত আয়ে ডেৰবছৰমান মাজু বায়েকৰ (পোহীল বাইদেউ) লগত আছিল। তেতিয়া জেঠাই দীঘলীয়া নৰিয়াত পৰিছিল। প্ৰথম কেঁচুৱাৰো পয়া লাগি কেলঢোপ কেলঢোপকৈ আছিল। সেই ডেৰ বছৰতে আয়ে ৰন্ধা-বঢ়া, ল'ৰা-ছোৱালী প্ৰতিপালন কৰাকে আদি কৰি গৃহস্থালি কাম শিকিছিল। সেই পয়ালগা কেঁচুৱা ভৱিষ্যত বুৰঞ্জীবিদ সাহিত্যিক শ্ৰীবেণুধৰ শৰ্ম্মা। পয়ালগা ল'ৰাই দোলাভাৰী পায়।

জেঠায়েও সেই কালৰ ছোৱালীৰ দৰেই লেখা-পঢ়া একো নাজানিছিল। অশেষ শিকিবলৈ সুবিধা নাপালে। আমাৰ ঘৰলৈ অনাৰ পিছত পিতাদেৱে ৰুক্মিণী হৰণ, হৰিপ্ৰসঙ্গ আৰু আইনাম, কাণখোৱা, হৰিবিলাস গুপ্তই প্ৰকাশ কৰা কীৰ্ত্তন আনি আইক দিছিল। আয়ে শুনা পদবোৰকে কিতাপত চাই চাই পঢ়িবলৈ শিকিছিল। লিখিবলৈ শিকা নহ'ল। কিন্তু বুদ্ধি অতি প্ৰখৰ আছিল আৰু মুখস্থ কৰিব পৰা শক্তিও আচৰিত আছিল। এবাৰ শুনিলেই পদ ঘোষা, নাম আৰু আন কি সংস্কৃত শ্লোকো মনত ৰৈ গৈছিল। ময়ো আইৰ মুখত শুনিয়েই শিকা। কীৰ্ত্তন ঘোষা, আৰু আন আন পুথিৰ পদ আইৰ কণ্ঠস্থ আছিল। আৰু আৱশ্যকমতে মুখস্থ মাতি কথাত বাখৰ লগাব পাৰিছিল। বুঢ়া কাললৈকে আই গাৱঁৰ গোপিনী সবাহলৈ নগলেই নচলিছিল।

স্কুল-কলেজৰ শিক্ষা নোপোৱাকৈ, টোলৰ উপাধি নোহোৱাকৈও মানুহে বহুত বিষয়ৰ জ্ঞান লাভ কৰি শিক্ষিত হ'ব পাৰে, পিতাদেউ তাৰে উদাহৰণ।

পিতাদেৱে গাৰ দুখ কৰিব নোৱাৰিছিল, পৰিয়ালৰ সৰু ল'ৰা গুণে ঘৰে-পৰে সকলোতে মৰম পাইছিল। পঢ়া-শুনাও জানিছিল, ইফালে-সিফালে ফুৰি-চাকি বহুত কথা শিকিছিল। পুৱা শুই উঠি গা-পা ধুই শালগ্ৰাম আৰু বেণু গোবিন্দৰ মূৰ্তি ধুৱাইছিল। আয়ে অকণমান বাটি এটাত এৱাঁ গাখীৰ গোঁসাই ধুৱাবলৈ থৈ দিয়ে। বুটমাহো তিয়াই থয়। দবাত কোব মৰা গম পালেই ঘৰৰ পৰা পাৰ এজাক বুটমাহ খাবলৈ চোতালত পৰেহি, সেই দৃশ্য চাই বৰ ভাল লাগিছিল? প্ৰায়ে ওচৰৰ গাৱঁৰ মানুহে সোৱঁৰণী কৰাই, গ্ৰহ-গতি চোৱাবলৈ, ছোৱালী কন্যাকাল হলে যোগ চোৱাবলৈ বা আন কিবা বিধি ব্যৱস্থা লবলৈ আহে। তামোল-পাণ এটা, সিকিটো-আধলিটো, ভোজনী, খাজনী প্ৰায় দিনৌ আহে। খত-পত্ৰ মাজে-সময়ে আহে। ফুলনি চিকুণাইছিল। পুখুৰী পাৰৰ ফুলনিত নানাবিধ ফুল ৰুই লৈছিল, ক'ৰবাত নতুন ফুল দেখিলেই তাৰ সঁচ আনি বাৰীত ৰুইছিল। হৰমোহনত বৰ্ণনা কৰা ফুলৰ প্ৰায়বোৰেই আছিল, দুই- চাৰিবিধ বেছিহে কৰিছিল। শাক-পাচলিৰ খেতিও নিজ হাতে কৰিছিল। প্ৰথমে ভেণ্ডি গুটি চহৰৰ পৰা নি খেতি কৰিছিল, গাৱঁৰ মানুহে বঙ্গালী জিকা বুলিছিল। দুবাৰমান কবি খেতিও কৰিছিল, কিন্তু চোৰে অনিষ্ট কৰাত এৰি দিলে। গধূলি দুই-চাৰি ল'ৰা শ্ৰাদ্ধবিধি, জ্যোতিষ আদি শিকিবলৈ আমাৰ ঘৰলৈ আহে। দুই-এটা আমাৰ ঘৰতো আছিল। খাইছিলও। গধূলি সদায় গা ধুই গোঁসাই ঘৰত শিলৰ চাকিটোত এচাকি তেল দি চাকি জ্বলাই দবা, কাঁহ বজায়, ঘণ্টা নবজায়। আমি ল'ৰা-ছোৱালীবোৰে সেৱা কৰোঁ। তাৰ পাছত পিতাদেউৱে তাল বজাই প্ৰসঙ্গ কৰে। আমি সকলোটি নামত বহোঁ, ওচৰৰ মানুহো দুই-এক আহে, দেবগএগ্ৰা বোলা চপনীয়া মানুহ এটি প্ৰায় সদায় আহে, নাম গায়, ইটো-সিটো খায়, কেতিয়াবা ভাতো খায়। দেবগএগ্ৰাই ডলা, কুলা, বিচনী সাজে, কিন্তু টান কাম হ'লে একো কৰিব নোৱাৰে। চাহপানীৰ লগত গুড় এচিকটা হলেহে ভাল পায়। বৰদেউতাৰ চাৰিজন ককাই-ভাইৰ আটাইতকৈ ডাঙৰজন ককাদেউতা ঢুকুৱাৰ দুমাহমান আগতে বেলেগ হৈ ডাঙৰ বাৰীখনৰ এমূৰে ঘৰ ললে, সেই ছিটা মাটি তেওঁক দি দিলে। দ্বিতীয় গৰাকী বৰদেউতা পত্নীহীন হ'ল, তেখেতৰ ল'ৰা-ছোৱালী কেইটি আমাৰ আইহঁতে প্ৰতিপালন কৰিছিল। তেখেত মাজে মাজে ডেৰ মাইলমান দূৰত থকা পামত ঘৰ সাজি থাকে, খেতিবাতি কৰায়, আৰু দুই-চাৰি ঘৰ ভদ্ৰ যজমানো আছিল। তৃতীয়জন বৰদেউতাই লেখা-পঢ়া অতি কম শিকিলে, গৃহিণীগৰাকীও বৰ কামিলা নাছিল। তেখেতে খেতি-বাতি চোৱা, হালোৱা-পথৰুৱাক কামৰ দিহা দিয়া আৰু বাৰীঘৰত বহুতো কাম কৰিছিল। আৱশ্যকমতে ৰন্ধাবঢ়াও কৰে। তেখেতে কিন্তু ল'ৰা-ছোৱালীৰ মন হৰণ কৰিব পৰাকৈ সাধুকথা ক'ব জানিছিল, সাধু কথাৰ ভঁড়াল বুলি ক'ব পাৰি।

তেজীমলাৰ সাধু, পচেতুলীৰ সাধু, চিলনীৰ সাধু, কবিতাৰ অংশ বিননিৰ সুৰেৰে গাই আমাক গধুলি ভাত নোহোৱালৈকে শুৱলৈ নিদি মন্ত্ৰমুগ্ধ কৰি থৈছিল। সৰু কালত জাৰৰ দিনত জুহালৰ গুৰিত বহুৱাই আৰু জহকালি চোতাল বা চ'ৰা ঘৰত বিচনীৰে বিচি আমাৰ আগ্ৰহ আৰু সন্মান ল'ব পাৰিছিল। সেইবোৰ সাধুকথাৰ ভিতৰত বহুত কিতাপ-পত্ৰত ওলোৱা নাই। তেখেত আৰু কেইবছৰমান জীয়াই থকা হ'লে কিছুমান সাধু লেখি থব পাৰিলোঁহেঁতেন। বহুত সাধু তেওঁৰ লগতে গ'ল। বৰফুকনৰ গীত কিছু অংশত তেওঁৰ মুখত শুনিছিলোঁ।

আমাৰ গাওঁৰ এমূৰে এঘৰ মুছলমান আছিল। কোবাদ আলি আৰু তেওঁৰ ভায়েক। কোবাদ আলিয়ে খেতি-বাতি কৰিছিল, ভায়েকে খেতি-বাতিৰ উপৰিও দৰ্জীৰ কাম কৰিছিল। বিহুৰ সময়ত চোলা সিওৱা কাম কৰি দুপইচা পাইছিল। কোবাদ আলিয়ে দেউতাক বৰ সন্মান কৰিছিল, ককাইদেউ বুলি মাতিছিল। শুক্লা প্ৰতিপদত মোৰ জন্ম হোৱা গম পাই তেওঁ আমাৰ ঘৰলৈ আহি নতুন জোনৰ লগে লগে জন্ম হোৱা ল'ৰাক অভিনন্দন জনাই খোদাৰ ওচৰত প্ৰাৰ্থনা কৰিছিল। তেওঁ শুকুৰবাৰে চাৰি মাইলৈ দূৰত তিতাবৰ মছজিদত প্ৰাৰ্থনা কৰিবলৈ মূৰত গামোচা এখন মেৰাই গৈছিল। তাৰ বাহিৰে তেওঁক মুছলমান বুলি চিনিবৰ উপায় নাছিল। বহাগ বিহুত গৰু ধুৱাইছিল, মাঘ বিহুত চোতালত জুই ধৰিছিল, কাতি বিহুত ধাননি পথাৰত মাটিৰে চাকি লগাইছিল। তেওঁৰ ল'ৰা বছৰ আলি কিছুমান দিন মাইনৰ স্কুললৈ যোৱাত মোৰ লগৰীয়া আছিল।

আমাৰ ওচৰ চুবুৰীয়া ভেকোলা পাঁচনী আৰু এটি মুছলমান বুঢ়াই প্ৰতিপদত ওপজা বাবে মোক সদায় ৰজা বুলি মাতিছিল আৰু মোৰ উন্নতিৰ কাৰণে প্ৰাৰ্থনা কৰিছিল।

আইৰ মোতকৈ কেইবছৰমানৰ ডাঙৰ ল'ৰা এটি হৈছিল, দুখোজ-এখোজ দিব পৰা হওঁতেই ঢুকাল। কেইবছৰমান ল'ৰা-ছোৱালী একো নাই। এইডোখৰ কালত বৰদেউতাৰ মাক নাইকিয়া ল'ৰাজনৰ কম বয়সতে বিয়া পাতে, দুজনী ছোৱালীৰো বিয়া হয়। বাকী দুটি ল'ৰাও অলপ বুজন হৈ আহিল, ছোৱালীটিও লাচনি-পাচনি কৰিব পৰা হ'ল। আয়ে ল'ৰা-ছোৱালীহঁতৰ বিশেষ তত্ত্বাৱধান ল'ব লগীয়া হৈছিল। ভতিজাহঁতেও কোনো দিনে মাকৰ অভাৱ অকণো অনুভৱ নকৰিছিল, পাছৰ জীৱনতো মৰম নেৰিছিল।

আমাৰ মাতামহ ককাৰ ঘৰ মেলেঙত। ব্ৰহ্মপুত্ৰৰ পৰা দক্ষিণে। দুমাইলমান দূৰতে। জাহাজৰ উকি শুনি, ধোৱাঁ দেখি। ককাদেউতাৰ ম'হৰ খুঁটি আছিল— মোৰ মনত পৰালৈকে দৈ গাখীৰ আমাৰ ঘৰলৈকো পঠাইছিল। ককাদেউতা বৰ সাধু, সৰল আৰু বৰ কথকীও আছিল। বৰ মোমাই কথকী, জটিল আৰু

ভ্ৰমণপ্ৰিয়, ঘৰত বৰকৈ নাথাকেই। আইৰ প্ৰথম সন্তান মৰাৰ পাছত বহুত দিনলৈ সতি-সন্তান নোহোৱা কথাত ককাৰ বৰ বেজাৰৰ কথা আছিল। ককা ভটিয়াই যাওঁতে প্ৰতি তীৰ্থ প্ৰতি মন্দিৰত জীয়েকৰ মঙ্গলৰ কাৰণে দান-দক্ষিণা কৰিছিল। তেওঁ গণ্ডকীৰ পৰা শালগ্ৰাম এটি আনি পিতাদেউক দিছিল।

আউনীআটিৰ ৺দণ্ডদেৱ গোসাঁইদেৱে দিয়া আশীৰ্বাদৰ কথা বৰদেউতাৰ মনত আছিল। তেওঁ দিয়া অমোঘ অব্যৰ্থ বাণীত বিশ্বাস কৰিছিল। ঠাকুৰক সোণৰ ফুল এপাহো দিলে। বাক্‌সিদ্ধ গুৰুৰ কথা ফলিয়ালে। লগ্নত শনি, নৱমত মঙ্গল, একাদশত চন্দ্ৰ-সূৰ্য। ১৮২৯ শকৰ আঘোণ মাহৰ শুক্লপক্ষৰ প্ৰতিপদ তিথিত মোৰ জন্ম। সপ্তম আৰু দশমাধিপতি শুক্ৰ। কামৰূপৰ গন্ধীয়াসকলৰ ডেকা গণক এজনে আদহতীয়া সোৱঁৰণী এখন কৰিছিল। প্ৰায় প্ৰতি বছৰেই বহাগ বিহুৰ সময়ত তেওঁ আহি অলপ দিন আমাৰ ঘৰত থাকে, বৰ্ষচক্ৰৰ দান-প্ৰতিকাৰ, ছাতি-কাপোৰ, ঘিঁউ, চাউল, পা-পইচা লৈ যায়। মোৰ দশমাধিপতি শুক্ৰ হোৱাৰ কাৰণে গণকজনে ক'লে কাব্যৰ টীকা ভাষ্য লেখি জীৱিকা অৰ্জন কৰিব লাগে। বিদ্যা মধ্যমীয়া হ'ব লাগে। কথাটো একেবাৰে মিছাও নহয়, ইংৰাজী-অসমীয়া কবিতা পঢ়াই ভাতকেইটা মোকলালোঁ। সপ্তমাধিপতি শুক্ৰৰ গুণত ভাৰ্যাগৰাকী পটু, উৎসাহী হ'ব লাগে। কথাটো ঠিকেই। নোহোৱা হ'লে মোৰ দৰে লগনত শনি থকা, এলেহুৱা, গৃহকৰ্মত উদাসীন লোকৰ পক্ষে সংসাৰ পাতি খোৱাটো টান হ'লহেঁতেন। ভাগ্য স্থানত মঙ্গল থকাত প্ৰাপ্যবস্তু পোৱাটো বিঘ্ন ঘটে, গুণ অনুসৰি স্বীকৃতি নেপায়। এইবোৰ মোৰ জীৱনত ফলিয়াইছে বুলিয়েই ক'ব পাৰি, গতিকে জ্যোতিষ একেবাৰে নেমানি কেনেকৈ পাৰোঁ? অৱশ্যে বহুক্ষেত্ৰত অবিশ্বাস কৰিবৰ কাৰণো উপস্থিত হয়। তথাপি ল'ৰা-ছোৱালীৰ জন্মপত্ৰিকা কৰাই আহিছোঁ, গ্ৰহশান্তি, স্বস্ত্যয়ন কৰাইছোঁ, আৱশ্যকমতে বৰ্ষচক্ৰৰ দান দি থকাও হৈছে। লৰাৰ বিয়াৰ ক্ষেত্ৰতো দৰা-কন্যাৰ জন্মপত্ৰিকাৰ ওপৰতহে গুৰুত্ব দি অহা হৈছে। মোৰ শহুৰ নগাৱঁৰ ৺আনন্দৰাম ভট্টাচাৰ্য এগৰাকী জনা-শুনা জ্যোতিষী আছিল, আমাৰ গৃহিণীয়েও সেই সূত্ৰে জ্যোতিষৰ জ্ঞান লভি এতিয়াও আজৰি সময় পালে চৰ্চা কৰি সংসাৰৰ সুখ-দুখৰ লগত সন্ধি স্থাপন কৰিবলৈ যত্ন কৰে।

ওপজাৰ পৰাই মই বৰ লিতা আছিলোঁ। খোজ কাঢ়িবলৈ শিকাও অলপ পলম হৈছিল, কিন্তু মুখখন চলিছিল, কথাৰ অন্ত নাই। ভৱিষ্যত জীৱনতো কথা বেছি কবৰ কাৰণে বোধহয় এয়া প্ৰস্তুতি। অলপ অসুখ-বিসুখ হ'লেই আমাৰ সম্বন্ধীয়া বুঢ়া এগৰাকীয়ে তেলত বগা সৰিয়হ দি 'ডোল' তেলত বুৰাই মন্ত্ৰেৰে জাৰি দিছিল, সেই নিয়ম ছবছৰ মানলৈ চলিছিল। ঘৰৰ আন আন ল'ৰা-ছোৱালীৰো জ্বৰ-নৰিয়া পৰিলে এই চিকিৎসাই। কেতিয়াবা লেটা-গুটি পটাত

বটি পানীত মিহলাই তপতাই খুৱাইছিল। শেৱালিফুল পাতত দিয়া ৰস খোৱাত মনত আছে। সকতে ঘৰলৈ ডাক্তৰ অহা মনত নপৰে। ওচৰৰ চাহ-বাগিচা এখনৰ পেটুৱাকৈ বুঢ়া মুছলমান ডাক্তৰ এজন ফুৰিবলৈ আহিলে আমাৰ ঘৰত সোমায়, চোতালতে চকি এখনত বহে ল'ৰা-ছোৱালীৰ কাৰণে দৰব-পাতি দি থৈ যায়, কিন্তু সেইবোৰৰ ঠাই বাৰীৰ পাছ ফালে চুৱাপাতনিতহে হয়।

আমাৰ ঘৰৰ পৰা এমাইলমান দূৰতে কৈৱৰ্ত্ত গাওঁ। তাৰে বগী পোহাৰী বোলা বুঢ়ী এজনীয়ে কড়ি এটা দি মোক কিনি লৈছিল, আৰু সেই সূত্ৰে তেওঁ মোৰ ৰক্ষা মাতৃ হৈছিল। বুঢ়ীজনীৰ সঁচাকৈয়ে মোলৈ মৰম সোমাইছিল, আৰু আহৰি পালেই মোৰ খবৰ লৈছিলহি। আহোঁতে কেতিয়াও শুদা হাতে নাহে, কল-বন, টেঙা-টোকোচা কিবা এটা লৈহে আহে। মোৰ বাৰ বছৰ বয়সত লগুণ দিয়নিৰ সময়ত বুঢ়ীক ভোজনী, টকা, কাপোৰ-কানি দি বুঢ়ীৰ কড়ি ওভতাই দি মোক মোকলাই লৈছিল। বুঢ়ীৰ সৰল মুখখন এতিয়াও মনত পৰে, মনত পৰে চকু দুটাত ওলাই পৰা মাতৃ স্নেহ। জাতিৰ জেওৰা দেই আহি বুঢ়ীৰ মাতৃহৃদয় মোৰ অন্তৰত সোমাইছিল। অথচ বুঢ়ীয়ে কোনোদিন মোক ছুই পোৱা নাই। সেইদিনত তেনে ছোৱা-ছুই অসম্ভৱ আছিল। মোৰ ন বছৰমান বয়সত এবাৰ আই ভিতৰ সোমাই (suppressed small pox) বৰ টান হৈছিল— তিনিদিন অজ্ঞান হৈ পৰি আছিলোঁ, একো ক'ব নোৱাৰোঁ। সকলোৱেই মোৰ আশা এৰিয়েই দিছিল। বুঢ়ীয়ে কড়ি এটাৰে কিনি থোৱা বাবেই ৰলোঁ নেকি, একো ক'ব নোৱাৰি। There are more things in heaven and earth.

ছিটা-দিয়া আৰু ছিটা লোৱা তেতিয়াও প্ৰচলন হোৱা নাই। আমাৰ ঘৰৰ ল'ৰা-ছোৱালীবোৰক ছিটা দিয়া হোৱা নাই। আয়ে যাক দয়া কৰি এৰি যায়, সেয়ে ৰৈ যায়। আই ওলালে শুচি-সংযত হৈ আইৰ ওচৰত আসন পাতি ঘট প্ৰতিষ্ঠা কৰি থৈ দিনৌ আই নাম গাই মাহ-প্ৰসাদ, পায়স আদি দিছিল, পকনী দিছিল, শুকনী দিছিল।

সেইবাৰ মোৰ গাৰ মোট এৰাই গ'ল, ভৰিৰ তলুৱা কেঁচুৱাৰ দৰে ৰঙা আৰু কোমল হৈছিল, কেইমাহমানলৈ মাটিত খোজ কাঢ়িবলৈ টান পাইছিলোঁ। আই যোৱাৰ পাচত মোৰ স্মৃতিশক্তি আগতকৈ বাঢ়িছিল। আয়ে কিবা এটা দি থৈ যায়। OO

# আৰিষ্টটলৰ 'পএটিক্‌চ'*

ভাৰতৰ নাট্যশাস্ত্ৰ আৰু আৰিষ্টটলৰ 'পএটিক্‌চ' (Poetics)-অৰ ভিতৰত কোনখন আগ, কোনখন পাছ, তাক সঠিককৈ ক'ব নোৱাৰি। পশ্চিম দেশত আৰিষ্টটলেই সাহিত্যসমালোচনাৰ আদি গুৰু বুলি স্বীকৃত। তেওঁৰ আগতেও সাহিত্যৰ সমালোচনা বিচ্ছিন্ন মন্তব্যৰূপে বেলেগ বেলেগ কাব্য, নাটক, গীত, বুৰঞ্জী আৰু দৰ্শনৰ গ্ৰন্থত পোৱা যায়। হ'মাৰে ইলিয়াড্ মহাকাব্যত (২/৪৮৪-৪৯৮) প্ৰেৰণাৰ কথা আৰু বাগ্মিতাৰ কথা (৩/২০৪-২২৪) প্ৰকাশ কৰিছে। অডিছিৰ অষ্টম স্বৰ্গতো কবিৰ ঐশী শক্তিৰ কথা কেইবাঠাইতো উল্লেখ কৰিছে। প্ৰাচীন গ্ৰীচৰ প্ৰখ্যাত গীতিকবি পিণ্ডাৰে ৰচনাবিধি আৰু কবি-প্ৰেৰণাৰ কথা উলিয়াইছে। বুৰঞ্জীকাৰ থুচিদাইদ্‌চে সাহিত্যৰ শিক্ষা আৰু আনন্দৰ তুলনামূলক গুৰুত্ব সম্বন্ধেও অলপ আলচ কৰিছে। 'চিত্ৰ নিৰ্বাক কাব্য আৰু কাব্য বাঙ্‌ময় চিত্ৰ' চিমনাইদ্‌চৰ এই প্ৰখ্যাত উক্তিও সেই কালৰে। 'পেৰডি' এক প্ৰকাৰ সাহিত্যৰ সমালোচনা আৰু এইবিধ ৰচনায়ো তেতিয়াই জন্ম লয়। এই যুগতে মেগিএ আগাৰে গীতি-কবিতা আৰু সূত্ৰ-কবিতাৰ বিষয়ে আলোচনা কৰে। আৰিষ্টফেনিচ আৰু সমসাময়িক কোনো কোনো লঘু নাট্যকাৰে সমাজৰ বিভিন্ন দিশৰ লগতে সাহিত্য-সমালোচনাও বাদ দিয়া নাই; তেওঁলোকৰ চোকা সমালোচনাৰ পৰা দাৰ্শনিক চক্ৰেটিচ আৰু নাট্যকাৰ ইউৰিপিদেচৰ দৰে লোকো সাৰি যাব পৰা নাছিল। এইসকলে অৱশ্যে সাহিত্যৰ নান্দনিক মূল্যতকৈও নৈতিকতাৰ দিশলৈহে চকু দিছিল।

আৰিষ্টটলৰ গুৰু প্লেটয়ো ৰাষ্ট্ৰতত্ত্ব আৰু নৈতিক আদৰ্শৰ প্ৰসঙ্গতহে সাহিত্যৰ সমালোচনা কৰিছিল। তেওঁ 'আইঅং' গ্ৰন্থত কবিৰ দৈবীপ্ৰেৰণাৰ সমালোচনা কৰে। 'ৰিপাব্লিক' গ্ৰন্থত কবিসকল ৰাষ্ট্ৰৰ বিঘ্নকাৰক বুলি তেওঁৰ আদৰ্শ ৰাষ্ট্ৰৰ পৰা এই সম্প্ৰদায়টোক সম্পূৰ্ণ নিৰ্বাসন দিবলৈকে সিদ্ধান্ত কৰে। কাব্যৰ কাহিনী শক্তিয়ে তেওঁৰ সত্যানুসৰণত বাধা দিব নোৱাৰিলে। প্লেট'ৰ উদ্দেশ্য— আদৰ্শ ৰাষ্ট্ৰ ৰচনা কৰা আৰু আদৰ্শ নাগৰিক প্ৰস্তুত কৰা। এই আদৰ্শ নাগৰিক সৃষ্টি কৰাত সাহিত্যৰ কি অৱদান সেইটোহে তেওঁৰ বিচাৰ্য। তেওঁৰ মতে—হ'মাৰ প্ৰভৃতি কবিসকলৰ কাব্য যিমানেই সুন্দৰ নহওক তেওঁলোকে জীৱনৰ সম্বন্ধে ভ্ৰান্ত আদৰ্শ দাঙি ধৰিছে আৰু জনসমাজৰ অনুভূতিৰ দুৰ্বলতা সম্পাদন কৰিছে। কাব্য আৰু নাটক অসত্যৰ অনুকৰণ, অমূৰ্ত আদৰ্শ বস্তুৰ অনুকৰণ নহয়। কাব্য আৰু নাটক অনুকৰণৰো অনুকৰণ। অসত্য প্ৰচাৰ কৰা

---

* *লিখকৰ আৰিষ্টটলৰ কাব্য জিজ্ঞাসা নামৰ গ্ৰন্থৰ ভূমিকা।*

আৰু প্ৰশ্ৰয় দিয়া কলাবিদ্যা কোনো প্ৰকাৰে ক্ষমাৰ যোগ্য নহয়। প্লেটো'ৰ আদৰ্শ ৰাষ্ট্ৰত দেৱতাৰ স্তুতি আৰু মহৎ লোকৰ প্ৰশস্তিৰ বাহিৰে আন সাহিত্যৰ প্ৰৱেশ নিষিদ্ধ।

ভেটিকান্ চহৰৰ চিত্ৰশালাত ৰাফেলে অঁকা এখন ছবি আছে, নাম— এথেন্সৰ নৱৰত্ন (School of Athens)। তাত প্লেটো'ক আকাশলৈ আঙুলিয়াই থকা দেখুউৱা হৈছে, তেওঁৰ শিষ্য আৰিষ্টটলক পৃথিৱীলৈ আঙুলিয়াই থকা দেখা গৈছে। এই দুই দাৰ্শনিকৰ পাৰ্থক্য ইয়াতেই ওলাই পৰে। প্লেটো'ৰ দৰ্শনত সত্য এটা বিমূৰ্ত, অশৰীৰী (abstract) কল্পনা। ইন্দ্ৰিয়গ্ৰাহ্য জগতত আমি যিবোৰ পাওঁ তাৰ প্ৰত্যেকৰে একোটা আদি, নিত্য, শাশ্বত ৰূপ (archetype) আছে; আমি দেখা কোনো বস্তুৱেই সত্য নহয়; প্ৰত্যেকেই সেই আদৰ্শ ৰূপৰ ছায়া মাত্ৰ। জাগতিক সকলো বস্তুৱেই সেই আদি বস্তুৰ অনুকৰণ মাত্ৰ; আদি মূল বস্তুটোহে সত্য, চিৰন্তন, সম্পূৰ্ণ। কবি, সাহিত্যিক, শিল্পী, সকলোৱেই এই অনুকৰণৰ অনুকৰণ মাত্ৰ কৰে। গতিকে মানুহক সত্যৰ পৰা বিভ্ৰান্ত কৰাৰ কাৰণে তেওঁলোক দায়ী। ইন্দ্ৰিয়নিৰ্ভৰ জ্ঞান সেইগুণে প্লেটো'ৰ দৰে সত্যকাম ব্যক্তিৰ অগ্ৰাহ্য আৰু ফলত কবি-শিল্পীৰ অনুকৰণো অগ্ৰাহ্য।

আৰিষ্টটলে ইহ-সংসাৰৰ বস্তু আৰু অভিজ্ঞতাক ঘৃণা নকৰি তাক সহানুভূতিৰে অধ্যয়ন কৰিবলৈ ল'লে। তেওঁৰ দৃষ্টিভঙ্গী মিষ্টিকৰ নহয়, বৈজ্ঞানিকৰ। জীৱবিজ্ঞান, পদাৰ্থবিদ্যা, জ্যোতিষ, তৰ্কবিজ্ঞান, নীতিশাস্ত্ৰ, ৰাষ্ট্ৰতত্ত্ব, দৰ্শন এই সকলো ক্ষেত্ৰ তেওঁ সামৰি লৈ সকলোতে তেওঁ অদ্ভুত মনীষা দেখুৱাইছিল। অদ্যাপি সেই বিষয়বিলাকৰ তেওঁ এজন স্ৰষ্টা ৰূপে স্বীকৃত। এনে বিদ্যাবাৰিধি আৰিষ্টটলে কলাবিদ্যাৰো প্ৰথম বৈজ্ঞানিক জিজ্ঞাসা আৰম্ভ কৰে আৰু নন্দনতত্ত্বৰো পাতনি মেলে। উল্লেখযোগ্য যে তেওঁ আলেক্‌জেণ্ডাৰ দ্য গ্ৰেটৰ শিক্ষকো আছিল।

আৰিষ্টলৰ কাব্যতত্ত্ব ঘাইকৈ হ'মাৰৰ মহাকাব্য দুখন আৰু বিখ্যাত গ্ৰীক ট্ৰেজেডিৰ ওপৰত প্ৰতিষ্ঠিত। 'পএটিক্‌চ'অৰ উপৰিও তেওঁৰ 'ৰেটৰিক্' (Rhetoric) বোলা আৰু এখন গ্ৰন্থ আছে, তাতো মহাকাব্য আৰু নাটৰ আলোচনা আছে; ই 'পএটিক্‌চ'অৰ অনুপূৰক গ্ৰন্থ। তেওঁ পাঠকসকলক ৰেটৰিক্‌খন পঢ়িবলৈ উপদেশ দিছে। ইয়াত ভাষা আৰু সংলাপৰ কথা আছে।

আৰিষ্টটলে 'পএটিক্‌চ'অত চাৰুকলা সম্বন্ধে সামান্য আলোচনা কৰিছে। কিন্তু মহাকাব্য আৰু ট্ৰেজেডিৰ কথাই গোটেই গ্ৰন্থখন সামৰি লৈছে। ইয়াত কমেডিৰ কথা নাই বুলিলেও হয়; যদিও আছিল, সেই অংশ হেৰাই গৈছে। পএটিক্‌চ সূত্ৰাকাৰত লিখা; খুব সম্ভৱ তেওঁৰ বিদ্যাপীঠৰ ছাত্ৰসকলক বুজাবলৈ সৰু সৰু বাক্যত কথাখিনি লিখি গৈছিল—বহলাই ব্যাখ্যা কৰা নহ'ল। গতিকে পএটিক্‌চ বুজা কঠিন আৰু আমাৰ দৰে গ্ৰীক ভাষাত সম্পূৰ্ণ অনভিজ্ঞ লোকৰ

কাৰণে অতি কষ্টসাধ্য। গিল্‌বাৰ্ট মাৰেৰ দৰে বিদগ্ধ পণ্ডিতেও এই গ্ৰন্থক দুৰ্বোধ্য (obscure) বুলি স্বীকাৰ কৰিছে।

আৰিষ্টটলৰ মতে কাব্যতেই হওক বা নাটকতেই হওক, প্ৰথম কথা হ'ল কাহিনীৰ প্লেন্ বা ৰূপৰেখাটো। পাত্ৰ-পাত্ৰীৰ চৰিত্ৰৰ পৰাই কাহিনীৰ উদ্ভৱ। অন্তৰ্নিহিত চৰিত্ৰই ব্যক্তিৰ চিন্তা, বাক্য, কাৰ্যক প্ৰণোদিত কৰে। গতিকে চিন্তা-বাক্য-কৰ্ম-পুষ্ট-কাহিনীৰ ঠাই চৰিত্ৰতকৈও ওপৰত। কাব্যত বৰ্ণিত চৰিত্ৰৰ মন উচ্চ আৰু সৎ হ'ব, জীৱনৰ লগত মিলা অৰ্থাৎ স্বাভাৱিক হ'ব। পাত্ৰ-পাত্ৰীৰ কিছু ছিদ্ৰ বা দোষ* থাকিব আৰু তাৰ পৰাহে ট্ৰেজেডিৰ উদ্ভৱ। ইলিয়াড্ মহাকাব্যৰ উদ্ভৱ আয়চখুলোচ আৰু আগামেম্‌ননৰ ক্ৰোধৰ পৰাই হৈছে। অডিপিউচ** ৰজাৰ ট্ৰেজেডিও অডিপিউচৰ ক্ৰোধ আৰু শিথিলতাৰ পৰা উদ্ভৱ। আৰিষ্টটলৰ মতে প্লট বা কাহিনীৰ পাচতেই চৰিত্ৰৰ (characterisation) স্থান। সংলাপ আৰু ভাষা তাৰ পাচতে। সঙ্গীতে ইয়াৰ পাচতে ঠাই পায়; কিয়নো সেই যুগত নাট আমাৰ অঙ্কীয়া নাটৰ দৰে বা অপেৰাৰ দৰে সঙ্গীতপ্ৰধান আছিল। অঙ্কীয়া নাটৰ সূত্ৰধাৰৰ দৰে গ্ৰীক নাটকত ক'ৰাচ (chorus) অপৰিহাৰ্য।

জীৱজন্তুৰ প্ৰত্যেক অঙ্গ-প্ৰত্যঙ্গ যিদৰে পৰস্পৰ অবিচ্ছেদ্যৰূপে সংযুক্ত, সেইদৰে নাটক বা কাব্যও এটা সজীৱ বস্তু— কাহিনী, চৰিত্ৰ, সংলাপ, সঙ্গীত, এই আটাইখিনি উপাদানৰ এটা স্বাভাৱিক আৰু আনুপাতিক মিলন। আৰিষ্টটল চিকিৎসকৰ ল'ৰা আছিল বুলিয়েই বোধহয় তেওঁ জীৱতত্ত্ববিদৰ দৰে কাব্যক নিৰীক্ষণ কৰিছিল। চিন্তাধাৰাত অৰ্গেনিক (organic) কথাটোতো ঘাই কথা।

অজ্ঞাত কথাৰ সম্ভেদ পোৱা কাব্য নাটকৰ কাহিনীৰ এটাৰ প্ৰধান ফলশ্ৰুতি। অডিপুচে আৱিষ্কাৰ কৰিলে তেওঁ লেয়াচ আৰু জকাষ্টাৰ পুত্ৰ। তেওঁ নাজানি লেয়াচক বধ কৰিলে, জকাষ্টাক বিয়া কৰালে। ৰজাজনৰ জীৱনৰ পৰম বিষাদৰ এয়ে মূল। এই আৱিষ্কাৰটো দৰ্শক-পাঠকৰ পক্ষে এটা আনন্দ। এই আনন্দৰ মূলত কৰুণা আৰু ভয় (pity and fear)। ভ্ৰান্তিৰ কাৰণে জীয়াতু ভোগা মানুহলৈ পুতৌ ওপজে; ভয়ো হয়, জানোচা আমাৰ জীৱনতো তেনে দশা ঘটে। ট্ৰেজেডিয়ে মানুহৰ মনত কৰুণা আৰু ভয় উৎপাদন কৰি তাৰ মোক্ষণ (katharsis) সাধন কৰে। ভয় আৰু কৰুণাৰ সঞ্চাৰ কৰাটো নাটকীয় আনন্দ দান। পাঠক-দৰ্শকৰ জীৱন সম্পৰ্কে এটা গভীৰ মৰ্মস্পৰ্শী অভিজ্ঞতা লাভ হয়; জীৱনৰ কাৰণে মানুহ প্ৰস্তুতো হয়, লোকোত্তৰ চৰিত্ৰৰ বিপদে সাধাৰণকো শিক্ষা দিয়ে। শিক্ষাদান কলাৰ মুখ্য উদ্দেশ্য নহলেও কলাৰ সংস্পৰ্শই দিয়া অভিজ্ঞতাই জীৱনৰ সমৃদ্ধি বঢ়ায় (life enhancing)।

কাল, স্থান আৰু ঘটনাৰ ঐক্য (unity of time, place and action) আৰিষ্টটলৰ কাব্যতত্ত্বৰ আন এটা অংশ। মঞ্চত দেখুৱাব পৰা নাটকৰ ঘটনা

একেদিনাৰ ভিতৰতে ঘটিব পৰা হ'ব লাগে, নাটকৰ স্থানো একেই হ'ব লাগে; নাটকত একাধিক ঘটনা মিহলাব নালাগে। কালিদাসৰ শকুন্তলাত কেইবাবছৰৰো ঘটনা দেখুৱাইছে; স্থানো বিভিন্ন—তপোবন, ৰাজধানী, স্বৰ্গ। 'ব্যায়োগ' বোলা সংস্কৃত ৰূপকতহে কালৰ ঐক্য মানি চলা দেখা যায়। চেক্সপিয়েৰৰ নাটতো সেই একে কথা। 'কিং লিএৰ' নাটত দুটা সমান্তৰাল কাহিনী লগ লগোৱা হৈছে। 'টেম্পেষ্ট' নাটত আৰিষ্টটলৰ 'ঐক্য' ৰক্ষিত হোৱা দেখা যায়, অৱশ্যে অজ্ঞাতসাৰে।

পএটিক্চ কেইবাটাও আধ্যাত বিভক্ত। প্ৰথমতে তেওঁ মহাকাব্য, নাট আৰু গীতিকাব্যৰ কথা কৈছে। তাৰ পাচত অনুকৰণ বা অনুকৃতিৰ কথা আলোচনা কৰিছে। কলা মাত্ৰেই অনুকৃতি—ভাষা, গীত, নৃত্য আদিৰ মাধ্যমত এই অনুকৃতি সম্পাদন কৰা হয়। ট্ৰেজেডিৰ সংজ্ঞা দিবলৈকো চেষ্টা কৰিছে; ট্ৰেজেডি, মহাকাব্য আৰু গীতিকাব্যৰ তুলনামূলক আলোচনাও কৰা হৈছে। বুৰঞ্জী আৰু কাব্যৰ সত্য (poetic truth) সম্পৰ্কে আলোচনাও এটা বিষয়। এই সম্পৰ্কে আজিও আলোচনা হয়। ৰবীন্দ্ৰনাথে কোৱা 'যা ঘটে তা সব সত্য নহে' কথাষাৰ এই প্ৰসঙ্গত স্মৰণীয়। এটা আধ্যাত ট্ৰেজিক ৰস অৰ্থাৎ ভয় আৰু কৰুণাৰ উদ্ৰেকৰ কথা বহলাই আলোচনা কৰিছে। হ'মিওপাথিক চিকিৎসা দৰ্শনত থকা similia simibus curantor অৰ্থাৎ 'সমানে সমান বস্তু নাশ কৰে'; 'বিষস্য বিষমৌষধম্' এই কথা সুঁৱৰিব পাৰি। ভয়ে ভয় কমাই দিয়ে।* শেষৰ ফালে মহাকাব্য আৰু ট্ৰেজেডিৰ তুলনামূলক আলোচনা কৰি ট্ৰেজেডিক ওখ আসনখন দিছে।

গুৰু প্লেটো'ৰ কাব্যবিষয়ক মতৰ বিৰোধিতা কৰাটো আৰিষ্টটলৰ উদ্দেশ্য আছিল নে নাই ক'ব নোৱাৰি। তথাপি এইটো ঠিক যে গুৰুৱে কবিসকলক ৰাষ্ট্ৰবিৰোধী লোক বুলি কৰা সিদ্ধান্ত তেওঁ পএটিক্চত খণ্ডন কৰিবলৈ চেষ্টা কৰা যেন লাগে। প্লেটো'ই অনুভূতি-প্ৰৱণতাক সুস্থ নাগৰিকতাৰ বিৰোধী বুলিছিল; শিষ্যই কাব্যৰ ফল অনুভূতিৰ শুদ্ধিকৰণ বুলি মত দিছে। আৰিষ্টটলে কলাবিদ্যাৰ বিচাৰৰ স্বকীয় নীতিৰ কথা কৈছে, প্লেটো'ৰ মতে সত্য আৰু নীতিয়েই শিল্প বিচাৰৰ মানদণ্ড। সৎ কাব্য সেৱনৰ ফল এক বিশিষ্ট আনন্দ, আন নহয়—এয়ে আৰিষ্টটলৰ মত। তেওঁ কাব্যত কান্তিক অধিক মূল্য দিছে, নীতিকো দলিয়াই পেলোৱা নাই।

পশ্চিমীয়া জগতত পএটিক্চ কাব্যজিজ্ঞাসাৰ প্ৰথম আৰু প্ৰধান শৃঙ্খলাবদ্ধ চেষ্টা। এই গ্ৰন্থ অৱলম্বন কৰি এতিয়াও জিজ্ঞাসুৱে কাব্য আলোচনাৰ বাট দেখে, অথচ স্বাধীন চিন্তাতো বাধা নাপায়। আৰিষ্টটলে স্বীকাৰ কৰে যে কাব্যকলা বৰ্ধমান বস্তু, ইয়াৰ বুৰঞ্জী আছে।

সমালোচকে যাক ক্লাচিকেল 'ঘৰাণা' বুলি কয় সেই ঐতিহ্যৰ মূল

আৰিষ্টটল। পাশ্চাত্য জগতত তেওঁৰ চিন্তাৰ ধাৰা আজি পৰ্যন্ত অধ্যয়নৰ বস্তু হৈ আছে।

ভাৰতীয় অলঙ্কাৰশাস্ত্ৰৰ লগত আৰিষ্টটলৰ তুলনামূলক আলোচনা হোৱা দেখা নাই যেন লাগে। ভৰতৰ নাট্যশাস্ত্ৰত প্ৰয়োগবিজ্ঞান সম্পৰ্কে যথেষ্ট আলোচনা আছে। আৰিষ্টটলৰ মতে ৰঙ্গমঞ্চত অভিনয় নোচোৱাকৈয়ে কেৱল পাঠৰ দ্বাৰাই ট্ৰেজেডিৰ ৰস উপভোগ কৰিব পাৰি। অৱশ্যে এই কথাও মনত ৰাখিব লাগে যে বিখ্যাত গ্ৰীক নাটকৰ সৰহভাগেই নাটকৰ প্ৰতিযোগিতাত পুৰস্কাৰ-বিজয়ী। গ্ৰীক নাটৰ সোণালী যুগৰ বহুত পাচত আৰিষ্টটলৰ সমালোচনা ৰচনা হোৱা কাৰণেই বোধহয় অভিনয়ৰ দিশত সিমান গুৰুত্ব নিদিছিল; তথাপি তেওঁ দৰ্শকৰ দৃষ্টিৰ পৰাও নাটকৰ আলোচনা কৰিছিল। নাট্যকলা অবস্থানুকৃতি বুলি দশৰূপকত কৈছে, আৰিষ্টটলেও কাব্যৰ অনুকৃতি (mimesis) বুলিছে। সৰ্বজন-পৰিচিত বিষয়বস্তু নাটকৰ উপযোগী বুলি ভাৰত আৰু পশ্চিম—দুয়ো ঠাইতে স্বীকৃত। ভৰতৰ অলঙ্কাৰশাস্ত্ৰৰ প্ৰধান কথা হ'ল 'ৰসতত্ত্ব'; আৰিষ্টটলৰ বিশেষ অৱদান কাথাৰচিচ বা মোক্ষণ—দৰ্শকৰ মনত ভয় আৰু কৰুণাৰ উদ্ৰেক কৰি তাক শান্ত কৰা।

পাশ্চাত্য দেশৰ সাহিত্য-ভাবনা বুজিবৰ কাৰণে পএটিক্চৰ অধ্যয়ন অপৰিহাৰ্য। ইংৰাজী সাহিত্যত চাৰ ফিলিপ চিড্‌নী, ড্ৰাইডেন্, ছেলীৰ কাব্য-বিষয়ক নিবন্ধ প্ৰভৃতি বুজিবলৈ পএটিক্চ নাজানিলে নহয়; বাৰ্ডচ্‌ৱাৰ্থৰ 'প্ৰিফেচ' বুজিবলৈকো। মিল্টনৰ মহাকাব্য আৰিষ্টটলীয় নীতিত গঠিত। ভাৰতীয় সাহিত্যত আৰিষ্টটলৰ প্ৰভাৱ মাইকেল মধুসূদন দত্তৰ দিনৰ পৰাহে আৰম্ভ হৈছে—মেঘনাদ-বধ কাব্য হ'মাৰিক ৰীতিত গঠিত।

আৰিষ্টটলৰ কৃতিত্ব—তেওঁ মোহমুক্ত হৈ চকুৰ আগত পোৱা মহাকাব্য আৰু নাটক শিল্পকৰ্মৰূপে পৰীক্ষা কৰি চালে আৰু সেই সম্বন্ধে মত দাঙি ধৰি জগতৰ কাৰণে থৈ গ'ল। গ্ৰীক ট্ৰেজেডিৰ জন্ম ধৰ্মীয় অনুষ্ঠানৰ লগত জড়িত হলেও তেওঁ ধৰ্ম বা দৰ্শনৰ পৰা নাটকক আঁতৰাই আনি কলা হিচাপেই বিচাৰ কৰিছে। কলা তেওঁৰ মতে জীৱনৰ অনুকৃতি, কেৱল 'ফট'গ্ৰাফিক' অনুকৰণ নহয়, শিল্পীৰ অনুকৰণ। শিল্পীয়ে যথাদৃষ্টং বিৱৰণেই নিদিয়ে; তাক বাখ্যাও কৰে, তাৰ ওপৰত নতুন পোহৰো পেলায়। বিশেষ আনন্দ দিব পৰাই শিল্পৰ কাৰ্য, ই গ্ৰাম্য আনন্দ নহয়। শিল্পই মহৎ জীৱনৰো ইঙ্গিত দিয়ে। শিল্পকাৰ্যৰ গঠনত এটা সৌন্দৰ্য থাকে, ই সুগঠনৰ সৌন্দৰ্য। এই কেইটা মূল কথাৰ ওপৰত আজিও বিশেষ নতুন একো কোনেও যোগ দিব পৰা নাই। পএটিক্চ আধুনিক গ্ৰন্থ। অতি আধুনিক। তেওঁৰ নীতিৰে আমি আধুনিকবোৰেও নিজকে জুখি চাব পাৰোঁ। ০০

---

* 'হামাৰটিয়া'। ** ইডিপাচৰ গ্ৰীক্ উচ্চাৰণ।

* Samson Agonistes অৰ পাতনিত কবিৰ মন্তব্য।

# কাব্য, দেৱতা আৰু মানুহ*

অসমৰ সাহিত্যিক সমাজত 'শেৱালি-কবি' বুলি প্ৰসিদ্ধ ৰত্নকান্ত বৰকাকতী বেজবৰুৱা-পৰবৰ্তী যুগৰ এগৰাকী লেখৰ কবি-সাহিত্যিক। বিশ্বকবি ৰবীন্দ্ৰনাথকে কেন্দ্ৰ কৰি কুৰি শতিকাৰ প্ৰথম ভাগত যিসকল মানৱিকবাদী কবিৰ অভ্যুদয় হৈছিল, সেইসকলৰ ভিতৰত বৰকাকতী এজন। পূব ভাৰতৰ ৰবীন্দ্ৰধৰ্মী কবিসকলৰ মাজত তেখেত আগৰণুৱা।

আধুনিক অসমীয়া কবিতাত নতুন বিষয়-বস্তু আৰু ছন্দৰ প্ৰৱৰ্তক হিচাপে বৰকাকতীৰ অৱদান বিশেষ উল্লেখযোগ্য। অসমীয়া গদ্যলৈ আগ বঢ়োৱা তেখেতৰ উপহাৰো একেবাৰে তাকৰ নহয়। তেখেতক ক্লাছিক, ৰ'মাণ্টিক আদি কোঠাত ধৰি-বান্ধি সুমুৱাই থব নোৱাৰি। প্ৰাচীন ভাৰতীয় ঐতিহ্য আৰু আধুনিক চিন্তাৰ ধাৰা দুয়োটাই তেখেতৰ ৰচনাত প্ৰকাশ পাইছে। এনে এগৰাকী গুণী কবিক অসমীয়া সাহিত্য-সমাজে পাহৰাটো দুৰ্ভাগ্যৰ কথা হ'ব। কবিজনৰ জন্ম আৰু কৰ্মস্থল নগাওঁ সাহিত্য সভাই এই সভাৰ হীৰক জয়ন্তী উপলক্ষে তেখেতৰ কবি-কৰ্ম স্মৰণ কৰি বক্তৃতাৰ আয়োজন কৰা অতি শোভন হৈছে। প্ৰথম বক্তৃতাটি দিবৰ কাৰণে আমাক ভাৰ দিয়াত সংশ্লিষ্ট কৰ্মকৰ্তাসকললৈ কৃতজ্ঞতা জনাইছোঁ। এই বক্তৃতাৰ বিষয় হ'ব 'কাব্য, দেৱতা আৰু মানুহ'। বৰকাকতীৰ প্ৰিয় কবি ৰবীন্দ্ৰনাথৰ কথাও বক্তৃতা প্ৰসঙ্গত ওলাব। আধুনিক ভাৰতীয় কাব্যত ৰবীন্দ্ৰনাথেই মানুহক যথাযোগ্য স্থান দিছে।

গীত আৰু গাঁজাখুৰি মানৱ জাতিৰ প্ৰাচীনতম বিলাস। এই বিলাস লীলাবৃত্তিৰ (play instinct) ফল। দেখাত ইয়াৰ কোনো হেতু বা উদ্দেশ্য নাই, সম্পূৰ্ণ অহেতুক আনন্দ। সৃষ্টিখনো তেনে এটা লীলা-আনন্দৰে বিকাশ। এই সঙ্গীত আৰু এই মনে-পতা কথাই কাব্য, নাটক, উপন্যাস আদি শিল্পত পৰিণত হৈছে। সঙ্গীতৰ লগত যুক্তিৰ কথা আৰু বাস্তৱ জগতৰ কথা মিহলি হৈ কবিতা। সেই গুণে কবিতা চিৰকাল সঙ্গীতধৰ্মী হৈ আহিছে। সঙ্গীত বা ছন্দক বাদ দি কবিতাৰ কথা কল্পনা কৰিব নোৱাৰি; যদিও আধুনিক কালত বুদ্ধিপ্ৰধান কাব্যত সঙ্গীত বা ছন্দৰ আৱশ্যকতা বহুতে অনুভৱ নকৰা হৈ আহিছে।

উদ্দেশ্যবিহীন অহেতুক কাব্যই কালক্ৰমত উদ্দেশ্য আৰু প্ৰয়োজনৰ ভাৰ বহন কৰিব লগীয়া হ'ল।

পৃথিৱীৰ কাব্যৰ এক প্ৰাচীনতম নিদৰ্শন ঋগ্বেদৰ কাব্য। কবি শব্দটো

---

* এই ৰচনাখনি নগাঁৱৰ চিনাকি প্ৰকাশনে ১৯৮৯ চনত পুস্তিকাকাৰে প্ৰকাশ কৰিছিল।

তেওঁলোকৰে আৱিষ্কাৰ। এই বিশাল বিশ্ব-জগতৰ স্ৰষ্টা আৰু নিয়ামক শক্তিক তেওঁলোকে কবি আখ্যা দিয়ে। এই বিচিত্ৰ দৃশ্যমান জগত সেই দেৱতাৰ সৃষ্টি বা কাব্য। "পশ্য দেৱস্য কাব্যম্ ন মমাৰ ন জিৰ্য্যতি।" দেৱতাৰ এই কাব্যৰ ফালে চোৱাঁ; ই মৰিও নাযায়, শুকাই লেৰেলিও নাযায়।

ভাৰতৰ প্ৰাচীনতম বাঙ্ময় বৈদিক সাহিত্য। এই সাহিত্যৰ প্ৰতীক, উপমা, ছন্দ পৰৱৰ্তী যুগৰ সাহিত্যলৈ নামি আহিছে। অৰ্থনৈতিক ফালৰ পৰা চালে বৈদিক যুগৰ লোক গোপালক অৱস্থাত (pastoral) আছিল, আৰু সৰ্বসাধাৰণে বৈদিক সাহিত্যকো আদিম গোপালক লোকৰ গৰখীয়া গীত বুলিয়েই ভাবে; কিন্তু প্ৰকৃততে তেওঁবিলাক আধ্যাত্মিক পথত বহুত আগ বাঢ়ি গৈছিল। তেওঁবিলাকে ধ্যান-ধাৰণাৰ সহায়ত দৃশ্যমান জগতৰ মূলত লুকাই থকা, সৰ্বসাধাৰণৰ পক্ষে অদৃশ্য সত্যবস্তুক দেখা পাইছিল। এই চিৰপৰিৱৰ্তনশীল, "অৱাঙ্মনসগোচৰ," সূক্ষ্মতকৈও সূক্ষ্ম অভিজ্ঞতা বুজাবৰ কাৰণে কবিসকলে ইঙ্গিতপূৰ্ণ পৰোক্ষ ভাষা ব্যৱহাৰ কৰিছিল। ইন্দ্ৰ, অগ্নি, বৰুণ আদি শব্দবোৰ এনে ইঙ্গিতপূৰ্ণ প্ৰতীক। দীৰ্ঘায়ু লাভ, শত্ৰুৰ পৰাজয়, ঐহিক সম্পদ লাভৰ আগ্ৰহ এই যুগৰ কবিসকলৰ জীৱনধৰ্মী কাব্যত স্পষ্টভাৱে প্ৰকাশ পাইছে, আৰু এনে প্ৰাৰ্থনাৰ প্ৰতিধ্বনি পৰৱৰ্তী যুগৰ সাহিত্যত শুনা যায়। মাৰ্কণ্ডেয় পুৰাণৰ সপ্তশতী খণ্ডৰ "ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষো জহি"ৰ নিচিনা প্ৰাৰ্থনাই ইয়াৰ উদাহৰণ।

"যাচ্ঞামোঘা ৱৰম্ অধিগুণে নাধমে লব্ধকামা"—ব্যৰ্থ হ'বৰ ভয় থাকিলেও গুণী জ্ঞানী লোকক মানুহে প্ৰাৰ্থনা কৰিব, কামনা পূৰ্ণ হ'বৰ আশা থাকিলেও অধমৰ কাষ নাচাপিব।

ঐহিক জীৱনৰ প্ৰতি অত্যন্ত আকাঙ্ক্ষা থকা সত্ত্বেও এই কবিসকলৰ মনত এই বিশাল বিশ্বব্ৰহ্মাণ্ড আৰু সৃষ্টিৰ আবৃত ৰহস্য সম্পৰ্কে নানা প্ৰশ্নৰ উদয় হৈছিল।

"এই বিচিত্ৰ সৃষ্টি ক'ৰ পৰা আহিল, কাৰ পৰা আহিল, কোনোবাই সৃষ্টি কৰিছেই বা কৰাই নাই— এইবোৰ কথা পৰম ধামত থকা জনেইহে জানে— অথবা কিজানি তেৰোঁ নাজানে" (ঋগ্বেদ— ১০।১২৯।৭)।

বেদৰ আন এটা নাম ছন্দ, ছন্দাংসি। বেদৰ ছন্দ সাতোটা। তেওঁলোক বৈদিক কাব্যৰ বাহন, যিদৰে সূৰ্য্যৰ বাহন সাতোটা অশ্ব। ছন্দ বা কাব্য বৈদিক প্ৰাৰ্থনাৰ বাহন হ'বলগীয়া হ'ল। মূলতে যি সঙ্গীত বা কাব্যৰ কোনো অভিলাষ বা প্ৰাৰ্থনা নাছিল, সেই কাব্য-ছন্দই এতিয়া ঐহিক বিষয়ৰ প্ৰাৰ্থনা আৰু পাৰমাৰ্থিক তত্ত্বৰ গৱেষণাৰ দোলাভাৰী। সেইগুণে জগতত বিশুদ্ধ কাব্য (Pure poetry) বিৰল। (Poetry-ৰ সৰহ ভাগেই অবিশুদ্ধ বা Applied poetry) গীতাত শ্ৰীকৃষ্ণ ভগৱানে "বৰ্ণ-সঙ্কৰ নৰকৰ কাৰণ" বুলি কৈছে। (গীতা-১)।

প্ৰচাৰধৰ্মী কাব্য সৌন্দৰ্য্যৰ লগত মিল হৈ যি ৰূপ লৈছে, সি কিন্তু জগতত সকলোৰে কাম্য হৈ আহিছে।

উদ্দেশ্যবিহীন কাব্যক লক্ষ্য কৰি আগৰ শাস্ত্ৰকাৰসকলে কৈছিল—"কাব্যালাপঞ্চ বৰ্জয়েৎ", অৰ্থাৎ কাব্য আৰু সঙ্গীত—এইবোৰ বৰ্জন কৰিব। তেওঁলোকৰ ভয় আছিল, জানোচা কাব্য আৰু সঙ্গীতে অনুৰাগীসকলক ইন্দ্ৰিয়-সুখৰ প্ৰতি বেছি আসক্ত কৰি তোলে। ধৰ্ম বা আধ্যাত্মিক দিশৰ কথা কবিতাৰ লগত মিহলি হৈ থাকিলে তেনে অধঃপতনৰ ভয় নাথাকে। এগৰাকী আলঙ্কাৰিকে কাব্যক সমৰ্থন কৰিছে এই বুলি যে কাব্য অশিৱৰ বা অমঙ্গলৰ ক্ষতিকাৰক; "শিৱেতৰক্ষতয়ে।" সেইগুণেই কাব্য বৰ্জনীয় নহৈ সেৱনীয়। প্লেটো'ই তেওঁৰ আদৰ্শ ৰাষ্ট্ৰত কবিসকলৰ কোনো স্থান দিয়া নাছিল। তেওঁলোক নিৰ্বাসন দণ্ডৰ উপযোগী। ইয়াৰ কাৰণ হ'ল হোমাৰ প্ৰভৃতি কবিয়ে দেৱতাবিলাকক দোষ আৰু দুৰ্বলতাযুক্ত কৰি আঁকিছে। তদুপৰি কবিসকলে প্ৰকৃত সম্পূৰ্ণ আৰু অমূৰ্ত সত্যক (Abstract Truth) বৰ্ণাব নোৱাৰে। বৰং তাৰ নকলৰ নকলটোহে তেওঁৰ শিল্পত ৰূপায়িত কৰে। কবিয়ে অমূৰ্ত সত্যটো নেদেখে—সত্যৰ ছাঁটোহে দেখে। এইবিলাক কাৰণত কবিয়ে ৰাষ্ট্ৰৰ উপযুক্ত নাগৰিক সৃষ্টি কৰাত বাধা দিয়ে। কিন্তু পৰৱৰ্তী কালত প্লেটো'ৰ এই বিৰোধিতা টিকিব নোৱাৰিলে। আন ধৰ্মতো কাব্য আৰু সঙ্গীতৰ প্ৰতি বিৰোধিতা আৰু বিতৃষ্ণা দেখিবলৈ পোৱা গৈছিল; কিন্তু কালক্ৰমত এনে বিৰোধ ভাব কমি আহিছে। ধৰ্মৰ প্ৰতি কাব্যৰ আনুগত্যই এনে পৰিবৰ্তনৰ ঘাই কাৰণ। তথাপি বহুত পণ্ডিত আৰু দাৰ্শনিকে কাব্যক এটা অপৰিণত অনুষ্ঠান বুলি বিবেচনা কৰে। কাব্যই সত্যৰ অনুসন্ধান দিব নোৱাৰে, দৰ্শনৰহে সেইটো অধিকাৰ। অৱশ্যে কাব্যই সেইটো দাবী নকৰেও। ৰবীন্দ্ৰনাথেও ঠিক এই কথাকেই কৈছে।

"আধ্যাত্মিক সাধনার ক্ষেত্রে আমার অধিকার নেই একথা আমি নিশ্চয় জানি এবং কাউকে আমি ভুল জানাই নে। আমার জীবনের যা কিছু অভিজ্ঞতা, তা কবি প্রকৃতির অভিজ্ঞতা—তার ঊর্ধ্বে উপলব্ধির ক্ষেত্র আছে; কিন্তু সেখানে আমার প্রত্যক্ষ জ্ঞান পৌঁছয় না। আমার মন Appearanceএর সীমার মধ্যেই সঞ্চরণ করে আনন্দ পায়।"

ৰবীন্দ্ৰনাথে তেওঁৰ কবিতাত দৰ্শন বা বাণী খুঁচৰি ফুৰাটো ভাল নাপাইছিল যদিও এই বাণী বা দৰ্শন অলপ নুবুজিলে তেওঁৰ কবিতাৰ সামগ্ৰিক ধাৰণা কৰাটো অলপ টান। সেইগুণে কবি কবিহে; তেওঁ দাৰ্শনিক বা ধৰ্ম প্ৰচাৰক নহয়—যদিও ধৰ্ম আৰু দৰ্শন কাব্যৰ মাজতে সোমাই থাকে ৰাসায়নিক সংমিশ্ৰণৰ (Chemical compound) দৰে। সামান্য সংমিশ্ৰণ (Mechanical Mixture) আৰু ৰাসায়নিক সংমিশ্ৰণ দুটা বেলেগ বেলেগ বস্তু বুলি আমি

সকলোৱে জানো। গোলাপ ফুলৰ ভিতৰত ৰূপ-ৰস-গন্ধ আটাইকেইটা উপাদান সোমাই থাকে। এই আটাইখিনিৰ সম্পূৰ্ণ সম্মিলন গোলাপ ফুল। গতিকে ইয়াৰ পৰা যি কোনো এটা উপাদানক উলিয়াই আঁতৰাই আনিব নোৱাৰি। কাব্যৰ পৰাও সেইদৰে ধৰ্ম, দৰ্শন বেলেগাই অনা কঠিন। কাব্য বিষয়-বস্তু, সঙ্গীত আৰু ব্যঞ্জনা— এই উপাদানসমূহৰ সন্নিপাত।

সেইগুণে কাব্যত কোনখিনি ধৰ্ম, কোনখিনি দৰ্শন, সেইখিনি আঁতৰাই অনা টান কথা। ধৰ্ম-শাস্ত্ৰ আৰু কাব্য-শাস্ত্ৰ একেটাই নে দুটা বস্তু, তাকো কোৱা টান। ৰামায়ণ কাব্য; কিন্তু মহাভাৰত কাব্য নে দৰ্শন তাক কোৱাও সহজ কথা নহয়। ৰামায়ণৰ বিৱৰ্তনৰ আদি ভাগত ই সম্পূৰ্ণ কাব্যই আছিল; কিন্তু পৰৱৰ্তী কালত ক্ৰমে ইয়াত ধৰ্ম-তত্ত্ব সোমাই নায়কজনক ঈশ্বৰলৈ উন্নীত কৰিলে; আৰু পাছলৈ যেতিয়া প্ৰাদেশিক ভাষাবিলাক ৰাম-কথাৰ বাহন হবলৈ ধৰিলে, তেতিয়া এই প্ৰাকৃত ভাষাৰ ৰামায়ণবিলাক ক্ৰমে ৰাম-উপাসনাৰ প্ৰচাৰৰ অনুকূল গ্ৰন্থ হৈ পৰিল, আৰু গ্ৰন্থবিলাক জনসমাজত অতীৱ আদৰৰ বস্তু হৈ উঠিল। মহাভাৰতো আদিতে বিশুদ্ধ কাব্যই আছিল; ক্ৰমে ক্ৰমে ইয়াত ধৰ্ম, নীতি, দৰ্শন, সমাজ-তত্ত্ব আদি সোমাই পৰাত ই এখন ভাৰতীয় বিশ্বকোষ হৈ পৰিল। "বাৰহাত গছৰ তেৰ হাত লতা"ৰ দৰে মহাভাৰতত মূল আখ্যানতকৈ ইয়াৰ লগত সম্পৰ্কহীন কাহিনী আৰু কথাৰ জোখ অতিমাত্ৰাই বেছি হ'ল। বহুতে ইয়াক মহাভাৰতৰ পক্ষে গৌৰৱৰ কথাই বুলি ভাবে; কিয়নো ই সমগ্ৰ ভাৰতৰে প্ৰতিনিধি। সৰ্বসাধাৰণত প্ৰচলিত কথা আছে "যি নাই ভাৰতত, সি নাই ভাৰতত"। আনত নোহোৱা কথা ইয়াত থাকিব পাৰে, কিন্তু ইয়াত নোহোৱা কথা আনত নাই। গীতাও মহাভাৰতৰ কেন্দ্ৰ-স্বৰূপ, যদিও একশ্ৰেণীৰ পণ্ডিতে গীতাক পৰৱৰ্তী কালৰ প্ৰক্ষেপ বুলি ভাবে। গীতাৰ ভালেখিনি কথা মহাভাৰতৰ বিভিন্ন পৰ্বৰ বিভিন্ন অংশত দেখিবলৈ পোৱা যায়। সেই ফালৰ পৰা চালে গীতাক মহাভাৰতৰ ভিতৰুৱা অবিচ্ছেদ্য অংশ বুলি ক'ব লাগিব। গীতাৰ বিশ্বজনীনতা আৰু উদাৰতাই সমগ্ৰ জগতৰ মনীষীসকলক আকৰ্ষণ কৰিব পাৰিছে। এনে এখন গ্ৰন্থক এখন জাতীয় কাব্য নুবুলিও নোৱাৰি। পণ্ডিতসকলে গীতাৰ ভিতৰতে বেলেগ বেলেগ স্তৰৰ আৱিষ্কাৰ কৰিছে, আৰু ইয়াৰ কিছু অংশক পৰৱৰ্তী সংযোজন বুলি সিদ্ধান্ত কৰিব খোজে। ইয়াৰ কাৰণ হ'ল, গীতাৰ ভিতৰত ভালেখিনি সাম্প্ৰদায়িক ধৰ্মৰ কথা সোমাই পৰিল। সেইগুণে অনেকে উপনিষদক গীতাতকৈ ওপৰত ঠাই দিয়ে, যদিও গীতাৰ মূল কথা উপনিষসমূহৰ পৰাই আহৰণ কৰা হৈছে। আচল কথা হ'ল, উপনিষদত কোনো সম্প্ৰদায় বিশেষ বা দেৱতা বিশেষৰ প্ৰতি আনুগত্য দেখুওৱা হোৱা নাই। ইয়াত কোনো দেৱতাৰ স্তুতি বা প্ৰশংসা নাই, আৰু কোনো সম্প্ৰদায় বিশেষৰ প্ৰতিও বিশেষ আকৰ্ষণ

নাই। আধুনিক যুগৰ জগতৰ ভিতৰত এজন শ্ৰেষ্ঠ কবি আৰু মনীষী ৰবীন্দ্ৰনাথে উপনিষদৰ ঘনে ঘনে উদ্ধৃতি দিছে, ব্যাখ্যা কৰিছে, তেওঁৰ জীৱন আৰু কাব্যৰ আদৰ্শও উপনিষদৰ ভিতৰতে প্ৰতিষ্ঠিত বুলি স্বীকাৰ কৰিছে। কিন্তু গীতাৰ কথা কেতিয়াবা কাচিৎহে উল্লেখ কৰিছে। উপনিষদত কাব্য সৰহ, কৰ্ম বা নীতি-শিক্ষাৰ ভাঁজ কম; গীতাত তত্ত্ব-কথাৰ অংশই সৰহ। গতিকে, কবি-প্ৰকৃতি কাব্যৰ প্ৰতি আকৃষ্ট হোৱা একো অস্বাভাৱিক কথা নহয়। প্ৰখ্যাত দাৰ্শনিক ৰাধাকৃষ্ণণৰ 'Philosophy of the Upanishads'-অৰ পাতনিত ৰবীন্দ্ৰনাথে কৈছে— উপনিষদৰ শ্লোকবিলাক Golden Treasury-ৰ গীতি-কবিতাবিলাকৰ দৰেই কিছুমান প্ৰাণ-স্পৰ্শী গীতি-কবিতা।

"কুৰ্বন্নেবেহ কৰ্মাণি জিজীবিষেচ্ছতং সমাঃ।
এৱং ত্বয়ি নান্যাথেতোঽস্তি ন কৰ্ম লিপ্যতে নৰে।।"
"স পৰ্যগাচ্ছুক্ৰমকায়মব্ৰণমস্নাবিৰং শুদ্ধমপাপবিদ্ধম্।
কবিৰ্মনীষীঃ পৰিভূঃ স্বয়ম্ভূৰ্যথাতথ্যাতোঽৰ্থান্ ব্যদধাচ্ছাশ্বতীভ্যঃ সমাভ্যঃ।"

ওপৰৰ উদ্ধৃতি দুটাত উপনিষদীয় চিন্তাধাৰাৰ দুটা মূল কথা প্ৰকাশ পাইছে। প্ৰথম, সংসাৰত দীৰ্ঘ জীৱন লাভ কৰি নিষ্কাম কৰ্ম কৰাৰ প্ৰয়োজনীয়তা, আৰু ইন্দ্ৰিয়াতীত অপাপবিদ্ধ শুদ্ধ সত্তাৰ স্বীকৃতি।

গীতাতো ঠিক এই দুটা কথাকেই কোৱা হৈছে; কিন্তু গীতাত এই একে কথাই বাসুদেৱ-কৃষ্ণৰ উপাসনাৰ লগত সান-মিহলি হৈ এটা বেলেগ ৰূপ ধাৰণ কৰিছে। এই প্ৰসঙ্গতে ইয়াকো কৈ থব পাৰি যে মহাভাৰতৰ দৰে মানৱীয় আৱেদনযুক্ত এখন কাব্যও বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰৰ বাহন হৈ শেষত স্বৰ্গাৰোহণত ইয়াৰ সমাপ্তি ঘটিছে। 'ধ্বন্যালোকৰ' গ্ৰন্থকাৰে মহাভাৰতৰ কথা কবলৈ গৈ ইয়াক শান্তৰস-প্ৰধান কাব্য বুলি আখ্যা দিছে। পৃথিৱীত তথা ভাৰতত ধৰ্ম-ৰাজ্য স্থাপনৰ কাৰণে যি কুৰুক্ষেত্ৰ যুদ্ধ অনুষ্ঠিত হ'ল, তাৰ শেষত কেৱল কৰুণ বিননিহে শুনা গ'ল। ধৰ্ম-ৰাজ্য স্থাপিত হ'ল যদিহে সিও কিবা পৃথিৱীয়ে ঢুকি নোপোৱা এক স্বৰ্গ-ৰাজ্যতহে হ'ল। পৃথিৱী যেনে আছিল তেনেই থাকিল। সেই কাৰণে অনেক সমালোচকৰ মতে, মহাভাৰত সামগ্ৰিক দৃষ্টিত পৃথিৱীৰ কাব্য হিচাপে ব্যৰ্থ হৈছে। অৱশ্যে ইয়াত দৃষ্টি-ভঙ্গী অনুসৰি বিভিন্ন জনৰ বিভিন্ন মতৰ অৱকাশ আছে। বিভিন্ন অংশত যিবিলাক পাৰ্থিৱ আৱেদনৰ কাহিনী আছে, সেইবিলাকৰ সৌন্দৰ্য নিশ্চয় সন্দেহাতীত।

বৌদ্ধ সাহিত্যৰ ফালে চালে আমি দেখোঁ, ইয়াতো কাব্যক নীতি আৰু শীলৰ বাহন ৰূপে ব্যৱহাৰ কৰা হৈছে। জাতকৰ গল্পসমূহত পৃথিৱীৰ এক প্ৰাচীন গল্প-সম্ভাৰ সোমাই আছে। বুদ্ধদেৱৰ অসংখ্য পূৰ্বজন্মৰ বিভিন্ন ঘটনাৰ লগত জড়িত কৰি দেখুওৱা এই গল্পবিলাকৰ সোৱাদ বিচিত্ৰ আৰু চমৎকাৰ। এই গল্প-

কথাবিলাকৰ প্ৰভাৱ পৃথিৱীৰ নানা দেশৰ সাহিত্যতো উফৰি পৰিছে।

হিন্দু ধৰ্মৰ গীতাৰ দৰেই বৌদ্ধধৰ্মীসকলে 'ধম্মপদ'ক বুদ্ধদেৱৰ নিজ মুখৰ পৰা ওলোৱা পৱিত্ৰ বাণী বুলি জ্ঞান কৰে। ভগৱান বুদ্ধদেৱে বেলেগ বেলেগ সময়ত বেলেগ বেলেগ মেলত শিষ্যৰ আগত দিয়া উপদেশবোৰ পাছলৈ সংগ্ৰহ কৰি ছন্দোময় ভাষাত গাঁথি থোৱা হ'ল, আৰু ইয়াক 'ধম্মপদ' নাম দিয়া হ'ল। 'ধম্মপদ'ক কেৱল বৌদ্ধ গ্ৰন্থ বুলিলে সম্পূৰ্ণ কথাটো কোৱা নহয়। ভাৰতীয় সংস্কৃতিৰ আধাৰ মহাভাৰত, গীতা, উপনিষদ, পুৰাণ আদিৰ সাৰ কথা 'ধম্মপদ'তে সোমাই আছে, আৰু এই কথাবিলাক বুদ্ধদেৱৰ মাহাত্ম্য-মণ্ডিত হৈ 'ধম্মপদ'ত জিলিকি আছে।

"সোণৰ মোহৰৰ বৰষুণ হৈ থাকিলেও কামনাৰ তৃপ্তি নহয়। কামনাৰ সুখ ক্ষুদ্ৰ, আৰু সি প্ৰকৃততে দুখৰ হেতু বুলি যি জানে, তেৱেঁহে পণ্ডিত।"

'ধম্মপদ'ৰ এই বাণীৰ লগত উপনিষদৰ "ন ৱিত্তেন তৰ্পণীয়ো মনুষ্যাঃ" এই ফাঁকিৰ সাদৃশ্য সহজেই চকুত পৰে।

"নিজে নিজক প্ৰেৰণা দিয়া, নিজে নিজক বিচাৰ-বিশ্লেষণ কৰা। হে ভিক্ষু, আত্ম-ত্ৰাণ কৰি সজাগ হৈ তুমি সুখেৰে জীৱন যাপন কৰা।"—ইয়াৰ লগত গীতাৰ 'উদ্ধৰেতাত্মনাত্মনম্' ইত্যাদি শ্লোক ৰিজাব পাৰি। সংযম আৰু ত্যাগৰ বাণী গীতাৰ উপদেশতো আছে, ভাগৱতৰ একাদশ স্কন্ধত বৰ্ণিত সাৰ্ববৰ্ণিক ধৰ্মৰ প্ৰসঙ্গতো আছে। 'ধম্মপদ'ৰ শিক্ষাত দেৱ-দেৱী কিম্বা বিশেষ ধৰ্ম-সম্প্ৰদায়ৰ কথা নাই। নিজৰ আধ্যাত্মিক চিন্তাৰ প্ৰতি চিৰসতৰ্ক হৈ পৱিত্ৰতা আৰু ত্যাগৰ জীৱন যাপন কৰাটো বুদ্ধদেৱৰ মূল শিক্ষা। বৌদ্ধসকলৰ বৈশিষ্ট্য হ'ল এয়ে। তেওঁলোকে কোনো দেৱতা বা ঈশ্বৰৰ অৱতাৰতকৈ ব্যক্তিগত জীৱনৰ অপ্ৰমাদী প্ৰয়াসৰ ওপৰত মূল্য দিয়ে। আধ্যাত্মিক জীৱন যাপনৰ বিশ্বজনীন নীতিসমূহ 'ধম্মপদ'ত প্ৰকাশ হৈ আছে। সৰল ভাষা, সকলোৱে দেখা-শুনা সহজ উপমা, সহজ আৰু মিঠা ছন্দৰ 'ধম্মপদ'ৰ শিক্ষাই সকলো মানুহৰে হৃদয় স্পৰ্শ কৰিছে। আধুনিক কালৰ এগৰাকী মহাপুৰুষ ৰামকৃষ্ণ পৰমহংসদেৱৰ কবিত্বময় উপদেশসমূহৰ কথা এই প্ৰসঙ্গত স্বাভাৱিকতেই মনত পৰে। ৰামকৃষ্ণৰ উপদেশসমূহ গদ্যত কোৱা হ'লেও সম্পূৰ্ণ কাব্যধৰ্মী। কিয়নো, কাব্যৰ কাব্যত্ব কেৱল ছন্দতেই নাথাকে। উপনিষদৰ বহুত অংশ যজুৰ্বেদৰ অনেক অংশ, বাইবেলৰ ইংৰাজী অনুবাদৰো অনেক অংশ কাব্যশ্ৰী-মণ্ডিত।

"Consider the lilies of the field, they toil not, nor do they spin. Yet Solomon in all his glory is not like one of these." এইখিনিক যদি কবিতা বোলা নাযায়, চল'মনৰ কথাক (Song of Solomon) যদি কবিতা বোলা নহয়, তেনেহলে আন কাক নো কবিতা বুলিবা? ৰসেৰে

অভিষিক্ত হ'লেই ভাষাই কবিতাৰ আখ্যা লাভ কৰিব পাৰে। শব্দৰ মনোহাৰিণী শক্তিয়েই শব্দৰ ৰস বা তাৰ শ্ৰেষ্ঠ উপহাৰ, এয়ে সৌভাগ্য, এয়ে লাৱণ্য।

বুদ্ধদেৱৰ আবিৰ্ভাৱৰ পাছত খ্ৰীঃ পূঃ প্ৰথম শতাব্দীত জন্ম গ্ৰহণ কৰা অমৰ কবি লিউক্ৰেচিয়াৰ নাম কাব্যৰ বুৰঞ্জীত বিশেষ উল্লেখযোগ্য। তেওঁৰ বাস্তৱ প্ৰকৃতি 'De Rerum Natura' বোলা লেটিন কাব্য এখন দাৰ্শনিক কাব্য। কবিয়ে প্ৰাচীন গ্ৰীক দাৰ্শনিক এপিকিউৰাচ আৰু ডেমক্ৰীচাচৰ দৰ্শনৰ আধাৰত লিখা এই কাব্যত ধৰ্ম আৰু দেৱতাৰ প্ৰতি অলপো সন্মান প্ৰদৰ্শন কৰা নাই। পৃথিৱীৰ সকলোৱেই, আন কি আত্মা যদি আছে সেই বস্তুটোও পৰমাণুত পৰিণত হ'ব। দেৱ-গোসাঁই কালৈকো ভয় কৰিব লগা নাই। দেৱ-গোসাঁই মানুহৰ দুৰ্দশাৰ প্ৰতি উদাসীন। ধৰ্ম আৰু ঈশ্বৰ মানুহৰ ভয়ৰ পৰাহে সৃষ্টি। এই কাব্য অতি আধুনিক যেন লাগে। তথাপি কথাৰে গধুৰ এই কাব্যৰ কিছুমান অংশ কাব্য হিচাপে অতি উপভোগ্য।

ঋষি অৰবিন্দই ভাৰতৰ তিনিজন কবিক মাত্ৰ স্বীকৃতি দিছে। তেওঁলোক হ'ল—বাল্মীকি, ব্যাস আৰু কালিদাস। বাল্মীকি হ'ল অনুভূতিৰ, ব্যাস বুদ্ধিৰ (intellect) আৰু কালিদাস ইন্দ্ৰিয়ানুভূতিৰ (sense perception) কবি। বাল্মীকিৰ কাব্যত প্ৰধানতঃ অনুভূতি, ব্যাসৰ কাব্যত বিচাৰ-বুদ্ধি আৰু কালিদাসৰ কাব্যত ইন্দ্ৰিয়গম্য সৌন্দৰ্যই বিশেষকৈ ঠাই পাইছে। কালিদাসক সমালোচকসকলে শিৱ-ভক্ত বুলি ক'ব খোজে, কোনোৱে বা তেওঁক অৰ্ধনাৰীশ্বৰৰ উপাসক বোলে। তেওঁৰ কাব্যত বিষ্ণুৰ বৰ্ণনা নোহোৱাও নহয়। 'ৰঘুবংশ' মহাকাব্যত তেওঁ ৰামক ''ৰামাভিধানো হৰি'' বুলি বৰ্ণনা কৰিছে। প্ৰকৃততে তেওঁ বৈদান্তিক বুলি ধাৰণা হয়। এঠাইত তেওঁ সাগৰক 'সত্বৰজস্তমো' গুণত প্ৰকাশ পোৱা বিষ্ণুৰ লগত তুলনা কৰিছে। 'ৰিষ্ণোৰিৱাস্যা নৱধাৰণীয়ম্। '' (ৰঘুবংশ—১৩)। 'শকুন্তলা' নাটকৰ আৰম্ভণিতে শিৱৰ বৰ্ণনা আছে। শেষৰ ভৰত বাক্যতো নীললোহিতৰ বৰ্ণনা আছে। কিন্তু তেওঁৰ 'শকুন্তলা' নাটক এটি সম্পূৰ্ণ মানৱীয় কাহিনী। মিলন, বিৰহ আৰু অনুতাপেৰে পৰিপূৰ্ণ মানুহৰ প্ৰেম কাহিনী। তেওঁৰ বনবাসী কণ্ব মুনিও অতি সহৃদয় সহানুভূতিপূৰ্ণ মানৱ চৰিত্ৰ। সেই কাৰণেই বিদেশী Keith চাহাবে (Keith : Sanskrit Drama) কণ্ব মুনিক এটি delightful figure বুলি আখ্যা দিছে। কালিদাসৰ কাব্যত কোনো ধৰ্ম বা সম্প্ৰদায়ৰ প্ৰতি অকণো পক্ষপাতিতা দেখুৱা নাই বা তেওঁৰ কাব্যত উপদেশ দিয়াৰ কোনো প্ৰয়াস নাই। সেই যুগত সাহিত্যৰ এনে আদৰ্শ বিৰল। 'শকুন্তলা' নাটকত সামান্য মাছমৰীয়া মানুহ এটায়ো কৰ্মযোগী ৰূপে দেখা দিছে। কালিদাসৰ কাব্যৰ উপমাবিলাকো প্ৰত্যেকেই একোটা চিত্ৰ। সেইবিলাক চিত্ৰৰ প্ৰত্যেকতে ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ; সকলোৰে একোটি আবেদন আছে। ইন্দ্ৰৰ

শক্ৰবিলাকক পৰাস্ত কৰি দুষ্যন্ত ৰজা ৰথেৰে স্বৰ্গৰ পৰা নামি আহিছে, আৰু ওপৰৰ পৰা পৃথিৱীখন দেখা পাই অতি পুলকিত হৈ ৰজাই আবেগেৰে কৈ উঠিছে, "আমাৰ পৃথিৱীখন কেনে শুৱনি।" এই অকণমান বাক্যটিতেই মানৱিকবাদী কালিদাসৰ গোটেই অন্তৰখন ওলাই পৰিছে।

কালিদাসৰ কবিতাত ইন্দ্ৰিয়াতীত জগতৰ সংবাদ অতি কম। কিন্তু চুফীসকলৰ অতীন্দ্ৰিয়বাদী কাব্যত ইন্দ্ৰিয়গ্ৰাহ্য জগতৰ জৰিয়তে অতীন্দ্ৰিয় ৰাজ্যৰ ব্যঞ্জনা। চল'মনৰ গীতত আমি পাওঁ—

Let Him Kiss me with His Kissess of His mouth
For His love is better than wine. (New Testament)

এইয়া দৰাৰ প্ৰতি কন্যাৰ উক্তি। দৰা ঈশ্বৰ, কন্যা ঈশ্বৰৰ সান্নিধ্য-অভিলাষী আত্মা। ভাগৱতত ইয়াৰ সদৃশ শ্লোক আছে—

"সুৰতবৰ্ধনং শোকনাশনং স্বৰিতবেণুনা সুষ্ঠু চুম্বিতং।
ইতৰৰাগবিস্মাৰণং নৃণাং বিতৰ বীৰ নস্তেহধৰামৃতম্।।" (ভাগৱত ১০।৩১।২৪)

তেওঁক ক'লোঁ— তোমাক এবাৰ দৰ্শন পাব পাৰোঁ নে শোভনা?
তেওঁ উত্তৰ দিলে— মোক যদি চাবৰ ইচ্ছা আছে, তেন্তে নিজকে চাই লোৱাঁ।
মই ক'লোঁ— মোৰ হৃদয়ৰ অভিলাষ তোমাৰ সঙ্গত বাস কৰা।
তেওঁ উত্তৰ দিলে— তেন্তে তুমি নিজৰ লগত বাস কৰাঁ।
মই ক'লোঁ— তোমাৰ আৰু মোৰ মাজৰ পৰ্দা গুচাই লৈ তোমাৰ লগত কথা পতা উচিত হ'ব নে?
তেওঁ উত্তৰ দিলে— মাজত এখন পৰ্দা লৈ আগেয়ে কোনেও মোৰ লগত আলাপ কৰা নাই।
কালি মোৰ প্ৰিয়তমাই ক'লে— হে মোৰ কান্তা! মই তোমাৰ লগত অভিন্ন তেতিয়াহে হ'ম যেতিয়া তুমি 'তুমি মই' ভাবটো গুচাব পাৰা।
তেওঁৰ চকুৰে যেতিয়া তেওঁক চালোঁ আৰু সুধিলোঁ,— হে জগজ্জীৱ! তুমি নো কোন?
ঘপৰাই তেওঁ উত্তৰ দিলে— "তুমি"।

অতীন্দ্ৰিয়বাদী চুফীসকলৰ দৰ্শন আৰু কাব্য সম্বন্ধে এইবিলাকৰ পৰা অলপ আভাস পাব পাৰি। জীৱ আৰু ঈশ্বৰ একেই, এই ভাব তেওঁলোকে গীত আৰু কৰ্মৰ দ্বাৰা প্ৰকাশ কৰিছিল। তেওঁলোকৰ এই নতুন ভাব নৈতিক ধাৰ্মিকসকলে উদাৰভাৱে গ্ৰহণ কৰিব পৰা নাছিল। যিহেতু তেওঁলোকে ঈশ্বৰৰ প্ৰেৰিত পুৰুষসকলকো এৰি থৈ ঈশ্বৰৰ লগত প্ৰত্যক্ষ সম্পৰ্ক স্থাপন কৰিবলৈ

সাহস কৰিছিল। ভগৱন্তক কণ্ঠলগ্ন বস্তু পোৱাদি লাভ কৰা সেইসকলৰ গীত, কবিতা জগতৰ সাহিত্যৰ এটি মোহন বস্তু।

"অতসী কুসুম সম শ্যাম সুনাগৰ
নাগৰী চম্পক পোৰী।
নব জলধৰ তনু চাঁদ আগোৰল
ঐছে ৰহল শ্যাম কোৰি।। (বিদ্যাপতি)

তাৰ লগত ৰবীন্দ্ৰনাথৰ এই দুফাঁকিলৈ মন কৰিব পাৰি। ঃ—

এই লভিনু সঙ্গ তব
সুন্দর হে সুন্দর
পুণ্য হল অঙ্গ মম
ধন্য হল অন্তর
এই যে তোমার পরশ রাগে
চিত্ত হল রঞ্জিত।
এই তোমারি মিলন-সুধা
রইল প্রাণে সঞ্চিত।

"গহীন আন্ধাৰ নিশা ফুৰোঁ যদি বাট খেপিয়াই,
বনৰ মালতী গোন্ধে দিয়ে মোক বাট দেখুৱাই।
মলয় সুৰভি সানি যোৱা তুমি আঁচল উৰাই,
জনোৱা নীৰৱে সখী আছোঁ মই, নাই যোৱা নাই।" (নলিনীবালা দেৱী)

নলিনীবালা দেৱীৰ কবিতায়ো এনে অতীন্দ্ৰিয় অনুভূতিৰে ইঙ্গিত দিয়ে। আকৌ—

"ৰাণীৰ ওঁঠত ফটিকা এটুপি পি
যুগ বহু শত
আছিলোঁ নিঢাল দি;
স্বপ্ন-বিভোৰ তন্দ্ৰা-হালুক
মত্ত চিতৰ পাল
ৰঙাই-বোলাই চৰিল কিমান অবুজ বেথাৰ জাল।
সেই জালাটোৰ আঁৰে আঁৰে
ৰাণীৰ আগত পালোঁ;
ইবাৰ ওঁঠত নহয়, পদত অমৰ সুধা পিলোঁ।।" (অম্বিকাগিৰী ৰায়চৌধুৰী)।

অম্বিকাগিৰীৰ 'তন্দ্ৰাভঙ্গ' শীৰ্ষক এই সৰু কবিতাটিত এটি আধ্যাত্মিক নৱজন্মৰ ইতিহাসৰ ইঙ্গিত পোৱা যায়।

ভাগৱতত উল্লেখ কৰা গোপীসকলৰ কৃষ্ণেন্দ্ৰিয়* প্ৰীতিৰ কথা ইতিপূৰ্বে উল্লেখ কৰা হৈছে। ভাগৱত পুৰাণে মধ্যযুগীয় ভাৰতীয় সাহিত্যত এটি বিশিষ্ট স্থান অধিকাৰ কৰি আছে। আমাৰ অসমৰ মহাপুৰুষসকলেও ইয়াক "পুৰাণ সূৰ্য", "বৈকুণ্ঠৰ কল্পতৰু" আদি আখ্যা দিছে। ভাগৱতী ধৰ্ম আৰু ইয়াৰ সাহিত্য ভাগৱতৰ ওপৰতেই প্ৰতিষ্ঠিত। পুৰণি অসমীয়া সাহিত্যৰ পদ, গীত, নাট, কথাই ভাগৱতৰ পৰাই পুষ্টি আৰু শক্তি লাভ কৰিছে। ভাগৱতত সাহিত্যৰ যি আদৰ্শ দাঙি ধৰিছে, সেই আদৰ্শ অসমৰ তথা ভাৰতীয় আন আন অঞ্চলৰ সাহিত্যৰো আদৰ্শ। ভাগৱত পুৰাণ হিন্দু আৰু বৌদ্ধ আদৰ্শৰ মিলনৰ ঠাই বুলিব পাৰি। মহাযান-পন্থী বৌদ্ধসকলে যিদৰে কেৱল নিজৰ আধ্যাত্মিক অগ্ৰগতিতে সন্তুষ্ট নাথাকি লগৰ আন আন দুৰ্বল যাত্ৰীসকলকো লগতে কেনেকৈ লৈ যাব পাৰে, তাৰ কাৰণে অনবৰত প্ৰয়াস কৰিছিল। সেই ভাবৰ প্ৰতিধ্বনি ভাগৱততো শুনা যায়।

"প্ৰায়েন দেৱমুনয়ঃ স্বৱিমুক্তিকামাঃ
মৌনং চৰন্তে বিজনে নপৰাৰ্থনিষ্ঠাঃ।।"

দেৱমুনিসকল প্ৰায়েই নিজৰ মুক্তিকামীহে হয়; তেওঁলোকে নিৰ্জনত মৌন হৈ থাকি পৰৰ আধ্যাত্মিক স্বাৰ্থৰ কাৰণে অলপো চিন্তা নকৰে।

ইয়াৰ উপৰিও ভাগৱতত এটা কথা লক্ষ্য কৰিব লগীয়া যে ব্ৰত, উপবাস, যাগ-যজ্ঞ, প্ৰাৰ্থনা-উপাসনাতকৈও পৃথিৱীৰ মানুহ আৰু বৈজ্ঞানিক শক্তিবিলাকৰ ওপৰত ভাগৱতত অধিক গুৰুত্ব আৰোপ কৰিছে। দশম স্কন্ধৰ গোবৰ্ধন ধাৰণ আৰু পত্নী-প্ৰসাদ আখ্যানত এই আদৰ্শ বিশেষ প্ৰকাৰে প্ৰকাশ পাইছে। গোবৰ্ধন ধাৰণৰ উপাখ্যানত আধুনিক যুক্তিবাদী চিন্তাধাৰাও আচৰিত ৰকমে লগ পোৱা যায়। এই মানৱিকবাদ তথা প্ৰত্যক্ষবাদ সেই যুগৰ সাহিত্যত থকাটো বিশেষভাৱে লক্ষ্য কৰিব লগীয়া। সাহিত্য তথা কাব্যৰ ইতিহাসত অনেক আচহুৱা আৰু আশা কৰিব নোৱৰা কথাও পোৱা যায়। ভাগৱতেই প্ৰথমতে প্ৰাকৃত বা আঞ্চলিক ভাষাবিলাকক স্বীকৃতি দি এইবিলাক ব্ৰাত্য ভাষাক ঈশ্বৰ-উপাসনাৰ উপযোগী ভাষা বুলি ঘোষণা কৰিলে। ভাগৱতত ব্যৱহাৰ কৰা উপমাবিলাকৰ ভিতৰতো পদাৰ্থবিদ্যা, প্ৰাণীবিদ্যা, উদ্ভিদবিদ্যা আদিৰ পৰা আহৰণ কৰা উপমা দেখা যায়। পুৰাণতে ভেঁজা লৈ মধ্য যুগৰ ভাৰতীয় আঞ্চলিক ভাষাসমূহ থিয় হ'ল। সেইবিলাকৰ বিষয়-বস্তু লৈয়েই সেইবোৰে প্ৰথম খোজ দিলে। ভাগৱত পুৰাণৰ বাহিৰেও আন আন পুৰাণ আৰু ভাৰতৰ বিষয়-বস্তু গ্ৰহণ কৰিলে। বৌদ্ধ ধৰ্ম আৰু শঙ্কৰাচাৰ্যৰ পৰা অহা বৈৰাগ্যৰ ভাব লগ লাগি এই আঞ্চলিক সাহিত্যবিলাকত বিশেষ প্ৰভাৱ বিস্তাৰ কৰি পেলালে। বৈৰাগ্য আৰু সংসাৰ-বিমুখতা সেই গুণে এই যুগৰ সাহিত্যৰ প্ৰধান লক্ষণ।

ভাৰতৰ স্বাধীনতা যুদ্ধৰ এজন আগ শাৰীৰ কণুৱা লালা লাজপৎ ৰায়ে তেখেতৰ Problem of National Education of India নামৰ গ্ৰন্থত মত প্ৰকাশ কৰিছে যে যেতিয়ালৈকে ভাৰতীয় মনৰ পৰা সংসাৰৰ প্ৰতি উদাসীনতাৰ ভাব আঁতৰ কৰিব নোৱাৰি, তেতিয়ালৈকে ভাৰতীয় লোকক আধুনিক নতুন জীৱনৰ কাৰণে শিক্ষা দান কৰি প্ৰস্তুত কৰাও সম্ভৱ নহয়। মৃত্যুসদৃশ উদাসীনতাৰ গুৰিতে, তেওঁৰ মতে, কালিদাসৰ পৰৱৰ্তী কেইবা শতাব্দী ধৰি জনগণৰ মনত প্ৰভাৱ কৰি অহা এই অনুভূতি-প্ৰধান সাহিত্যই হ'ব লাগিব। কালিদাসৰ সাহিত্য প্ৰধানতঃ পৃথিৱীৰ সাহিত্য হ'লেও ইয়াত স্বৰ্গ আৰু পৃথিৱীক মিলাবলৈ চেষ্টা কৰা হৈছিল, আৰু সেই চেষ্টা ফলৱতীও হৈছিল। মাৰীচৰ আশ্ৰম এনে মিলনৰ প্ৰতীক।

ইউৰোপৰ মধ্যযুগীয় সাহিত্য আৰু জীৱনতো তেনে আদৰ্শই ৰাজত্ব কৰি আছিল। কিন্তু নৱজাগৃতিৰ পাছতেই মানুহ প্ৰাচীন গ্ৰীক-ৰোমান সাহিত্যৰ দ্বাৰা পুষ্ট হৈ এই পৃথিৱী আৰু মানুহৰ সাংসাৰিক জীৱ-ধৰ্মৰ চৰণৰ চিন সেই যুগৰ প্ৰতিনিধি কবি চেক্সপীয়াৰৰ ৰচনাত মূৰ্ত হৈ উঠে। তেওঁৰ ৰচনাৰ অনেক ঠাইতে গীৰ্জাৰ অস্বাভাৱিক শাসনৰ (Tyranny of the Church) প্ৰতিবাদ। প্ৰত্যক্ষ নহলেও এই প্ৰতিবাদ তেওঁৰ ছনেট কিছুমানত আৰু নাটবিলাকৰ বিভিন্ন ঠাইত দেখিবলৈ পোৱা যায়। উদাহৰণ স্বৰূপে, তেওঁৰ 'মাৰ্চেণ্ট অব ভেনিচ' বোলা নাটকৰ এঠাইত দুটা চৰিত্ৰৰ মাজত কথা হৈছে— এজনে কৈছে যে কোনো এটি ডেকা ল'ৰাই ইহুদী ধৰ্ম এৰি খৃষ্টান ধৰ্ম গ্ৰহণ কৰিছে। তাৰ উত্তৰত আন জনে কৈছে বোলে, খ্ৰীষ্টান মানুহ বেছি হোৱা মানে গাহৰিৰ মঙহৰ দামহে বাঢ়িব।

চেক্সপীয়াৰ সম্পূৰ্ণ ধৰ্ম-নিৰপেক্ষ। কোনো ধৰ্ম বা সম্প্ৰদায়ৰ প্ৰতি তেওঁৰ পক্ষপাতিতা দেখা নাযায়। তেওঁৰ ধৰ্ম যদি কিবা আছিল, সেয়া মানৱ-ধৰ্ম। ডাণ্টেৰ দৰে তেওঁ স্বৰ্গ-নৰকত সোমাবলৈ চেষ্টা কৰা নাই, আৰু তেওঁৰ কোনো Theology-ও নাই (ঈশ্বৰ বা দেৱ-তত্ত্ব নাই)। ধৰ্মৰ নামত ভণ্ডামিও তেওঁ সহ্য কৰিব নোৱাৰে। চেক্সপীয়াৰৰ আদৰ্শ মানুহ হ'ল As you like it-অৰ Corin (কৰিন)।

"What a piece of work is man! How noble in reason! how infinite in faulties! in form and moving, how express and admirable! in action, how like an angel! in apprehension, how like a God! the beauty of the world! the paragon of animals!"

ইংৰাজী সাহিত্যত চেক্সপীয়াৰৰ পৰৱৰ্তী কবি মিল্টনৰ Paradise Lost আৰু Paradise Regained বোলা কাব্য, আৰু Samson Agonostes বোলা নাটক বাইবেলৰ কথা-বস্তুৰে গ্ৰথিত। Paradise Lost-অৰ নায়ক ঈশ্বৰ আৰু

ধৰ্ম-বিদ্ৰোহী Satan (চয়তান)-এ Christian Milton-অৰ সৰহখিনি সহানুভূতি কাঢ়ি লৈছে। সেইহে আন এজন ইংৰাজ কবি-শিল্পী Blake-এ মন্তব্য কৰিছে যে Milton was a Satan's party without knowing it— অজ্ঞাতসাৰে মিল্টনে চয়তানৰ দলতে নাম লিখালে। খ্ৰীষ্টান ধৰ্ম বিৰোধী চয়তান প্ৰকৃততে কাব্যৰ নায়কৰ আসনত বহি আছে; যদিও খ্ৰীষ্টান মিল্টনে পাছত সাৰ পাই নায়কক নমাবলৈ বৃথা চেষ্টা কৰিছে। কিন্তু নায়কজন আসনত যি বহিল বহিলহে, তেওঁক আৰু কোনে নমায়?

মিল্টনৰ চয়তানৰ লগত ৰিজাব পৰা আন এটি চৰিত্ৰ শ্বেলীৰ Prometheus Bound বোলা অধ্যাত্ম নাটকত প্ৰমেথিউচৰ চৰিত্ৰ। সেই চৰিত্ৰৰ মাজেদি কবিয়ে তেওঁৰ মনৰ মানুহ দাঙি ধৰিছে। নাটকখনৰ শেষত এই কথা জিলিকি পৰিছে।

To suffer woes which Hope thinks infinite;
To forgive wrongs darker than death or night;
To defy power, which seems omnipotent;
To love, and bear, to hope till Hope creates;
From its own wreck the thing it contemplates;
Neither to change, nor falter, nor repent;
This, like thy glory, Titan, is to be
Good, great and joyous, beautiful and free;
This is alone Life, Joy, Empire and Victory.

অসীম সহিষ্ণুতা আৰু ক্ষমা, অসীম ক্ষমতাক পদাঘাত কৰিব পৰা মনোবল, অনন্ত আশা আৰু প্ৰেম— এইবোৰেই নতুন সাম্ৰাজ্য স্থাপন কৰিব। ইয়াক কৰিব পৰাটোৱেই প্ৰকৃত বিজয়। তাতেই আনন্দ আৰু জীৱন।

এইগৰাকী শ্বেলীয়েই কবি-জীৱনৰ আৰম্ভণিত তেওঁৰ Queen Mab বোলা দীঘলীয়া কাব্যত ধৰ্মৰ গ্লানিবিলাক বৰ্ণনা কৰি ধৰ্মক প্ৰায় অস্বীকাৰেই কৰিছে।

Earth groans beneath religion's iron age,
And priests dare bubble of a God of peace,
Even whilst their hands are red with guiltless blood,
Murdering the while, uprooting every germ
Of truth, exterminating, spoiling all,
Making the earth slaughter-house!
The name of God

Has fenced about all crimes with holiness,
Himself the creature of his worshippers,
Whose names and attributes, passions change.

এইখিনিয়ে প্ৰমাণ কৰে, কবিৰ প্ৰথম জীৱনৰ ক্ষোভ আৰু প্ৰতিবাদ পৰৱৰ্তী জীৱনৰ প্ৰমিথিউচৰ চৰিত্ৰত মানৱধৰ্মৰ প্ৰতিনিধিৰূপে গঢ় লৈছে।

উনবিংশ শতাব্দী বিজ্ঞানৰ অগ্ৰগতিৰ যুগ। ধৰ্ম আৰু ঈশ্বৰৰ প্ৰতি সন্দেহ এই যুগত প্ৰকট হৈ দেখা দিছে। আন হাতে কোনো কোনো কবিৰ কাব্যত ধৰ্মৰ প্ৰতি আস্থাও প্ৰকাশ পাইছে। টেনিচনৰ Children's Hospital বোলা কবিতাত সন্দেহবাদী নাস্তিক চিকিৎসকে কৈছে— Can prayer set a broken bone? প্ৰাৰ্থনা কৰিলে ভগা হাড় জোৰা খায় নে? সেই যুগৰ এক অংশ লোকৰ ধাৰণা ইয়াত প্ৰকাশ পাইছে। কিন্তু মহাৰাণীৰ যুগৰ প্ৰতিনিধিত্ব কৰা কবিৰ ধাৰণা, আস্তিক্য আৰু ধৰ্মৰ প্ৰতি গভীৰ বিশ্বাস, ধৰ্ম আৰু বিজ্ঞানৰ মাজত সন্ধি তেওঁৰ প্ৰায়বোৰ কবিতাতে ওলাই পৰিছে— ঘাইকৈ In Memoriam-ত সেই যুগৰ বাঢ়ি অহা নাস্তিক উদাসীনতাক তেওঁ নিন্দা কৰিছিল। তেওঁৰ সমসাময়িক আন এজন কবি Browning য়েও গাইছিল—

"God is in His Heaven
And all is right with the world"

সেই যুগত বিজ্ঞানৰ অগ্ৰগতি, বৈষয়িক উন্নতি, যুক্তিবাদী দৰ্শনৰ প্ৰাধান্য, Oxford Movement আদি বিভিন্ন চিন্তাধাৰাই কবিসকলৰ মনত এটা খেলি-মেলিৰ সৃষ্টি কৰিছিল। সেই কাৰণে এজন কবিয়ে কৈছিল যে তেওঁলোকৰ পেঁপাত আহুকাল আৰু বেদনাৰ সুৰ শুনা গৈছিল। (Their pipings took a trouble note.)

আকৌ আন এজনে কৈছে— There is more faith in honest doubt. Robert Browning-এ তেওঁৰ Caliban upon Setebos নামৰ এটা নাটকীয় কবিতাত ধৰ্ম আৰু ঈশ্বৰক অলপ পেংলাই কৰা দি কৰিছে— "Man creates God after his own image." Goethe-ই লিখিছিল— মানুহ যে কিমান নৰধৰ্মী (Anthropomorphic), মানুহে তাক নিজেই ক'ব নোৱাৰে। আস্তিক্যৰ অভাৱ, সন্দেহ আদিয়ে বহুত কবিৰ মনত আঘাত কৰিছিল, আৰু বহুত কবিৰ মন দোলায়মান হৈ আছিল। Mathew Arnold-অৰ ভালেখিনি কবিতাত এনে অস্থিৰতা, অনিশ্চয়তা আৰু বিষাদৰ সুৰ শুনিবলৈ পোৱা যায়। তেওঁ নিজে দুখন জগতৰ সন্ধিস্থলত থিয় হৈ আছিল। এখন মৰিল, ইখন এতিয়াও উপজিবলৈ সমৰ্থ হোৱা নাই— One dead, the other powerless to be born!

Mathew Arnold-অৰ কবিতাত জলকোঁৱৰে বিয়া কৰোৱা মানৱ কন্যাই আকৌ সাগৰৰ পৰা পৃথিৱীলৈ উঠি আহি গির্জা ঘৰত প্ৰাৰ্থনাত যোগ দিছে। কাৰ্লাইৰ Everlasting Nay-ৰ পৰা Everlasting Yea-ৰ ফালে অহা কথাটো Tennyson-অৰ Forsaken Merman নামৰ কবিতাত অলপ ওলাই পৰা যেন লাগে।

এওঁলোকৰে সমসাময়িক বড্‌লেয়াৰে চয়তানক তেওঁৰ Patron of my pain (মোৰ বেদনাৰ অধিষ্ঠাতা দেৱ) বুলি সম্বোধন কৰিছে। কিন্তু তেওঁ কৈছে, "Nature! that in fallible Goddess! It is she who has given us parricide and cannibalism and a thousand other abominations which it would be indelicate even to name. On the other hand we have philosophy and religions. It is these that tell us to take care of our parents when they are old and poor... Absolutely everything that is beautiful and noble proceeds from reasonable reflection.

প্ৰকৃতিয়ে আমাক গুৰুহত্যা প্ৰভৃতি অসংখ্য উচ্চাৰণ কৰিব নোৱৰা পাপ কাৰ্যলৈ প্ৰৰোচনা কৰিছে। দৰ্শন আৰু ধৰ্মইহে বৃদ্ধ পিতৃ-মাতৃৰ সেৱা কৰিবলৈ শিকায়। যুক্তি আৰু চিন্তাৰ পৰাহে সুন্দৰ আৰু মহতৰ উদ্ভৱ।

বড্‌লেয়াৰৰ এইখিনি কথাই তেওঁৰ জীৱন আৰু কাব্য সম্পৰ্কে আমাৰ ধাৰণা ভালেখিনি পৰিৱৰ্তন কৰাত সহায় কৰিব। ফৰাচী দাৰ্শনিক Comte (কোঁত)-এ ইউৰোপীয় চিন্তা-জগতত কিছুকাল বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল। তেওঁৰ positivism বা প্ৰত্যক্ষবাদ আধুনিক বৈজ্ঞানিক চিন্তাধাৰা আৰু নৱজাগৃতিৰ চিন্তাধাৰা লগ লাগি হোৱা মানৱিকবাদৰ প্ৰবাহে পাশ্চাত্য জগত ঢৌৱাই ভাৰতৰ চিন্তাশীল লোককো বাৰুকৈয়ে স্পৰ্শ কৰিছিল। বিশেষকৈ বঙ্গদেশৰ বিখ্যাত ঔপন্যাসিক বঙ্কিমচন্দ্ৰ আৰু কবি ৰবীন্দ্ৰনাথ— এই দুইগৰাকীৰে ৰচনাত প্ৰত্যক্ষবাদৰ প্ৰভাৱ স্পষ্টভাৱে দেখা যায়। এসময়ত বঙ্গদেশত এনে এটা কথা ওলাইছিল যে ফৰাচী দেশতকৈও বঙলা দেশতহে Comte-ৰ মতাৱলম্বী লোকৰ সংখ্যা অধিক। ৰবীন্দ্ৰনাথৰ মানৱ-ধৰ্মত পশ্চিমৰ positivism আৰু ভাৰতৰ উপনিষদ— দুইটাৰ সমন্বয় দেখা যায়। ৰবীন্দ্ৰনাথৰ কবিতাত সেইগুণে মানুহ আৰু পৃথিৱীৰ বন্দনাই প্ৰাধান্য লাভ কৰিছে। স্বৰ্গ আৰু পৃথিৱী সম্বন্ধে ৰবীন্দ্ৰনাথৰ ধাৰণাও আধুনিক ভাৰতীয় সাহিত্যত নতুন। উদাহৰণ স্বৰূপে 'বলাকা'ৰ পৰা অলপমান চাব পাৰি।

"স্বৰ্গ কোথায় জানিস কি তাই
তার ঠিক ঠিকানা নাই।
তার আরম্ভ নাই, নাইরে তাহার শেষ,
ওরে নাইরে তাহার দেশ,
ওরে নাইরে তাহার দিশা,
ওরে নাইরে দিবস, নাইরে তাহার নিশা।
ফিরেছি সেই স্বর্গে শূন্যে শূন্যে
ফাঁকির ফাঁকা ফানুস।
কত যে যুগ-যুগান্তরের পুণ্যে
জন্মেছি আজ মাটির "পরে ধূলা মাটির মানুষ।"

শাস্ত্ৰৰ কল্পিত স্বৰ্গৰ ভূগোল নাই — অনিশ্চিত দেশ। কিন্তু এই মাটিৰ পৃথিৱী নিশ্চিত আৰু সত্য। পৃথিৱীৰ কোলায়েই সেই কাৰণে মানুহৰ বাবে স্বৰ্গ। "স্বৰ্গ আমার জন্ম নিল মাটি মায়ের কোলে।"

গীতাঞ্জলিতো কবিয়ে দেৱতাতকৈ মানুহক ওখ আসন দিছে—

— "ভজন পূজন সাধন আরাধনা
সমস্ত থাক পড়ে।
রুদ্ধ দ্বারে দেবালয়ের কোণে
কেন আছিস ওরে।
অন্ধকারে লুকিয়ে আপন মনে
কাহারে তুই পূজিস সংগোপনে,
নয়ন মেলে দেখ্ দেখি তুই চেয়ে।
দেবতা নাই ঘরে।"

এই সুৰতে ককা নীলমণি ফুকনেও 'ভক্ত-সঙ্গ' বোলা কবিতাত লিখিছে—

"দেৱতাই পূজাৰীক থৈ মন্দিৰত
ভক্ত-সঙ্গে ৰং মনে ফুৰে বাহিৰত।"

ঈশ্বৰ যদি আছে, তেন্তে অতি দীন-হীনৰ কুটীৰত আছে :—

"কোথায় থাকে সবার অধম দীনের হ'তে দীন
সেইখানে যে চরণ তোমার রাজে
সবার পিছে, সবার নীচে,
সব-হারাদের মাঝে।"

ৰবীন্দ্ৰনাথে আকৌ তেওঁৰ 'স্বৰ্গ হইতে বিদায়'-কবিতাত পৃথিৱীক সম্বোধন কৰিছে—

"অয়ি দীনহীনা,
অশ্রু-আঁখি দুঃখাতুরা জননী-মলিনা,
অয়ি মর্ত্যভূমি। আজি বহুদিন পরে
কাঁদিয়া উঠেছে মোর চিত্ত তোর তরে।"

স্বৰ্গ সৃষ্টি কৰাও মানুহৰে কৰ্তব্য; যদিও ভিন্ন সৃষ্টি কৰা কথাটো আমাৰো পুৰাণ আৰু শাস্ত্ৰত অনুমোদন কৰা নাই।

"তুমিতো গড়েছ শুধু এ মাটির ধরণী তোমার
মিলাইয়া আলোক আঁধার।
শূন্যহাতে সেথা মোরে রেখে
হাসিছ আপনি সেই শূন্যের আড়ালে গুপ্ত থেকে।
দিয়েছ আমার 'পরে ভার
তোমার স্বর্গটি রচিবার।"

পশ্চিমৰ কবিয়েও সেই একে সুৰতে কৈছে—

We men of earth have here the staff
Of Paradise — We have enough !
We need no other stones to build
The temple of the unfulfilled ;
No other marbles for the floors,
No other cedar for the beam,
And home of man's immortal dreams. (Markham)

আমি পৃথিৱীৰ অধিবাসী। স্বৰ্গ ৰচনা কৰাৰ উপাদান আমাৰ হাততেই আছে— যথেষ্ট আছে। অপূৰ্ণ আদৰ্শ পূৰ্ণ কৰাৰ যি মন্দিৰ, সেই মন্দিৰ সাজিবলৈ আমাৰ আন ঠাইৰ শিল নালাগে, চতি-মাৰলিৰ কাৰণে চন্দন কাঠো নালাগে। দূৰলৈ নোযোৱাকৈ আমাৰ হাতত থকা সঁজুলিৰেই আমি আমাৰ মানুহৰ স্বপ্নৰ চূড়া নিৰ্মাণ কৰিম।

সম্প্ৰদায় আৰু অনুষ্ঠানৰ অন্তৰ্ভুক্ত নোহোৱা মানুহৰ সম্পৰ্কে ৰবীন্দ্ৰনাথৰ কথা শুনক —

কবি আমি ওদের দলে—
আমি ব্রাত্য, আমি মন্ত্রহীন,
দেবতার বন্দীশালায়
আমার নৈবেদ্য পৌঁছল না।"
পূজারী হাসিমুখে মন্দির থেকে বাহির হয়ে আসে,
আমাকে শুধায় "দেখে এলে তোমার দেবতাকে?"

*আমি বলি, — "না"*
*অবাক হয়ে শুনে; বলে, "জানা নেই পথ?"*
*আমি বলি, — "না"*
প্রশ্ন করে, — "কোনো জাত নেই বুঝি তোমার?"
আমি বলি — "না"
এমন ক'রে দিন গেল;
আজ আপন মনে ভাবি,
"কে আমার দেবতা,
কার করেছি পূজা।"
শুনেছি যাঁর নাম মুখে মুখে
পড়েছি যাঁর কথা নানা ভাষায় নানা শাস্ত্রে,
কল্পনা করেছি তাঁকেই বুঝি মানি।
তিনিই আমার বরণীয় প্রমাণ করব বলে
পূজার প্রয়াস করেছি নিরন্তর।
আজ দেখে,ি প্রমাণ হয়নি আমার জীবনে।
কেননা, আমি ব্রাত্য, আমি মন্ত্রহীন।
মন্দিরের রুদ্ধদ্বারে এসে আমার পূজা
বেরিয়ে চলে গেল দিগন্তরের দিকে—
সকল বেড়ার বাইরে,
নক্ষত্র-খচিত আকাশ-তলে,
পুষ্প-খচিত বনস্থলিতে
দোসর-জনার মিলন বিরহের
বেদনা-বন্ধুর পথে।

ইয়াৰ লগতে পঢ়ি চাওক —

মিছা সেই কথা, জগত-পিতাৰ
নহয় বস্তুত ঘৰ,
একেটি মাথোন দেবৰ মন্দিৰ
ঘৰ সেয়ে জগতৰ।
চালখনি তাৰ আকাশতে আছে
ঢাকি চন্দ্ৰ, সূৰ্য, তৰা;
বতাহে সদায় তাপ আঁতৰায়
ঘাঁহেৰে আসন পৰা।

আকৌ —

*সকলোৰে মিলি পুৱা বা গধূলি*
*নেলাগে মুখেৰে গাব,*
তালযোৰ লই নেলাগে বজাব
নেলাগে দবা কোবাব। (নিবেদন ঃ দুৰ্গেশ্বৰ শৰ্মা)

ব্ৰহ্ম-সঙ্গীতৰ ৰবীন্দ্ৰনাথ, গীতাঞ্জলিৰ ৰবীন্দ্ৰনাথ, আৰু বলাকাৰ কবিৰ ভিতৰত থকা পাৰ্থক্য বিশেষকৈ লক্ষ্য কৰিব লগীয়া বিষয়। কবিৰ শেহতীয়া উপলব্ধি তেওঁৰ কবিতাৰ উপৰিও 'Religion of man' আৰু 'মানৱ-ধৰ্ম'ৰ যোগেদি প্ৰকাশ পাইছে। তেওঁৰ জীৱন-দেৱতাৰ পৰিৱৰ্তনো ভাবি চাব লগীয়া।

অনেক কবি-সাধকৰ জীৱনৰ এডোখৰ ঘোৰ কালৰাত্ৰিৰ মাজত (dark night of soul) অতিবাহিত কৰিব লগীয়া হয়। "যথাৰ্থ সংশয়ের বেদনা ও আত্মাকে সত্যের মধ্যে মুক্তি দানের বেদনা।" ৰবীন্দ্ৰনাথৰ এই সংশয়ৰ বেদনাকে ৰোমাঁ ৰলাই বীথ'ৱেন্ আৰু এগবানৰ গীতি-নাটৰ মাজত শুনিবলৈ পাইছিল। টলষ্টয়ৰ মতে শিল্পৰ উদ্ভৱ আত্ম-ত্যাগৰ পৰা। এই আত্ম-ত্যাগ, এই বেদনাই শিল্পীৰ ধৰ্ম। "Knowledge enormous makes a God of me." বিচিত্ৰ আৰু গভীৰ অভিজ্ঞতাই মোক দেৱতাৰ শাৰীলৈ নিছে। (— কীট্‌ছ)

দাৰ্শনিক ৰাধাকৃষ্ণণে তেওঁৰ Eastern Religion and Western Thought বোলা পুথিত পৃথিৱীৰ ধৰ্মসমূহক দুভাগত ভগাইছে। প্ৰথমভাগত পৰিছে সেইবোৰ ধৰ্ম— যি বিশ্বাস আৰু আচৰণ সংসাৰৰ অতিৰিক্ত এটা শক্তিৰ প্ৰতি — attitude of faith and conduct towards a higher power without: দ্বিতীয় শ্ৰেণীত সেইখিনি ধৰ্ম— যিবিলাকত কেনো এজন দেৱতা বা ঈশ্বৰতকৈ পৰিৱৰ্তনকাৰী এটা অভিজ্ঞতাৰ ওপৰত গুৰুত্ব দিয়া হয়,— more a transforming experience than notion of God.

ৰবীন্দ্ৰনাথৰ পৰৱৰ্তী কবিতাবিলাকতো এজন ঈশ্বৰ বা দেৱতাতকৈ মানুহৰ প্ৰতিহে তেওঁৰ আনুগত্য দেখা যায়। কাৰ্ল মাৰ্ক্সেও ঈশ্বৰ-কেন্দ্ৰিক বা দেৱ-কেন্দ্ৰিক ধৰ্মক অনুমোদন কৰা নাই। সেই মতকে আন এজনে প্ৰকাশ কৰিছে— "Arts and the industries in the class struggle must be developed by proletariats as one of its weapons." সেই বুলি ৰবীন্দ্ৰনাথক এই দলৰ লগত কোনো প্ৰকাৰে একে শ্ৰেণীত সুমুৱাব নোৱাৰি। মানুহৰ প্ৰত্যেক যুগতে সভ্যতা-সংস্কৃতিৰ মূলত কিছুমান প্ৰতিষ্ঠিত আৰু গৃহীত বিশ্বাস। বেলেগ বেলেগ যুগত এই বিশ্বাসে বেলেগ ৰূপত দেখা দিয়ে। কিন্তু এটা কথা সত্য যে মানুহৰ সকলো প্ৰকাৰৰ সাংসাৰিক অভাৱ-অভিযোগ নোহোৱা হলেও এটা কথাৰ পৰা আমি কোনো প্ৰকাৰে হাত সাৰিব নোৱাৰোঁ। ই হৈছে

বিশ্বৰ শাসন (Cosmic Rule) সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক শাসন যুগে যুগে বেলেগ হৈছে আৰু বেলেগ হবও। এই পৰিবৰ্তনত মানুহৰ হাত আছে। কিন্তু এই বিশাল জাগতিক বা পৰম শাসনৰ পৰা হাত সৰাৰ উপায় পোৱা টান। মানুহ সুখ, দুখ আৰু মৃত্যু এইবোৰৰ অধীন। মানুহৰ ব্যৱস্থাই এইবোৰ শাসন কৰিব নোৱাৰে। এনে অৱস্থাৰ সন্মুখীন হ'বলৈ মানুহক কিবা এটা শক্তি লাগে। সেই শক্তি হয় কাব্যই নহয় ধৰ্মই কিবা এটাই দিব লাগিব। কবি ইলিয়টে কেথলিক ধৰ্মত আশ্ৰয় ললে। আয়াৰলেণ্ডৰ কবি William Butler Yeats-এ পুৰাণ কাহিনীৰ ওপৰত বিশ্বাস স্থাপন কৰি বহিল ঃ—

"I had made a new religion almost an infallible church of poetic tradition."

ইলিয়টৰ দুশাৰীমান চাওক — "You have forgotten the way to the temple; but there is none who always remembers you."

"We shall find the stranger at your door."

তুমি পাহৰিব পাৰা; কিন্তু তোমাক নাপাহৰিব। এই অচিনাকি আলহী আহি এদিন তোমাৰ দুৱাৰ মুখত উপস্থিত হ'বহি। এই হাত সাৰিব নোৱৰা আলহীজনৰ কথা অনেক কবিয়ে পাকে-প্ৰকাৰে কৈ আহিছে,— কোনোৱে পোনপটীয়াকৈ, কোনোৱেবা বেঁকাকৈ [মোহমুদগৰৰ পৰা জয়দেৱলৈকে] ।

বিষয়ৰ সুখ এক তিলে কৰি চুৰ
যমৰ কিঙ্কৰে ধৰি নিবে যমপুৰ।

মাকে কেঁচুৱা নিচুকাইছে। পুৰোহিতে প্ৰাৰ্থনা কৰিছে। প্ৰেমিক-প্ৰেমিকাই প্ৰেম কৰিছে। বেজে জৰা-ফুকা কৰিছে। ভকতে বৰগীত গাইছে। ডেকাই বননিত বিনাইছে। গোপিনীয়ে শীতলাক তুতি কৰিছে। ওজা-পালিয়ে মনসাৰ গীত গাইছে। নামতীয়ে বিয়াত জোৰানাম গাইছে। কবিয়ে কবিতা লিখি একাডেমি পুৰস্কাৰ পাইছে। কোনোবাই গৃহস্থৰ চোতালত হৰিচন্দ্ৰ উপাখ্যানৰ পদ গাই চাউল এমুঠি মাগিছে। কোনোবাই ৰামায়ণৰ পদ কৰি ৰজা আৰু ৰাজ-সভাক শুনাইছে। আন এগৰাকীয়ে আপামৰ জনসাধাৰণক ছন্দৰ মাধ্যমত পৰম তত্ত্বও বিলাইছে, কাণতো আনন্দ ঢালিছে। গুণীজনে এইদৰেই যুগে যুগে নানা প্ৰকাৰে ছন্দক বাহন কৰি লৈ সমাজত কেউফালে ঘূৰি ফুৰিছে।

গ্ৰীক নাট্যকাৰে তেওঁৰ চৰিত্ৰৰ মুখেদি কোৱাইছিল, "In sooth, all Gods I hate." সঁচা কথা ক'বলৈ গলে মই সকলো দেৱতাকেই ঘিণ কৰোঁ। সেই পুৰণি প্ৰতিবাদ-বাণী লুক্ৰেছিয়াচ আদি কবিৰ ৰচনাৰ মাজেদি আজিলৈকে শুনা গৈছে। "নাস্তিক সেও পায় বিধাতাৰ বৰ, ধাৰ্মিকতাৰ কৰে না আড়ম্বৰ।"

দেৱতা-ঈশ্বৰৰ প্ৰতি ঘিণ নহবও পাৰে, কিন্তু পৃথিৱীৰ মানুহৰ প্ৰতি শ্ৰদ্ধা

কবিৰ গানত ক্ৰমে সৰহ হৈ আহিছে। ভাৰতীয় সাহিত্যতো। The idea of the humanity of our God, or the divinity of man, the Eternal is the main subject of this book. (The Religion of Man.)। এই গ্ৰন্থই ৰবীন্দ্ৰনাথৰ ভাষ্য আৰু ভূমিকা এক প্ৰকাৰ। ৰোলা, টলষ্টয়, গান্ধী, ঠাকুৰ মানুহৰ এড্‌ভকেইট, সত্যৰ পতাকাবাহী।

"I am more religious than you", মই তোমাতকৈ বেছি ধাৰ্মিক; আইনষ্টাইনে ৰবীন্দ্ৰনাথক এনেকৈ বাৰু কিয় ক'বলৈ পালে?

(নগাওঁ নগৰ সাহিত্য সভাৰ হীৰক জয়ন্তীৰ আৰম্ভণি স্বৰূপে উক্ত সভাৰ নায়কসকলে কবি ৰত্নকান্ত বৰকাকতী সোঁৱৰণী বক্তৃতা এটিৰ আয়োজন কৰাৰ সিদ্ধান্ত লয়। প্ৰথম বক্তৃতাটি দিবৰ কাৰণে তেখেতসকলে আমাক ভাৰ দিয়ে। সেই গুৰুভাৰ বহন কৰাৰ অযোগ্যতা জানিও তেওঁলোকৰ অনুৰোধ এৰাব নোৱাৰি গাত লোৱা হ'ল। ইতিমধ্যে শাৰীৰিক অসুস্থতাৰ কাৰণে বক্তৃতাটি নিজ হাতে লিখিব পৰা নহ'ল। যোৱা বছৰৰ ২৪ ডিচেম্বৰৰ দিনা এই বক্তৃতাটি দিয়া হয়। বিভিন্ন কবিৰ উদ্ধৃতি আদিৰে এই বক্তৃতাই এঘণ্টা সময় ল'লে। সেই সময়ত তাৰ অনুলিপিও লোৱা নহ'ল, টেপৰেকৰ্ডেও চৌঠেঙীয়া কৰিলে। সভাত কোৱা সেইখিনি কথাৰে সাৰাংশ বন্ধু-ছাত্ৰ শ্ৰীমান আব্দুল ওৱাহেদে আমাৰ মুখত দ্বিতীয় বাৰ শুনি লিখি পেলালে। তেওঁলৈ ধন্যবাদ আৰু আশীৰ্বাদ।

এই বক্তৃতাত লাটৰ মণ্ডলৰ দাগ-চিটাৰ দৰে প্ৰত্যেক দাগ, মাটিৰ বিবৰণ দিয়াৰ অসম্ভৱ চেষ্টা কৰা নাই। গাৱঁৰ ওপৰেদি উৰি যোৱা বনৰীয়া চৰাইৰ দৰে কোনোবা এখন বিল, এখন বাৰী, এটা নামঘৰ, এজোপা গছ, এটা আলি, এখন পথাৰৰ কথা উল্লেখ কৰা হৈছে। শ্ৰোতাসকলৰ অনেকে ভাল পাইছে বুলি গম পাইছোঁ, দুই এজনে Benefit of doubt-ও দিছে। হীৰক জয়ন্তী উৎসৱৰ স্মৃতিগ্ৰন্থত এইখিনি ঠাই দিয়া বাবে কৰ্তাসকললৈ কৃতজ্ঞতা। পৃথিৱীৰ কাব্য সাহিত্যৰ প্ৰতি আগ্ৰহ যদি দুই-চাৰিৰ মনত সৃষ্টি হয়, আমাৰ শ্ৰম সাৰ্থক হ'ব। মানুহৰ ধৰ্মবোধ সলনি হোৱাৰ চিন কাব্য সাহিত্যত ধৰিব পাৰি; এয়ে আমাৰ বক্তব্য।) OO

# কবিতাৰ কথা

কবিসকল সদায় সজাগ। সংসাৰৰ ঘটনাবিলাকৰ প্ৰতি সজাগ হোৱাটোৱেই তেওঁলোকৰ চৰিত্ৰ। তেওঁলোক নিজে সজাগ হৈ থকাৰ উপৰিও পৃথিৱীৰ স্থূল অনুভূতিৰ গৱাক্ষীসকলক বিশিষ্ট বাক্যেৰে জাগ্ৰত কৰাও তেওঁলোকৰ কাম। উদাসীন আৰু অৰ্ধচেতন বা অচেতন লোক কবি হ'ব নোৱাৰে। যিসকল সদায় জাগ্ৰত, যাৰ হাতত অখণ্ড প্ৰদীপ জ্বলি থাকে, সেইসকলক উদ্বোধন কৰিবলৈ যোৱাটো কেৱল অনাৱশ্যকেই নহয়, একপ্ৰকাৰ হাস্যাস্পদো। আনুষ্ঠানিক ৰুটিনৰ মেৰপাকত পৰি কবিত্বৰ 'ক'টোও নথকা এই মানুহটোৱে সন্মিলন উদ্বোধন কৰিব লগা হ'ল; অনাৱশ্যক হ'লেও দুষাৰ ক'বও লগা হ'ল। পদক-ফলক, পুৰস্কাৰ-তিৰস্কাৰ নোপোৱা এই মানুহটোৱে ৰাইজৰ মৰমহে পাইছে, বন্ধুত্ব প্ৰায়ে সম্পদ-নিৰপেক্ষ।

গাৱঁৰ নামঘৰীয়াই প্ৰসঙ্গৰ সময় হ'লে দবা কোবাই দিয়ে, দূৰত থকা মানুহ চাপি-কুঁচি আহে। নাম আৰম্ভ হয়, আৰু দবা কোবোৱাজন হেৰুৱা গাইজনী বিচাৰি যায় অথবা নামঘৰৰ চুকত কলমটিয়াই নাম শুনি থাকে। তাহানি আমাৰ স্কুলৰ জয়ৰাম চকীদাৰ— জয়ৰামে দুৱাৰ-খিড়িকী মেলি পাঁচ মিনিট থাকোঁতেই ৱাৰ্নিং দিয়ে। কিবাকিবি ভোৰভোৰাই থাকে। এঘাৰ বজা মাত্ৰকে ঘণ্টা দি আৰু পাছলৈ নাচায়। ভাত বহাবলৈ বহাৰ ফালে লৰ ধৰে।

এইবোৰ দেখি-শুনি মোৰ দায়িত্বৰ সীমা বুজি পাব লাগে। মানুহে সাধাৰণতে নুবুজে, আৰু সীমা পাৰ হৈ ৰাৱণৰ হাতত পৰে।

এই হাজাৰ হাজাৰ প্ৰজাই আপোনালোকসকলক বেঢ়ি ধৰি আছে। আপোনাসকলে ভাবিছে নে, এইসকল লোক কবিতা শুনিবলৈ আৰু কবি সন্মিলনৰ কথাৰ ভাগ ল'বলৈ আহিছে? প্ৰায় সাহিত্য সভাৰ অধিৱেশনত মোক মানুহে কৈছে— মানুহৰ ৯০ ভাগে বিচিত্ৰানুষ্ঠান অৰ্থাৎ গীত-মাত, নাচ-বাগ চাবলৈহে আগতে ঠাই দখল কৰি থয়। যদি সঁচা হয় ইয়াৰ কেউফালে আপোনালোকৰ অৰ্থাৎ কবি আৰু কাব্যানুৰাগী লোকসকলৰ দিন ভাললৈ আহিছে। তাহানি মোৰ ওচৰলৈ এজন দৈৱজ্ঞ মাজে-সময়ে আহে আৰু মোক উৎসাহ দি কয়— আপোনাৰ ভাল দিন আহিব ধৰিছে।

কথাত কথা ওলায়। গন্ধিয়াৰ ফালৰ জনা-শুনা গণক এজনে সৰুতে মোতকৈও ওখ এখন কোষ্ঠী লিখি দিছিল। তাত তেওঁ মোৰ দহ-অনা পৰিমাণে বিদ্যা হ'ব আৰু কাব্যৰ টীকা-ভাষ্য লেখি জীৱিকা অৰ্জন কৰিব বুলি ভৱিষ্যদ্বাণী

কৰিছিল। মোৰ বিদ্যাৰ ফালে চৰতীয়া এটা মান হ'ল বুলিও ক'ব নোৱাৰি; কিন্তু সাহিত্য পঢ়াই যে ঘাইকৈ জীৱিকা আৰ্জিব লগা হয়, এই কথা ফলিয়ালে।

নিচেই সৰুতে দুফাকি পদ্য লেখিছিলোঁ—

ঘৰৰ আগত আলি নাই, আছে আলিবাট,
বাৰিষা হ'লে আঁঠুৱনীয়া পানী হয় তাত;
পানী কমিলে বোকা হয়, খৰালি হয় বালি,
আমাৰ গাৱঁৰ মাজেদি সেয়া ৰাজ-আলি।
স্কুলৰ বাটত শিঙৰি কাঁইট খুপি খুপি যাওঁ,
গছৰ আগত জিলীৰ মাত শুনি ভাল পাওঁ।

বাকচৰ তলীত পৰি থকা এনে দুই-এটুকুৰা কাগজ চাই ভাবোঁ যে লাগি থকা হ'লে কবিৰ শাৰীত ঠাই পালোঁহেঁতেন। কিন্তু মোৰ এই যাত্ৰা আগ নাবাঢ়িল; কেৰেলুৱা ঘূৰণীয়া হৈ বৈ যোৱাদি মই যি ৰ'লোঁ ৰ'লোঁৱেই আৰু।

পিতাদেউৰ এটা বহীত বহুত সংস্কৃতৰ শ্লোক লেখা আছিল। আখৰ চিনি পোৱাৰ লগে লগেই ইয়াৰ কিছুমান শ্লোক বুজোঁ বা নুবুজোঁ মুখস্থ কৰিবলৈ দিয়ে। তাৰ ভিতৰত এতিয়াও বহুত মনত আছে। এটাৰ অৰ্থ হ'ল এই—

মানৱী জীৱন দুৰ্লভ; মানৱী জনম পালেও বিদ্যা অৰ্জন কঠিন; কেনেবাকৈ অল্প বিদ্যা হ'লেও মানুহ কবি হ'ব নোৱাৰে আৰু কবি নামটো কেনেবাকৈ পালেও কবিত্ব শক্তি বা প্ৰতিভা সুদুৰ্লভ।

নৰত্বং দুৰ্লভং লোকে ৱিদ্যা তত্ৰ সুদুৰ্লভা।
কৱিত্বং কষ্টসাধ্যং চ, শক্তিস্তস্যাতিদুৰ্লভা।।

এনেবিলাক কথাই মোৰ মনত এটা ধাৰণা দৃঢ় কৰিলে যে কবি হ'বলৈ যোৱাটো দিনৰ পৰ্বত আৰু ৰাতিৰ জুই খেদাৰ নিচিনা অসম্ভৱ কথা। গাৱঁৰ পৰা নগৰলৈ আহি স্কুলত আমাতকৈ অলপ ডাঙৰ বিনন্দ চন্দ্ৰ বৰুৱা আৰু দুই-এজনে কবিতা লেখি প্ৰশংসা পাইছিল। মই কবি হোৱাতকৈ কবি-বন্ধু হৈ থাকিবলৈ ভাল পালোঁ। আমি স্কুলত পঢ়া কালত দীঘল চুলি ৰাখিলেই কবি হ'ব পাৰে বুলি এটা ধাৰণা আছিল। দেখাক দেখি ময়ো অলপ দিন চুলি দীঘলকৈ ৰাখিছিলোঁ।

এবাৰ কবি দুৰ্গেশ্বৰ শৰ্মা যোৰহাটৰ নিজা ঘৰলৈ যাওঁতে আমি কেইবাজনো ছাত্ৰ তেওঁক দেখা কৰিবলৈ গ'লোঁ। তেওঁ বয়সীয়া মানুহতকৈ ল'ৰাক লগ পাবলৈ ভাল পায়, তাতে আমাক চিনিও পায়। এই দলটোৰ ভিতৰত কেইবাজনো দীঘল চুলীয়া। তেওঁ ৰহস্য কৰি এজনৰ দীঘল চুলিত হাত ফুৰাই কৈছিল— মাখন, তোমাৰ কবিতাটো দীঘল হৈছে। কবি শৰ্মাদেৱৰ চুলি চুটিকৈ কটা। কিছুদিনৰ পাছত অভিভাৱকৰ তাড়নাত আৰু ওকণীয়েও মূৰত 'কলনী' পতাত দীঘল কেশৰ সংহাৰ বা কৰ্তন হ'ল।

ইয়াতে এটা কথা উল্লেখ কৰিব পাৰি যে আমি স্কুলত পঢ়া কালত লক্ষেশ্বৰ শৰ্মা বৰুৱা নামে এগৰাকী শিক্ষকে আমাক ইংৰাজী 'Lahiri's Select Poems' বোলা পুথিৰ পৰা বাছি বাছি কবিতা পঢ়াইছিল। তেতিয়া প্ৰৱেশিকা পৰীক্ষাত ইংৰাজীৰ text নাছিল, পৰীক্ষাত গদ্য-পদ্য পুথিৰ প্ৰশ্ন নাহে। এই শিক্ষকজনে আমাক গ্ৰে'ৰ ইলিজি, বাৰ্ডচ্‌ৱাৰ্থৰ সৰু সৰু কবিতা, কুপাৰ আৰু গল্ডস্মিথৰ কবিতা পঢ়াই সেই কবিতাবোৰৰ ৰস কিছু আমাৰ মনলৈ সঞ্চাৰ কৰিব পাৰিছিল। তেওঁ নিজেও কবি আছিল আৰু 'কুঁহি' বোলা কবিতা পুথি প্ৰকাশ কৰিছিল। 'নহতীয়া' এই ছদ্ম নামত ভালেখিনি বনগীত ৰচনা কৰিছিল। আমাৰ স্কুল-কলেজত আজিকালি এনে ধৰণৰ creative teaching (ৰবীন্দ্ৰনাথৰ ভাষাত) অতি কমেই হয়। এই কথা ভালেমান উপাদানৰ ওপৰত নিৰ্ভৰ কৰে। ইয়াত সেই বিষয়ে আলোচনা কৰিব খোজা নাই।

সংস্কৃত শ্লোক-স্তোত্ৰৰ উপৰিও বিবিধ অসমীয়া লৌকিক গীত-কবিতাৰ লগত আমাৰ পৰিচয় হৈছিল। মহাপুৰুষসকলৰ গীত-মাতৰ কথাই নাই। "নমো মধু মথন বাম। সংসাৰ তাপ কৰা উপশাম।।" এই ঘোষাত অনুপ্ৰাস থকা সত্ত্বেও "অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী।।" শুনিলে মনটো বেছি মুকলি মুকলি যেন লাগে। "দশনবিহীন কুত্তা হেন, হাড় চোবাইবাক নপাৰয়"— এইখিনি শুনিও বৰ আনন্দ পাইছিলোঁ। আই নামত গোৱা "জল দি পূজিলোঁহেঁতেন বিটালিলে মাছে" আদিতো।

বুঢ়ী জেঠায়ে সাধু কথা কওঁতে সাধুৰ মাজে মাজে থকা পদ্যখিনি বেজাৰ লগা সুৰেৰে গাইছিল। "কুটুমৰ তেজেৰে বন্তি জ্বলালে", "বোপাইক লৈ গ'ল শুকুলী হাতীয়ে পাতে কোন দেশে ৰজা"—এনেবোৰ পদে সাধু কথাত বৰ্ণিত কাহিনীৰ পৰা মনটো কোনোবা ৰাজ্যলৈ যায়। "নাম নহয় কদোঁ, দুৱাৰ মেলি দে পদোঁ"—হাঁহিও উঠে, দুখো লাগে।

সাঁথৰ এটাত আছিল—

"লো গুটি লো ফাল বেঙেনাটি চাৰিফাল,
সোমাল কাকতী ওলাব কোন কাল।"

এই কাকতী কোন হ'ব পাৰে, আমাৰ মনত সদায় প্ৰশ্ন হৈ ৰ'ল। ডেকাধনি লগা ম'হ-ৰখীয়াই ম'হৰ পিঠিৰ পৰা গোৱা—

আলিয়ে নাযাবা কাঁইটে ফুটিব
পথাৰে নাযাবা বোকা
দূৰে হৈ নাযাবা চৰাই হালধীয়া
ৰাৱণে হৰিব সীতা।

গাৱঁৰ পথাৰত কাঁইটীয়া আলি আৰু ৰামায়ণৰ ৰাৱণক তেওঁৰ চেনেহীৰ নিৰাপত্তাৰ চিন্তাই একেলগ কৰিছে।

নগৰৰ বা নগৰৰ গোন্ধ পোৱা আপোন মানুহৰ ল'ৰা মাজে-সময়ে আহি আমি গাৱঁলীয়া ল'ৰাক পেঁপুৱা কৰে। এবাৰ এটা সাঁথৰ ক'লে—

পা পৃষ্ঠ মাথাটো দুহাত কুৰি আঙুলি নাকটো,
কাণ চকু জিভা নাই, ই কি জন্তু কোৱাচোন ভাই।

আমাক বোকা বনালে। যাবৰ সময়ত কৈ গ'ল এই সাঁথৰৰ উত্তৰ 'মানুহ'।

পিছে এটা কথা। হাত, ভৰি, মুখ, চকু আদি ইন্দ্ৰিয়বোৰ assemble কৰি দিলেই মানুহ নহয়। প্ৰাণ, বুদ্ধি, মন, অহঙ্কাৰ আদি উপাদানবোৰ যোগ হ'লেহে ব্যক্তি বা মানুহ হয়। কাব্যৰো সেই কথা। কবিতাৰ উপাদান কেতবোৰ গোটালেই কাব্য নহয়, তাত লাৱণ্য-সৌভাগ্যৰ সংযোগ লাগিব।

কাব্যৰ definition বা সংজ্ঞা দিবলৈ বহুত পণ্ডিতে চেষ্টা কৰে, তথাপি দু-আঙুলে নাটে। সকলোতে অলপ অলপ সত্য থাকে অথচ সম্পূৰ্ণ সত্য কোনেও উদঘাটিত কৰিব পৰা নাই। পণ্ডিতে শাস্ত্ৰ পঢ়ে, ভকতেহে ৰস পিয়ে। সহৃদয় পাঠক হ'বলৈকো ভালেখিনি প্ৰস্তুতি লাগে। "যেষাং কাব্যানুশীলন-মভ্যাসৱশাৎ ৱিশদীভূতে মনোমুকুৰে ৱৰ্ণনীয়-তন্ময়ীভৱন—যোগ্যতা তেऽত্ৰ হৃদয়সংৱাদভাজঃ সহৃদয়ঃ" (অভিনৱগুপ্ত)। কাব্যানুশীলনৰ অভ্যাস দীৰ্ঘকাল কৰি কৰি যাৰ মন পৰিষ্কাৰ দাপোণৰ দৰে হৈ পৰিছে, তেওঁ কাব্যৰ বিষয়ৰ লগত তন্ময় হৈ নিজকে অভেদ বুলি অনুভৱ কৰে, সেইজন পাঠকেই সহৃদয়।

বৰ্তমান যুগত কবিতা বুজিবলৈ বিশাল অধ্যয়ন আৰু অভ্যাসৰ আৱশ্যক। আজিৰ পৰা ডেৰশ বছৰৰ আগতে ইংৰাজ কবি এগৰাকীয়ে কৈছিল, "বিজ্ঞানৰ আধুনিকতম আৱিষ্কাৰবিলাকো মানুহৰ চিৰন্তন সুখ-দুখ আদিৰ লগত লগ লগাই ৰাসায়নিক সংমিশ্ৰণ কৰিব পাৰিলে কাব্যত্ব লাভ কৰে।"

অৰ্থনীতি শাস্ত্ৰত Gresham's law বুলি এটা কথা আছে। পুৰণি ক্ষয় যোৱা মুদ্ৰাই নতুন মুদ্ৰাক খেদাই দিয়ে। সাহিত্য-জগতত ইয়াৰ ওলোটা হয়—নতুন পুথিয়ে পুৰণি classic-অক আঁতৰায়। আমাৰ কীৰ্তন-দশমৰ ক্ষেত্ৰত এইটো বোধহয় নেখাটে। বিশ্বাস আৰু ভক্তিৰ ভাবধাৰা আমাৰ সৰ্বসাধাৰণৰ মাজত এতিয়াও প্ৰবল।

গাৱঁত এগৰাকী আমৈক পালোঁ। যোৱা আন্দোলনৰ সময়ত গাৱঁৰ নামঘৰ ভস্মীভূত কৰিলে। আমৈৰ মুখৰ পৰা শুনা কথাকে আপোনাসকলক উপহাৰ দিওঁ— পান্‌দিনৰ মুৰত তেওঁৰ কথা, বতৰে চকু মেলিছে বোপাই।

আৰৈ চাউল এদোণ ৰ'দাইছোঁ।

পিঠাগুড়ি খুন্দিব লাগিব— পকা মিঠৈৰ। পূৰ্ণিমাত ৰাইজে ন নামঘৰ ল'ব।

মনটো ভাল লাগিছে।

আধা পোৰা খুটাবোৰ দেখিলেই গাত জুই লগা দি লাগে।

ৰাইজৰ নামঘৰ ৰাইজে ৰাখিব।

সদায় গোসাঁয়ে ৰাখিবলৈ নাহে।

অৱতাৰ ধৰি ধৰি গোসাঁইৰো আমনি নেলাগিব নে? ডেকা ল'ৰা খেতোৱে কয়, গোসাঁই মৰিল।

গোসাঁই ক'ত মৰিব?

ক'ৰবাত লুকাইহে থাকে, ভমক্ কৰে ওলাব।

আমি গমকে নেপাম, বোপাই।

এয়া এগৰাকী বুঢ়ী গাৱঁলীয়া তিৰোতাৰ প্ৰতিক্ৰিয়া চাওক। ভাষা তেওঁৰ মুখৰ। আৰু এটা লেঙেৰা বুঢ়া।

আজিকালি দেওবাৰেহে মানুহ দুখীয়া হয়, দেওবাৰে ভিক্ষা দিয়াৰ নিয়ম। আগৰ দৰেই দেওবাৰে লেঙেৰা ককাই থিয় হ'ল। ককাই, আজি টকীয়া নোট নাই, ভঙনীয়াও নাই। পাঁচটকীয়া এটাহে আছে। বেয়া নাপাবা দেই। লেঙেৰাই মিচিকিয়া হাঁহি মাৰি ক'লে, বাপা, তোমাৰ মুখৰ মাতষাৰৰ মোল নাই। বহুতে মোক পাঁচ-দহ টকা দিয়ে।

সিহঁতৰ চকু-মুখলৈ চাই দলিয়াই পেলাবৰ মন যায়।

তোমাৰ পইচাকেইটা সাঁচি থৈছোঁ।

সৰুকৈ পাণ-তামোলৰ দোকান এখন দিম।

প্ৰাচীন সংস্কৃত সাহিত্যত সাধাৰণ দুখীয়া-নিছলা মানুহৰ কথা নাই বুলিলেই হয়। অৱশ্যে আঞ্চলিক প্ৰাকৃত ভাষাবিলাকত নাই বুলিব নোৱাৰি। তেতিয়াৰ লোকগীতত চিন ৰৈ গৈছে আৰু এতিয়া সেইবোৰৰ মূল্য বুজি প্ৰকাশ কৰিছে।

শকুন্তলা নাটত মাছমৰীয়াৰ নিৰ্ভীক উক্তি সকলোৱেই লক্ষ্য কৰে। যাক আমি সৰু বুলি ভাবোঁ, তাৰ মুখতো সজ কথা, গহীন কথা ওলাব পাৰে। শকুন্তলা কাব্য একপ্ৰকাৰ বিলাসী স্বাৰ্থপৰ নগৰীয়া জীৱনৰ satire বুলি ক'ব পাৰি। ডেকা মুনিয়ে কৈছে, "গা ধুই পবিত্ৰ হৈ অহা মানুহে গা ধুবলৈ তেল ঘঁহি থকা মানুহক দেখিলে যেনে লাগে, মোৰো ইয়াত তেনে লাগিছে"। চেক্সপীয়েৰৰ 'As you like it' নাটকো একপ্ৰকাৰ satire। আৰু আগলৈ উজাই গ'লে উপনিষদতো এই ব্যঙ্গ satire অতি তীব্ৰ হোৱা দেখা যায়। অৰ্জুনৰ মুখত ডাঙৰ ডাঙৰ দাৰ্শনিক কথা শুনি তেওঁৰ সখিৰ কি ব্যঙ্গ! প্ৰজ্ঞাবাদাংচ ভাষসে। যুঁজ নকৰা, অথচ প্ৰজ্ঞাৱন্ত মানুহৰ দৰে কথা কৈছা?

গীতাৰ কথা যেতিয়া ওলালেই, এতিয়া প্ৰশ্ন—গীতা কাব্য নে শাস্ত্ৰ নে

দৰ্শন? গীতা মহাভাৰতৰ অন্তৰ্গত। মহাভাৰতকো কবি বা সম্পাদকে কেতিয়াবা ইতিহাস, কেতিয়াবা পুৰাণ বুলি কৈছে।

গীতাৰ কথা মই এনেয়ে কোৱা নাই। এই মহাগ্ৰন্থ মহাভাৰতৰ অন্তৰ্গত হওকেই বা নহওকেই, ই একালত ভাৰতীয় মানৱিকবাদৰ এক অসাম্প্ৰদায়িক মহৎ সাহিত্য আছিল। পৰৱৰ্তী কালত এই গ্ৰন্থৰ মাজত নানা সাম্প্ৰদায়িক উপাদান সোমাই পৰিল আৰু এতিয়া ইয়াক মৃতকৰ শ্ৰাদ্ধত তেওঁৰ জীৱৰ মুক্তিৰ অৰ্থেহে পাঠ কৰোৱা হয়। প্ৰকৃততে ই জীৱনৰহে মহা উৎস; এই কথা পাহৰাৰ ফলত ভাৰতীয় সাহিত্যত খাজুৰাহো, মোহমুদগৰ আৰু গীত-গোৱিন্দৰ প্ৰাদুৰ্ভাব হ'ল। এইবিলাকৰ নিজৰ নিজৰ মূল্য থাকিব পাৰে; কিন্তু সৰ্বভাৰতীয় জাতীয় জীৱনত এইবিলাকৰ বিশেষ মঙ্গল দেখা নগ'ল। এইবিলাকেই ভাৰতীয় জীৱনৰ অৱক্ষয়ৰ পৰিচয় বহন কৰে। ইয়াৰ পাছৰ পৰা প্ৰায় এহেজাৰ বছৰ অৰ্থাৎ বৰ্তমান যুগলৈকে এনে শিল্প-সাহিত্যৰ নঞৰ্থক (negative) প্ৰতিক্ৰিয়া চলি আছে। ভাৰতীয় জাতীয় জীৱনৰ মনস্তত্বত ই এক তাৎপৰ্যপূৰ্ণ ঘটনা। এতিয়াও তাৰ পৰা ভাৰতীয় জাতিয়ে উদ্ধাৰ পোৱা নাই। "Nor can we conceal that, more or less, the whole of our literature is full of this tendency. We may call them additions of degenerate times, but there they are. No one reading that literature can evade that subtle influence of this all pervading tendency. Our epics are the most human documents we possess. Yet even they are full of that spirit ............ The general prevailing idea of life in India is that it is a neccessary evil. That life itself is a misery and a misfortune from which it is desirable to escape, is so deeply written in the souls of our people that it is not easy to efface it."" (Problems of National Education in India by Lala Lajpat Roy) ইয়াৰ অৰ্থ নক'লেও বহুতে বুজিব যে এই সময়ছোৱাত বিশেষকৈ একাদশ শতাব্দীৰ পৰা বৰ্তমান সময়লৈকে দেশত এটা তথাকথিত বৈৰাগ্য প্ৰৱেশ কৰিলে বুলি ক'ব লাগিব। এই সাহিত্যই অতি সূক্ষ্মভাৱে মানুহৰ মনত প্ৰৱেশ কৰিছিল। জীৱনটো এটা কাৰাবাস আৰু এটা দুৰ্ভাগ্য; আৰু ইয়াৰ পৰা কোনো ৰকমে মুকলি হৈ যাব পৰাটোহে মানুহৰ কৰ্তব্য। সেইটো মানুহৰ মনত আচাৰৰ তেলৰ মাজত সুমুৱাই থোৱা গুটিৰ দৰে ভেজি গ'ল। অৱশ্যে আমাৰ মানুহে যে জীয়াই থাকিব নোখোজে এনে নহয়; মানুহৰ দৰে সম্মানেৰে জীয়াই থাকিবহে নোখোজে। সেই কাৰণে মই দুনাই কওঁ, যি কোনো শিক্ষিত ভাৰতীয় মানুহেই গীতাৰ কৰ্মযোগ বুজা উচিত। গীতা নজনা শিক্ষিত লোকক মই অৰ্ধশিক্ষিত বা অশিক্ষিত বুলিব খোজোঁ।

আধুনিক কালত আমাৰ পাশ্চাত্য শিক্ষা পোৱা এমুঠি মানুহৰ মাজত পাশ্চাত্য সাহিত্যৰ অধ্যয়ন হৈছে। সাহিত্যৰ ফিৰিঙি প্ৰভাৱ আমাৰ এচুকত থাকি অসমতো পলমকৈ হ'লেও আহি সোমালহি। বিদেশী প্ৰভাৱ অহাটো একো বেয়া কথা নহয়; অন্ততঃ মানুহক আগতকৈ কিছু পৰিমাণে পৃথিৱী-মুখী কৰিছে। আমাৰ আধুনিক কবিতা এক ৰকম Palgrave-অৰ Golden Tresasury-ৰ জেপৰ পৰা ওলোৱা বুলি ক'ব পাৰি। থলুৱা গীত-পদৰ প্ৰভাৱো আমাৰ আধুনিক কবিতাত সোমাই এটা জাতীয় ৰূপ দিছে। আধুনিক অসমৰ প্ৰথম কবিতা 'বৰফুকনৰ গীত' এটা সমসাময়িক ঘটনাৰ ওপৰত অৱলম্বন কৰি এজন যোৰহটীয়া টুকৰীয়া কবিয়ে ৰচনা কৰিছিল। ৰাজনৈতিক হত্যা ইয়াৰ মূল বিষয়-বস্তু হ'লেও ইয়াত সমসাময়িক সমাজৰ এখন চিত্ৰ কবিয়ে দাঙি ধৰিছে আৰু তেওঁ যাক অন্যায় বুলি ভাবিছে সেই কথা নিৰ্ভয়ে নিন্দা কৰিবলৈ অলপো সঙ্কোচ কৰা নাই। পৃথিৱীৰ ডাঙৰ কাব্য মাত্ৰেই পাপৰ চিত্ৰ দাঙি ধৰিছে; কিন্তু তাক তেওঁৰ ৰাসায়নিক প্ৰক্ৰিয়াৰে অভিনৱ ৰূপ দিছে। To deny reality of the earth is to deny the spirit within. বাহ্যিক জগতক অস্বীকাৰ কৰা মানেই অন্তৰৰ বাসুদেৱ-বস্তুকো অস্বীকাৰ কৰা। বহিৰ্জগতৰ পৰা কাব্যলৈ যিবোৰ প্ৰভাৱ আহিছে, সেইবিলাকে বাহ্যিক বেশ-ভূষা, অলঙ্কাৰ-পাতি, প্ৰসাধন এইবোৰহে বেছি অনুকৰণ কৰা যেন লাগে। ইয়াৰ দ্বাৰা কাব্যৰ সৰলতা আৰু আবেদন (appeal) হ্ৰাস পাইছে। অনুবাদ কাব্যও সেইদৰে সম্পূৰ্ণ আঞ্চলিক ঠাঁচত উলিয়াব পাৰিলেহে মনোগ্ৰাহী হয়। বেজবৰুৱাৰ 'সোণবৰণীয়া' কবিতাটো তাৰ উদাহৰণ। অনুবাদ কবিতা প্ৰায়ে ফ'টোৰ negative-অৰ নিচিনাহে। কবিতা সম্পূৰ্ণ আঞ্চলিক বস্তু, ই ভাষা-ভিত্তিক। চিত্ৰ আৰু ভাস্কৰ্য্য অধিক সাৰ্বজনীন, তথাপি কবিতাৰ অন্তৰ্নিহিত বাণীয়েও সাৰ্বজনীনতা লাভ কৰে বিশিষ্ট ভাবৰ কাৰণে। সঁচা কথা ক'বলৈ গ'লে আমি পঢ়া বিদেশী কবিতাবিলাকৰ ভাবৰ গুৰুত্বলৈহে মন দিওঁ।

আমাৰ দেশৰ কবিসকলে নিজকে পৰীক্ষা কৰি চোৱা দৰ্কাৰ। কবিসকল নিজে সমালোচকো। তাৰ কাৰণে বিভিন্ন বিষয়ৰ অধ্যয়নৰ দৰ্কাৰ। আমাৰ মাজত দুই-এজন এনে লোক ওলাইছে। আগৰ একুৰি টকা দৰ্মহা পোৱা লোকে দুৰ্গা পূজা, বৰসবাহ কৰিছিল; আজিকালি নোৱাৰে। কবিতা আৰু বিজ্ঞান-দৰ্শনৰ পাৰ্থক্য লাহে লাহে কমি আহিছে; ইঘৰৰ পৰা সিঘৰলৈ যাবলৈ মানুহ প্ৰস্তুত হ'ব লাগে। বিজ্ঞানো কাব্যৰ ভিতৰুৱা হৈছে, Testament of beauty তাৰ প্ৰমাণ। চাকিত তেল নহ'লে দৰা দেখা নাপায়।

আমাৰ অসমীয়া কবিসকলে অসমৰ আশে-পাশে থকা কৃষক আৰু জনজাতীয়সকলৰ জীৱন নিজে পৰ্যবেক্ষণ কৰিব লাগে। কোমল কুচনত বহি

আজিকালি কবি হ'ব নোৱাৰি; হাতত নাঙল-কটাৰীও ল'ব লাগিব। আগৰ কালত মুৰত মথুৰা পাগ মাৰি ৰাজসভাত কবিয়ে প্ৰত্যেক অক্ষৰত লক্ষ টকা পাইছিল; এতিয়া ধুনীয়া ক'ভাৰ দি ছপাব নোৱাৰিলে কবিতা কোনেও নোপোছে। অতি প্ৰাচীন কালত কবি আৰু ঋষি সমাৰ্থক আছিল। আজিকালি কবিৰ অৰ্থ আমি নমাই আনিলোঁ। তথাপি ইয়াৰ ভিতৰতে কবি নামৰ মানটো ৰক্ষা কৰি চলিব পাৰিলে ভাল। তাহানি ১৯১১ চনত বেজবৰুৱাই বাঁহীত কবিতাৰ কাঠ-সংস্কাৰ নাম দি এটি ব্যঙ্গাত্মক কবিতা প্ৰকাশ কৰিছিল; সচিত্ৰ। বহুতে সেই কবিতা পঢ়িছে। আমাৰ লগৰীয়াসকলৰো কবিতাৰ তেনে এটা কাঠ-সংস্কাৰ যদি কৰিব লগা হয়, তেতিয়া বৃথা অনুশোচনা কৰিব নালাগে। গ্ৰীক উপাখ্যানত Phoenix বুলি এটা চৰাইৰ কথা আছে। সেই চৰায়ে জুইত পুৰি নিজকে দগ্ধ কৰে আৰু নতুন এটা ফিনিক্চৰ জন্ম হয়। এইটো জগতৰ স্বাভাৱিক ৰীতি। এই উপাখ্যানে জগতৰ এনে এটা ঘটনাকে দেখুৱাইছে মাত্ৰ। ব্যাকৰণ বা কাব্যাদৰ্শ চাই কবিতা লিখিলে বা অনুকৰণ কৰিলে গুৰুপ্ৰসাদৰ গতি হয়। চৰিত্ৰ আৰু চিন্তাই আখৰ হৈ কাব্যৰ ৰূপ লয়।

উদ্বোধকে এতিয়া নিজকে চম্ভালিব লগা হ'ল। মোৰ কৰ্তব্যৰ সীমা পাৰ হৈ গৈছোঁ। এতিয়া আপোনালোকে আপোনালোকৰ সাৰস্বত কৰ্ম আনুষ্ঠানিকভাৱে আৰম্ভ কৰক। বাক্যে-বচনে যদি কিবা ঘাটি লগাইছোঁ তাকো কবিসকলে যেন মৰিষণ কৰে। কবয়ঃ সহৃদয়াঃ।

সৰুতে মৰণা ফুৰাওঁ।
মুখত নেওঁতা আৰু পদ্য,
হাতত এচাৰি।
গৰুৰ মুখত মোখোৰা, নহ'লে গছী ধান আঁজোৰে।
চক্ৰাকাৰে ঘূৰোঁ।
মোৰ মুখত গদ্য, গৰুৰ মুখত মোখোৰা,
গৰুৰ মুখত মোখোৰা, মোৰ মুখত পদ্য।

[অসম সাহিত্য সভাৰ কামপুৰ অধিৱেশনৰ (১৯৮৬ খৃষ্টাব্দ) কবি-সম্মিলনৰ উদ্বোধনী ভাষণ।]* OO

* হোমেন বৰগোহাঞি সম্পাদিত 'গদ্যৰ সাধনা'ৰ পৰা লোৱা হৈছে।

# কাব্য জগততো জাতি বিভাগ

বৈজ্ঞানিক আৰু অবৈজ্ঞানিক অনেক মানুহৰ মনতে এটা জাতি বিভাগৰ মনোবৃত্তি আছে। আধুনিক জগতত যিদৰে সকলোৰে মনত ঐক্যৰ অনুভূতি এহাতে বাঢ়ি গৈছে সেইদৰে বিভিন্ন শ্ৰেণীৰ ভাগটো বঢ়া দেখা গৈছে। মানুহৰ মাজত বিভিন্ন উপজাতিৰ সচেতনতাটোৱে পৃথিৱীত, বিশেষকৈ আমাৰ ভাৰতত কেনেকৈ শকত হৈ গৈছে তাক লক্ষ্য নকৰাকৈ থকা নাই। উদ্ভিদ্‌বিজ্ঞানীয়ে ফুলৰ সৌন্দৰ্য্যতকৈ ফুলৰ গঠন আৰু জাতি বিভাগ আদি অধ্যয়নত গুৰুত্ব দিয়াটো এটা স্বাভাৱিক কথা, কিন্তু কাব্যৰ সমালোচকসকলেও অনেকেই কাব্যৰ জাতি বিভাগ নিৰ্ণয় কৰিহে সন্তোষ পায়।

প্ৰাচীন ভাৰতবৰ্ষত কাব্যৰ আলোচনা কৰোঁতাসকলক আলঙ্কাৰিক কোৱা হৈছিল। সেইসকলে কাব্যক শৃঙ্গাৰ, কৰুণ, বীৰ, ৰৌদ্ৰ, ভয়ানক আদি ৰসত ভাগ কৰিছিল আৰু কাব্যৰ বাহ্যিক শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰ আদিত বিশেষ মনোযোগ দিছিল। গোপীনাথ কবিৰাজ আদি গ্ৰন্থকাৰসকল আজিও সকলোৰে পাঠ্য। ছন্দৰ ওপৰতো তেওঁলোকে গুৰুত্ব দিছিল। কিছু কিছু পৰৱৰ্তী কালত ধ্বনি বা ব্যঞ্জনাই লাহে লাহে প্ৰাধান্য কৰি আহিবলৈ ধৰিলে। আধুনিক ভাৰতীয় কাব্যত ধ্বনিয়ে প্ৰাধান্য লাভ কৰিছে। ছন্দৰ ধাৰণা বেলেগ হৈ গৈছে। আমাৰ বিশ্ববিদ্যালয় আৰু অন্যান্য বিদ্যানুষ্ঠানত কবিতাৰ অধ্যয়ন-অধ্যাপনা সম্পৰ্কে কোনো এটা স্থিৰ আদৰ্শ দেখা পোৱা নাযায়। উল্লেখযোগ্য যে পুৰণি কালতো কাব্যৰ ৰস কেৱল মাত্ৰ এটা বুলি প্ৰকাশ কৰা আৰু তাক প্ৰতিপন্ন কৰাত পণ্ডিতো আছিল, যদিও তেওঁলোকৰ সংখ্যা অতি কম। ভৱভূতিয়ে উত্তৰ ৰামচৰিত নাটকত চমুকৈ কৈছে— একো ৰসঃ কৰুণ এৱ—অৰ্থাৎ কৰুণ ৰসেইহে একমাত্ৰ ৰস। কোনো কোনো সমালোচকে শৃঙ্গাৰ ৰসকো একমাত্ৰ ৰস বুলি কয়। এনে মতবাদৰ নাম ৰসৈকবাদ।

ঘাই কথাটো উলিয়াবলৈ নৌপাওঁতেই অবান্তৰ কথাই আগ ভেটি ধৰিছে। অৱশ্যে কথাবোৰ একেবাৰে অবান্তৰ বুলিবও নোৱাৰি। অবান্তৰ কথাই প্ৰৱেশ লাভ কৰা আধুনিক প্ৰবন্ধৰ (Essay) এটা বিশেষত্ব। মোৰ প্ৰাক্তন ছাত্ৰৰ বাহিৰেও কেইবাজনো জিজ্ঞাসু লোকে মোক মাজে-সময়ে প্ৰশ্ন কৰে, ৰবীন্দ্ৰনাথ Romantic নে? যদি Romantic কোন বিধৰ। অলপ বিখ্যাত কোনোবা এগৰাকী সমালোচকে ৰবীন্দ্ৰনাথৰ ৰোমাণ্টিচিজিমক (Romanticism) Aesthetic Romanticism আখ্যা দিয়ে। এই সমালোচকগৰাকীৰ নাম পাহৰি গৈছোঁ, কোনোবাই মনত পেলাই দিলে কৃতজ্ঞ হ'ম। William Butler Yeats নহয় যেন লাগে।

ৰবীন্দ্ৰনাথৰ গাত জাপি দিয়া এইবিধ ৰোমাণ্টিচিজ্মৰ (Romanticism) কথা অকণমান আলোচনা কৰাহে মূল উদ্দেশ্য। ইংৰাজী Romantic শব্দ বুলিলেই সৰ্বসাধাৰণতকৈ অলপ পৃথক, অলপ আচৰিত বা অস্বাভাৱিক বুজায় (Renaissance of wonder)। Smith নামে এগৰাকী পণ্ডিতে ইংৰাজী ভাষা সম্বন্ধে কেইবাখনো কিতাপ ৰচনা কৰিছে। তাৰে এখনত তেওঁ ৰোমাণ্টিক (Romantic) শব্দটোৰ প্ৰায় এশ অৰ্থ দিছে। এই শব্দটো বহুৰূপী—উদাৰ, বিদ্ৰোহী, দূৰৰ প্ৰতি হেঁপাহ, অসন্তুষ্ট, সমাজৰ কোনো কোনো গৃহীত প্ৰাচীন আদৰ্শৰ প্ৰতি অৱজ্ঞা আৰু বহুতো। চহৰৰ কৃত্ৰিমতাৰ পৰা আঁতৰত থকা মানুহৰ সংস্কৃতি, গছ-গছনি, নৈ পৰ্বত আদিৰ প্ৰতি আৰু সৰলতাৰ প্ৰতি আকৰ্ষণো. ৰোমাণ্টিকৰ (Romantic) কোঠালিত সোমায়। কাব্য সাহিত্যত এইবিলাক প্ৰতিফলিত হয়। বিশেষকৈ বুৰঞ্জীৰ একো একোটা যুগত। দৰ্শনৰ বুৰঞ্জীলিখক বিখ্যাত পণ্ডিত বাৰ্ট্ৰাণ্ড ৰাছেলে (Bertrand Russell) ৰোমাণ্টিক কথাটো চমুকৈ Predominance of sensibility অৰ্থাৎ অনুভূতিৰ প্ৰাধান্য বুলি কৈছে। এগৰাকী ডাঙৰ পণ্ডিত Irving Babbit এ তেওঁৰ Rousseau and Romanticism বোলা বুজন পুথিখনত ৰোমাণ্টিচিজিমৰ (Romanticism) বহল ব্যাখ্যা কৰিছে। তেওঁ ৰোমাণ্টিচিজিমৰ অলপ বিৰোধী, তথাপি তেওঁৰ মত গ্ৰহণ নকৰিলেও তেওঁৰ পাণ্ডিত্যপূৰ্ণ পুথিখন নপঢ়িলে ৰোমাণ্টিচিজিম (Ramanticism) সম্পৰ্কে জ্ঞান আমাৰ নিশকতীয়া হৈ থাকিব।

এতিয়া কথা হৈছে Aesthetic Romanticism (নান্দনিক ৰোমাণ্টিচিজিমনো) কি বস্তু? কোনো কবিয়ে যদি চিত্ৰ, ভাস্কৰ্য বা কোনো কাব্যৰ প্ৰেৰণাত যদি কোনো কবিতা ৰচনা কৰে মোৰ বোধেৰে তেনে কাব্য নান্দনিক ৰোমাণ্টিকৰ শ্ৰেণীত পৰে। প্ৰাচীন গ্ৰীক দেশৰ কোনো অজ্ঞাত শিল্পীয়ে এটা পাত্ৰৰ বাহিৰত কেওফালে সেই যুগৰ প্ৰতিনিধিত্ব কৰিব পৰা কেইটামান চিত্ৰ আঁকি থৈ গ'ল। সেই পাত্ৰটি ইংৰাজ কবি কীটচৰ (Keats) চকুত পৰিল। সেই পাত্ৰকে অৱলম্বন কৰি কবিয়ে Ode on a Grecian urn' নামে এটি বিখ্যাত কবিতা লিখি থৈ গ'ল। অনেকেই পঢ়িছে। সেই পুৰণি চিত্ৰ দেখি কবিৰ কল্পনা সজাগ হৈ উঠিল। সেই ছবিত অছে মন্দিৰত পশু বলি দিবলৈ যোৱা যাত্ৰীৰ দল, গায়ন-বায়নে গাই গৈছে। আন এটা ছবিত আছে প্ৰেমিকে প্ৰেমিকাক অনুসৰণ কৰিছে। প্ৰেমিকাই ইমান বেগাই লৰি গৈছে, প্ৰেমিকে কোনো মতেই ছুব গৈ পৰা নাই, সামান্য ব্যৱধান। ইংৰাজ কবিয়ে এই চিত্ৰবিলাক দেখি কেইটিমান সুন্দৰ কাব্য ৰচনা কৰিছে।

"Heard melodies are sweet, but those unheard
Are sweeter; therefore, ye soft pipes play on;

Not to the sensual ear, but more endeared,
Pipe to the spirit ditties of no tone :"

আন এজন ইংৰাজ কবি William Cowper এ নিচেই সৰু কালতে মাতৃক হেৰুৱালে। তেওঁৰ শেষ বয়সত কোনোবা আপোন মানুহে কবিৰ মাতৃৰ এখনি পুৰণি চিত্ৰ তেওঁক আনি দিলেহি। চিত্ৰ আগত লৈ কবিৰ জীৱনৰ বিবিধ যন্ত্ৰণা তেওঁৰ "On the Receipt of my Mother's Picture" বোলা বিখ্যাত কবিতাটি 'Me howling winds drive devious'। কবিয়ে নিজকে সাগৰত ধুমুহাই কোবোৱা জাহাজৰ লগত তুলনা কৰিছে। নাৱিকৰ হাতত দিশ-নিৰ্ণয় কৰা যন্ত্ৰ (compus) হেৰাল।

কবি ৰবীন্দ্ৰনাথৰ চেমনীয়া কালতে তেওঁৰ মাজু ককায়েক জ্যোতি ঠাকুৰৰ পত্নী অতি কম বয়সতে ঢুকায়। মাতৃহীন কবিয়ে তেওঁক যেন মাতৃ পাইছিল। কবিৰ আদ বয়সত এই গৰাকী বৌৱেকৰ এখন ছবি তেওঁৰ হাতত পৰিল। কবিৰ মনত নানা অনুভূতি, নানা চিন্তা উপজিল। কবিৰ মনত সেই ছবি এখন নিৰ্জীৱ ছবি নহয়, সজীৱ আৰু সচল এগৰাকী স্নেহময়ী মহিলা। ছবিৰ সঞ্জীৱনী শক্তিয়ে তেওঁৰ জীৱনৰ মূলত যেন শক্তিৰ ৰস যোগাই আছে।

কবি ৰবীন্দ্ৰনাথৰে আন এবিধ বিখ্যাত কবিতা 'ছাহজাহান'। সম্ৰাটে কল্পনা কৰি সজোৱা তাজমহল দেখি কবিৰ এই অপূৰ্ব ৰচনা। ছাহজাহানক তেওঁ কালিদাসৰ লগত তুলনা কৰিছে আৰু তাজমহলক 'নৱ মেঘদূত' আখ্যা দিছে। ৰবীন্দ্ৰনাথে প্ৰেমিক ছাহজাহানৰ কল্পনাক কেৱল এটা সৃষ্টিৰ স্ৰষ্টা বুলিয়েই এৰা নাই, তেওঁৰ মহতী কল্পনাই নতুন নতুন সৃষ্টি কৰি বিৰাট স্ৰষ্টা ৰূপে আগ বাঢ়ি গৈ আছে।

তোমাৰ কীৰ্তিৰ চেয়ে তুমি যে মহৎ,
তাৰি তব জীৱনেৰ ৰথ, পশ্চাতে ফেলিয়ে যায় কীৰ্তিৰে,
তোমাৰ বাৰম্বাৰ।
এতানস্য মহিমাহতো / জ্যায়াংশ্চ পুৰুষঃ।

(ঋগ্‌বেদ)

প্ৰাচীন গ্ৰীক দেশৰ এগৰাকী কালজয়ী নাট্যকাৰৰ নাম Aeschylus। তেওঁৰ এখন নাটকৰ নাম Prometheus Vinctus (বন্ধনত থকা প্ৰমিথিয়াচ্)। বহু শতাব্দীৰ পাছত ইংৰাজ কবি শ্যেলীয়ে (Shelley) পূৰ্বৰ কবিক অনুসৰণ কৰি ইংৰাজী ভাষাত Prometheus Unbound (বন্ধনমুক্ত প্ৰমিথিয়াচ্) লিখিলে। পৃথিবীৰ নৰ-মনিচক প্ৰমিথিয়াচ্ (Prometheus) বোলা উদাৰ মনৰ ডেকা দেৱতাজনে অগ্নিৰ ব্যৱহাৰ প্ৰথমে শিকালে। সেই অপৰাধতে আন দেৱতাবিলাকে বহু যুগ তেওঁক বান্ধি থৈ অমানুষিক শাৰীৰিক যন্ত্ৰণা দি

আছিল। ইংৰাজ কবিৰ নাটকত প্ৰমেথিয়াচে নিজৰ মানসিক আৰু আধ্যাত্মিক গুণৰ বলত অসীম ধৈৰ্যৰে অবৰ্ণনীয় শাৰীৰিক যন্ত্ৰণাৰ পৰা মুক্ত হ'ল। ইংৰাজ কবিৰ নাটকখন প্ৰতীকধৰ্মী নাটক। ইয়াত কবিয়ে কেৱল শাৰীৰিক শক্তিৰ ওপৰত মানসিক আৰু আধ্যাত্মিক শক্তিক শ্ৰেষ্ঠতা থকাটো দেখুৱাইছে। সমালোচকে ইয়াক Drama of thoughts আৰু কোনোৱে Soul drama বুলিও কয়। শ্যেলীৰ (Shelley) এই নাটকত সেই যুগৰ ফৰাচী বিদ্ৰোহৰ পদ-চিহ্ন পৰিছে বুলিও ভাবে। কিন্তু যুগ আৰু যুগৰ প্ৰভাৱৰ দ্বাৰাই কোনো কবিতাৰ মূল্য নিৰ্ধাৰণ কৰাটো সমীচীন বুলি মই নাভাবোঁ। প্ৰকৃত কবিতা দেশ কাল নিৰপেক্ষ।

কবি ৰবীন্দ্ৰনাথৰ ভালেখিনি কবিতা ভাৰতৰ বিভিন্ন যুগৰ কবিয়ে ৰচনা কৰা কবিতাৰ প্ৰেৰণাৰ ফল। উদাহৰণ স্বৰূপে উপনিষদৰ সত্যকামৰ কাহিনী। মহাভাৰতৰ কাহিনী অৱলম্বন কৰি ৰচিত কৰ্ণ-কুন্তী আৰু ধৃতৰাষ্ট্ৰ-গান্ধাৰীৰ কথাও কবিৰ মহাভাৰত অধ্যয়নৰ ফল। কচ আৰু দেৱযানী নামৰ কবিতা নিশ্চয় অনেক পাঠকৰ পৰিচিত, বৌদ্ধ যুগৰ সাহিত্য যেনে 'নটীৰ পূজা' নামে নাটিকা, 'শ্ৰেষ্ঠ ভিক্ষা' নামে কবিতা, "প্ৰভুবুদ্ধ লাগি আমি ভিক্ষা মাগি, অনাথ-পিণ্ড কহিলা

অম্বোদ-নিনাদে"।

আন এটা কবিতা ব্যসৱদত্তা—

"সন্ন্যাসী উপগুপ্ত, মথুৰাপুৰীৰ প্ৰাচীৰেৰ তলে একদা
ছিলেন সুপ্ত,
নগৰেৰ নটী, চলে অভিসাৰে যৌৱন মদে মত্তা।
..........................................................................
আজি ৰজনীতে হৈয়েছে সময় এসেছি বাসৱদত্তা।"

কালিদাসৰ জগতখনে ৰবীন্দ্ৰনাথক বিশেষভাৱে মুগ্ধ কৰিছিল। কালিদাসৰ কবিতাৰ অংশ বিশেষ গ্ৰহণ কৰি তেওঁৰ আধুনিক শিষ্যাই ভালেখিনি সৃষ্টি কৰি গৈছে। ৰবীন্দ্ৰনাথে কৰা কালিদাসৰ সমালোচনাবিলাক যেন একোটা একোটা কবিতা। কালিদাসৰ শকুন্তলা আৰু চেক্সপীয়েৰৰ (Shakespeare) মিৰাণ্ডাৰ (Miranda) তুলনামুলক আলোচনা ৰসিক পাঠকে বাদ দিব নোৱাৰে। ভালেখিনি কবিতাত মেঘদূতৰ সুন্দৰ উল্লেখ বহুতে লক্ষ্য কৰিছে। কুমাৰসম্ভৱৰ বিষয়বস্তু লৈ ৰচনা কৰা মদনভস্মেৰ পৰে কবিতাটি এটি উল্লেখযোগ্য উদাহৰণ। কেতিয়াবা সৰু একোটি গীততেই কালিদাসৰ জগতখনৰ ছায়া গৰু খোজৰ পানীত নভো মণ্ডল প্ৰতিবিম্বিত হোৱাৰ দৰে যেন ৰমণীয় হৈ পৰিছে। উদাহৰণ স্বৰূপে এই গীতটি চাওক। যাৰ প্ৰথম শাৰী—

বহুযুগেৰ ওপাৰ হতে আষাঢ় এলো আমাৰ মনে.......... আষাঢ় মাহটো আৰম্ভ হ'লেই আমাৰ মনলৈ যিদৰে মেঘদূত আৰু কালিদাসৰ কাব্যৰ কথা স্বাভাৱিকতে আহি পৰে সেইদৰে আষাঢ় মাহৰ আৰম্ভতেই কবিৰ মনলৈ কালিদাসৰ স্পৰ্শ লাভ কৰা বিন্ধ্য পৰ্বতৰ পদস্পৰ্শ কৰি বৈ যোৱা ৰেবা নদীৰ বুকুৰ ধ্বনি যেন আধুনিক কবিয়ে শুনিবলৈ পাইছে। সেই একেটি সৰু গীতৰ ভিতৰতেই তেওঁ কালিদাসৰ এখন নাটকৰ নায়িকা মালৱিকাৰ পাহৰিব নোৱৰা চকুলোৰ দৃষ্টি কুৰি শতিকাৰ মহানগৰীৰ বুকুৰ পৰাও কল্পনাৰে দেখি আছে।

ৰবীন্দ্ৰনাথৰ গদ্য-পদ্য আদি শ্ৰেণীবিভাগৰ উৰ্ধ্বত থকা কাব্যে উপেক্ষিতা নামে প্ৰবন্ধটি ৰবীন্দ্ৰনাথৰ পাঠকৰ সু-পৰিচিত। বাল্মীকিয়ে উল্লেখ মাত্ৰ কৰা লক্ষ্মণ পত্নী উৰ্মিলাৰ বিৰহ-মথিত জীৱনৰ মৰ্মস্পৰ্শী বৰ্ণনা ৰবীন্দ্ৰনাথৰ বাহিৰে আনে দিয়া সম্ভৱ নাছিল। ৰবীন্দ্ৰনাথৰ এই সম্বন্ধৰ লগত ৰিজাব পৰা ইংলণ্ডৰ কানীয়া কবি De Quincy য়ে মেক্‌বেথৰ (Macbeth) এটি সামান্য ঘটনা লৈ লিখা Knocking at the Gate প্ৰবন্ধৰ লগত অলপ মিল আছে যেন লাগে। হঠাৎ মনত পৰিল ইংৰাজ কবি Browning ৰ 'Statue and the Bust' বোলা কবিতাটিলৈ।

ওপৰত দিয়া উদাহৰণবিলাকৰ পৰা দেখা যায় যে অনেক কবিয়ে প্ৰাচীন চিত্ৰ, শিল্পকৰ্ম আৰু কাব্য কাহিনীৰ দ্বাৰা অনুপ্ৰাণিত হৈ একোটা ভিন্ন সৃষ্টি কৰি পেলায়। কবিসকলৰ এনে প্ৰচেষ্টাক Aesthetic Romanticism বুলি ক'ব নোৱাৰি নে? মোতকৈ বহুত শ্ৰেষ্ঠ পণ্ডিত সমালোচকে নিজৰ মতামত প্ৰকাশ কৰিলে কৃতজ্ঞ হ'ম। উল্লেখ কৰিব পাৰি যে ৰবীন্দ্ৰনাথৰ জীৱনৰ মাজ ভাগৰ পৰা আৰম্ভ কৰি শেষলৈকে আধুনিক বিজ্ঞান-দৰ্শনৰো প্ৰৱেশ ঘটিছে। ৰবীন্দ্ৰনাথৰ এনেবিলাক কবিতাক 'বুদ্ধি ৰসৰ' অন্তৰ্গত বুলি ধৰিব পাৰি আৰু শ্ৰেণীবিভাগ ভালপোৱা অনেক সমালোচকে বোধকৰোঁ বেয়া নাপাব। 'বুদ্ধি ৰস'তো কিন্তু মোৰ নিজৰহে সৃষ্টি। আধুনিক প্ৰবন্ধ-সাহিত্যৰ নমুনা স্বৰূপে এই খেলিমেলি প্ৰবন্ধটি সাহিত্য সমাজৰ আগত দাঙি ধৰিলোঁ। OO

# শ্ৰীমন্ত শঙ্কৰদেৱৰ শব্দ-সম্পদ

বৰ্তমান সময়ত আমাৰ শিক্ষা অনুষ্ঠানবিলাকত আৰু ৰজাঘৰীয়া কাৰ্যালয়বিলাকতো অসমীয়া ভাষাৰ ব্যৱহাৰ বাধ্যতামূলক হোৱাত সকলোৱেই সংস্কৃত ভাষাৰ শব্দ জানিবলৈ আৰু প্ৰয়োগ কৰিবলৈ বাধ্য হৈছে। গত্যন্তৰ নাই। সংস্কৃত ভাষাৰ শব্দ-সম্পদ আহৰণ নকৰিলেই নহয়, কিয়নো বিজ্ঞান-দৰ্শন আৰু ৰাজ্য শাসন সম্পৰ্কীয় শব্দবোৰ সংস্কৃত ভাষাত বহু যুগৰ পৰা থূপ খাই আছে। আমাৰ ভাষালৈ বৰ্তমান যুগতেই অধিক সংখ্যক সংস্কৃত শব্দ আহৰণ কৰা হৈছে। জাতীয় জাগৰণৰ লগত শব্দৰো সম্পৰ্ক আছে। একো একোটা শব্দ একোখন সৰু সৰু ৰাজ্য।

বৈষ্ণৱ যুগত আমাৰ অসমত এটা সাংস্কৃতিক জাগৰণ হৈছিল মধ্যযুগীয় জাগৃতি (medieval renaissance)। কৃষ্ণ উপাসনাকে কেন্দ্ৰ কৰি সেই সময়ত গোটেই ভাৰতত যি বৈষ্ণৱ আন্দোলন বিয়পি পৰিছিল তাৰ এটা সোঁত আহি অসমতো সোমাইছিল। ফল স্বৰূপে আমি পালোঁ মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলি, ৰামসৰস্বতী, ভট্টদেৱ আদি সাধক কবি-সাহিত্যিকসকলক। এইসকলে ঘাই প্ৰেৰণা পাইছিল বিশেষকৈ ভাগৱত পুৰাণৰ পৰা। এই পুৰাণৰ কথা-বস্তুকে লৈ তেখেতসকলে গীত, পদ, নাট ৰচনা কৰি এই অঞ্চলৰ জনসাধাৰণক ধৰ্মতত্ত্ব আৰু আনন্দ দুয়োটাকে দিবলৈ চেষ্টা কৰিছিল। ধৰ্মতত্ত্ব বুজিব পৰাটো অনেক লোকৰ কাৰণে সহজ নহয়, কিন্তু শুৱলা শব্দ কাণত পৰিলে সকলোৱেই অলপ নহয় অলপ আনন্দ লাভ কৰে।

সাহিত্য এটা শিল্প, ইয়াৰ উপাদান শব্দ, যিদৰে চিত্ৰকৰৰ উপাদান ৰং আৰু তুলিকা, আৰু ভাস্কৰৰ উপাদান শিল, হাতুৰী, বটালি। সাহিত্যৰ ঘাই উপাদান শব্দ আৰু ৰস সৃষ্টিৰ কাৰণে উপযুক্ত শব্দৰ ব্যৱহাৰ কৰিব পৰাতেই কবি-সাহিত্যিকৰ কৃতিত্ব। সাহিত্যিকে মন আৰু কাণ দুয়োটাকে সন্তুষ্ট কৰিব লাগে, কিন্তু কাণৰ দাবী সবাতোকৈ আগত। বিশেষকৈ কবিসকলৰ পক্ষে কাণৰ দাবী অৱজ্ঞা কৰা সহজ কথা নহয়।

অসমীয়া সমাজৰ সকলো শ্ৰেণীৰে লোকৰ কাণৰ দাবী সন্তুষ্ট কৰিব পৰাটোৱেই মহাপুৰুষ শঙ্কৰদেৱৰ কীৰ্তন পুথিৰ অবিনাশী গৌৰৱ। আজিৰ দিনতো কীৰ্তনৰ পদ পঢ়ি আৰু গাইগুটীয়া অথবা সমূহীয়া প্ৰাৰ্থনা কৰোঁতে সুৰত গায়, মানুহৰ অনুভূতিয়ে তৃপ্তি পায়। ৰূপ, ৰস, গন্ধ আদিৰ দৰে শব্দৰো এক অদ্ভুত আকৰ্ষণ স্থায়ী। কবিতাৰ নানা গুণৰ ভিতৰত দুটা গুণ আছে— শ্ৰুতি-মধুৰতা আৰু উদ্ধৃতিযোগ্যতা (quotability)। কীৰ্তনৰ পদত এই দুয়োটা

গুণ বৰ্তমান। মহাপুৰুষ শঙ্কৰদেৱে সংস্কৃত শব্দৰ নদীৰ পাৰ ভাঙি দিলে। সংস্কৃত শব্দ গভীৰ, গধুৰ আৰু কাণত লগা। এনে অলৌকিক কাৰ্য সকলোৰে পক্ষে সম্ভৱ নহয়। আমাৰ বৈষ্ণৱ সাহিত্য সংস্কৃতৰ অনুবাদ আৰু ভাবানুবাদ হ'লেও ই এটা সৃষ্টি কাৰ্য (transcreation)। এনে কবি-কৰ্মৰ অন্তৰালত সাধক কবিৰ গভীৰ আধ্যাত্মিক অনুভূতি লুকাই আছে। কিছুমান উদাহৰণ কীৰ্তনৰ অ'ৰ-ত'ৰ পৰা তুলি দিলে বিষয়টো বুজিবলৈ সহজ হ'ব যেন পাওঁ।

প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন, সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ....... মৎস্য ৰূপে অৱতাৰ ভৈল প্ৰথমত, উদ্ধাৰিলা চাৰি বেদ প্ৰলয় জলত..... নধৰিলা সমুদ্ৰে তোমাৰ মৎস্যকায়া....... লক্ষ প্ৰহৰৰ পথ জুৰিলা শৰীৰে...... আদি দৈত্য হিৰণ্যকশিপু বলিয়াৰ, নৰসিংহ ৰূপে হিয়া বিদাৰিলা তাৰ........ ইন্দ্ৰক থাপিলা ছলে বলিক নিকালি......।

বনবাস খপিলা পিতৃৰ বাক্য ধৰি....... বেদপথ কৰি ছন...... কাটি-মাৰি ম্লেচ্ছক কৰিবা বুন্দামাৰ...... (চ-অ)।

নাহিকে শ্ৰদ্ধা নপাতয় কাণ..... অশুদ্ধ মনৰ কৰ্ম বিফল, সবে যেন এৰাঁ ঘটৰ জল...... বৈষ্ণৱত নাই ইসৰ মতি (without respectful attitude towards vaishnabs).... (পা-ম)।

দেখি ধাতু যায় হাত লোহাৰ ডাঙ্গ (অ-উ).... যেন ভৈল শোভৰ ঔষধি......... ৰাছিল বান্ধি....... ত্ৰাহি হৰি পৰিলো পায় পৰামন্দ দিয়া। (ব-ছ)

জকমক কৰি......... ফুল ভৰে ভাঙে ডাল......।

স্তনে হলফল কৰে........গৃহত পশিৰে বান্ধে নিদিবেক খঙ্গে.... সুৱৰ্ণ কুণ্ডল যেন সুৱৰ্ণৰে ভিন্ন নোহি মিছা মাত্ৰ.... পূৰ্ব শত্ৰু মনে জানি কামদেৱে শৰ হানি মনক মৰ্দিলা মহেশৰ.... নামৰূপ য'ত.... যিটো ব্ৰহ্মা নোহে গোচৰ...... তপ্ত কাঞ্চনৰ বৰ্ণ (হ-মো)।

চৈধ্য ভুৱনৰ বন্দ্য স্থান, যাক কৃষ্ণে কৰিলা নিৰ্মাণ... বৈকুণ্ঠ নগৰী নিৰুপম, নাহি যাত কালৰ বিক্ৰম.... কেশৱ শিৱ শিৱ ঘোষিও সদায়.... পাৱে অপযশে স্বামীক তাৰ.... ধৰ্মৰো পৰম গুহ্য.... বহ্নিত হোমো নোহে তাঙ্ক সৰি (সদৃশ).... অসুৰ যোনিক যাহা তয় (তাত), ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ বিনা খাটে সৰ্ব দেৱ.... নগৰ বেঢ়িয়া লগাইল জুই... মাতৃ পাসৰিলে লভিয়া স্বামী... আতপৰে আন ধৰ্ম সবে বিড়ম্বন... আন বেঁত কোবাই মাৰোঁ অৰে দুৰাচাৰ, মন্দ বুদ্ধি আমাৰ অনাইলি খিলিঙ্কাৰ.... শুনা পিতৃ ইটো গৃহ অন্ধকূপ সৰি.... নৃসিংহৰ চৰণৰ গতি টলবল কৰে বসুমতি...... সৰ্পে যেন ধৰিল এন্দুৰ, নিশব্দ দানৱ দন্দুৰ.... তোমাৰ অকাম ভৃত্য আমি, তুমিয়ো নিষ্কাম, মোৰ স্বামী..... বাঞ্ছে ফল কৰি তযু কৃত্য, যিটো বণিজৰ নোহোঁ ভৃত্য.... অ' হৰি নৰহৰি হৰিও কুমতি, তথাপিতো ইটো মন্বন্তৰ....।

চুম্বকৰ কাছে লোহা ভ্ৰমে যেন ঠানে, ভিন্ন ভৈল বুদ্ধি মোৰ বিষ্ণু সন্নিধানে..... (প্ৰ-চ)।

দেখি ভয়ে যমুনা আপুনি দিলা বাট..... পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰে... চক্ৰবাত অসুৰে কৃষ্ণক নিলে হৰি, আকাশত মাৰিলা গলত চেপি ধৰি.. আঠু কাঢ়ি ৰিঙ্গ পাৰি ফুৰা ব্ৰজমাজে....। সিকিয়াৰ পৰা আনে উৰলত উঠি... খাইবো তোৰ আজি মুণ্ড পুতাই (শি-লী)।

ৰাজাক সাদৰি মুনি বুলিলা বচন, শুনা পৰীক্ষিত কুৰু কুলৰ নন্দন...... পৰম মধুৰ মাধৱৰ গুণচয়.... সুবৰ্ণ ৰজত লোহা জলে তিনি শৃঙ্গ, চক্ষুত চমক লাগে দেখিতে বিৰিঙ্গ..... দেখি সুশোভন বন নৱ উপবনে.... শুণ্ডে মেৰাই পদ্মগোট উপৰক তুলি, গজেন্দ্ৰে শৰণ লৈল ত্ৰাহি হৰি বুলি.... (গ-উ)।

ক্ৰূৰ অক্ৰূৰ ভৈল বৈৰী..... সেৱক বুলিয়া পালিও ৰাম চৰণে শৰণ লৈলোঁ... চিত্ৰৰ পুতলী আছে যেন ৰহি কৃষ্ণত অৰ্পিয়া মন.... পাছে উগ্ৰসেনক নৃপতি পাতি হৰি.... আউৰ দুনাই নাসিবন্ত হৰি, পাইব গয়া নাগৰী সুন্দৰী... মল্ল বাদ্য বাইবে নিষেধিলা (কং-ব)।

শুনিয়া হাসি চাইলা চক্ৰপাণি, দেৱৰ গৃহে পশি প্ৰণিপাতে.... নাহিকে ব্যাধি ব্যাঘ্ৰ সৰ্প ভয়, একো উপচক্ৰ নোপজে তয় (তাত).... বাটত ফুৰে শিশু উমলাই... খুজি নপাই ভাইক মাৰি কৃষ্ণে নিল মণি... খোজ গুৰি ভালুকৰ গৰ্ত পাইলা হৰি... ঘোৰ অন্ধকাৰে আছে গৰ্তক আবৰি..... সমস্ত জীৱৰ তুমি প্ৰাণবল জগতকে আছা ধৰি.... সত্ৰাজিত পুত্ৰ খাইলি..... মায়াক আৰাধি সাধন্ত বৰ.... অনেকে খুজিলে সিটো কন্যা, ৰূপে গুণে জগততে ধন্যা, কৃষ্ণে পাই ভৈল কৃতকৃতা.... অনন্তৰে জগতৰ নাহ (নাথ) (স্য-হ)।

ভৈলন্ত উদিত চন্দ্ৰ পূৰ্ব দিশ হন্তে...... বনকো দেখিল চন্দ্ৰ ৰশ্মিয়ে ৰঞ্জিত..... বিপৰীত কৰি পিন্ধে বস্ত্ৰ অলঙ্কাৰ, বুদ্ধিক নাপেক্ষে মহৌষধিৰ শকতি... শৰত কালে চন্দ্ৰাৱলি ৰাতি.... উচ্চ বৃক্ষ দেখি সোধে সাদৰি.... উদ্ধৱক সম্বুধি মাতন্ত কৃষ্ণে পাছে, কৰ্মবন্ধ এৰাইবে প্ৰবন্ধ যাৰ আছে, বৈষ্ণৱৰ সঙ্গ সিটো লৈব প্ৰথমত..... (বৈ-প্ৰ)।

অসন্ত জগতখান তোমাত উত্তৱ ভৈল
সন্ত হেন প্ৰকাশে সদায়।
কৰ্মজড় মনুষ্যৰ মন মগ্ন ভৈল তাতে
বেদৰ নুবুজৈ অভিপ্ৰায়।। (বেদস্তুতি)

কুকুৰা আৰাৱ কৰে জানি ৰজনি শেষ..... কাকু শঙ্কৰ ক'য় কৰো কৰুণা নাথ.... সৰ্ব অপৰাধক বাধক তুৱা নাম... ৰাম গোসাঁই কৰোহোঁ গোহাৰি (বৰগীত)।

কীৰ্তন আৰু বৰগীতৰ পৰা চকু মুদি কিছুমান উদাহৰণ দিয়া গ'ল। ইয়াৰ পৰা বুজিব পাৰি যে কবি মহাপুৰুষজনে যথেষ্ট তৎসম বা অৰ্ধতৎসম্ শব্দ ব্যৱহাৰ কৰিছিল। দুই চাৰিটা প্ৰাকৃত, যেনে নাহ্, সৰি, হলফল ব্যৱহাৰ কৰিছিল। বাছিলৰ দৰে বিদেশী বহিৰাগত শব্দও আছে, এনে কাৰ্যই বৈচিত্ৰ্য দিছে। বিশেষকৈ যুক্তাক্ষৰযুক্ত সংস্কৃত শব্দই গাম্ভীৰ্য প্ৰদান কৰিছে। প্ৰচুৰ অনুপ্ৰাস (alliteration and assonance) সহজ সৰল আৰু শ্ৰুতি সুখকৰ। মূল সংস্কৃতৰ আধাৰত ৰচনা কৰা অসমীয়া গ্ৰন্থত মূল সংস্কৃতৰ গাম্ভীৰ্য ভালেখিনি ৰক্ষা কৰিছে। পদবিলাকত শব্দৰ ভাৰসাম্যও লক্ষ্য কৰিব লগীয়া। আমাৰ সাধাৰণ জীৱনৰ উৰ্ধ্বত থকা এই বিষয়বস্তুৰ ভাষা আমৰ দৈনন্দিন জীৱনৰ ভাষাতকৈ পৃথক হোৱা আৱশ্যক, উচ্চতা তেহে ৰক্ষা পৰে। মাজে মাজে ঠাই পোৱা দৈনন্দিন জীৱনৰ সাধাৰণ বাক্য বচনে পাঠকৰ মন বাস্তৱ জীৱনলৈ লৈ আহে। পাঠকেও দূৰ অতীতৰ কাল্পনিক কাহিনীসমূহ আপোন কৰি লবলৈ সুবিধা পায়। বৈষ্ণৱ যুগৰ পূৰ্ব্বৱৰ্তী চৰ্যা-গীত-বিলাকতো সংস্কৃত আৰু প্ৰাকৃতৰ ব্যৱহাৰ দেখা যায়, কিন্তু তাত সমসাময়িক আঞ্চলিক ভাষাৰ ব্যৱহাৰ যথেষ্ট হৈছিল। এই ভাষাবোৰৰ ভালেখিনি আজিও আমি ব্যৱহাৰ কৰোঁ। ভগৱান্ বুদ্ধই কৈছিল ধৰ্ম দীৰ্ঘস্থায়ী নহয় কিন্তু ধৰ্মৰ লগত জড়িত কাব্য কাহিনী, বিশেষ স্থায়ী হয়। আমি কীৰ্তন পাইছোঁ, ভৱিষ্যতৰ বংশধৰেও পাব, ইয়াৰ আকৰ্ষণ কমা নাই বিশেষকৈ ভাষাৰ মাহাত্ম্যৰ গুণত। মোক এজন বন্ধুৱে কৈছিল, কীৰ্তন জপাই, থওক, গীতাখন মেলি লওক। মই ক'লোঁ গীতা মেলাই আছে, কীৰ্তনখনো গধূলি এবাৰ মেলি চাওঁ। জীৱনৰ সকলো দিশ কীৰ্তনৰ সাহিত্যই সামৰিব নোৱাৰে। তথাপি এই পুথিয়ে অনুভূতি জগতত অলৌকিক আনন্দৰ জনম দিয়ে। অসমীয়া সাহিত্য ভাৰতৰ বিৰাট সংস্কৃত সাহিত্য পদুম ফুলটিৰ এটি পাহি মাত্ৰ। এই পাহিটিয়ে ভাৰতীয় চিন্তা আৰু কল্পনাৰ এটি অতি সামান্য ভগ্নাংশ মাত্ৰ ধাৰণ কৰি আছে।

নাটক বুলিলেই সংঘাত, (conflict)। কোনো নাটকত কম কোনো নাটকত সৰহ। ব্ৰোনেটিয়াৰ বোলা সমালোচক গৰাকীয়ে বিভিন্ন শ্ৰেণীৰ নাটক বিশ্লেষণ কৰি মূলতঃ সংঘাতহে পাইছিল। উপন্যাস, চুটি গল্প, মহাকাব্যতো যে সংঘাত নাই এনে নহয়। নাটক যাইকৈ ৰঙ্গমঞ্চত অভিনয় কৰিবলৈহে নাট্যকাৰে ৰচনা কৰে। সেই গুণে নাটকত তীব্ৰতা আৰু গভীৰতা আন শ্ৰেণীৰ সাহিত্যতকৈ বেছি প্ৰকট হৈ ধৰা দিয়ে। Things seen are mightier than things heard. চকুৰে দেখাটো কাণেৰে শুনাতকৈ বেছি শক্তিমন্ত। OO

# ভাৰতৰ ধৰ্ম গুৰুসকলৰ আঞ্চলিক ভাষালৈ অৱদান

সংস্কৃত ভাষাক (Classical Sanskrit) অৱলম্বন কৰিয়েই পুৰাণবিলাক পুৰাণকাৰসকলে ৰচনা কৰিছিল। পুৰাণবিলাক প্ৰায়ে বিষ্ণু-শিৱ প্ৰভৃতি দেৱতাসকলৰ সম্পৰ্কে বহলাই লেখা ৰচনা। আঞ্চলিক ভাষাত এইবিলাক পুৰাণ ৰচনা কৰাটো মহাপাপ বুলি গণ্য কৰা হৈছিল।

অষ্টাদশপুৰাণানি ৰামস্য চৰিতং তথা।
ভাষায়াং শ্ৰৱণং কৃত্বা ৰৌৰৱং নৰকং ব্ৰজেৎ।।

অৰ্থাৎ, ওঠৰ পুৰাণ আৰু ৰাম চৰিতৰ নিচিনা ধৰ্মগ্ৰন্থ আঞ্চলিক ভাষালৈ ভাঙনি কৰা, আঞ্চলিক ভাষাত এইবিলাক শুনা মহাপাপ, এনে পাপী ৰৌৰৱ নৰকলৈ যায়।

এইটো বিশেষকৈ লক্ষ্য কৰিব লগীয়া বিষয় যে ভগৱন্ত বুদ্ধই এনে বাধা বাক্যলৈ আওকাণ কৰি তেওঁৰ প্ৰচাৰিত বৌদ্ধ ধৰ্ম পালি ভাষাত কৈছিল আৰু লিখকেও সেইবোৰ পালি ভাষাতেই লিখি গৈছিল। আজিও আমি সেইবিলাক সেইদৰেই পাইছোঁ। বুদ্ধদেৱৰ ব্যক্তিত্বৰ মাহাত্ম্যৰ কাৰণে সৰ্বসাধাৰণে তেখেতৰ অমূল্য বাণীসমূহ শুনি আনন্দ পাইছিল আৰু জীৱনত বিশেষভাৱে উপকৃত হৈছিল। তেখেতৰ কেইশতাব্দীমানৰ পাছত অৱশ্যে হিন্দু ধৰ্মৰ অভ্যুদয়ৰ ফলত সংস্কৃত ভাষাতো বৌদ্ধ ধৰ্মৰ কিছু কথা ৰচিত আৰু প্ৰচাৰিত হৈছিল, কিন্তু সংস্কৃত ভাষাত লিখা এই কথাবোৰৰ প্ৰভাৱ পালিত লিখা কথাতকৈ ভালেখিনি কম। ধম্মপদ পঢ়ি আমি কিমান আনন্দ আৰু মাহাত্ম্য অনুভৱ কৰোঁ সেইটো পাঠকসকলে আজিও অনুভৱ কৰে।

ভক্ত কবি তুলসীদাসে উত্তৰ ভাৰতৰ আঞ্চলিক ভাষা হিন্দীত ৰামচৰিত মানস নাম দি ৰামায়ণ অৱলম্বন কৰি এখনি কাব্য ৰচনা কৰিছিল। তেওঁ যেতিয়া সেই কাব্য সমাজত আবৃত্তি কৰে আৰু কৰায় তেতিয়া জনা-বুজা জ্ঞানী পণ্ডিত সমাজে কবি তুলসীদাসক এনে অশাস্ত্ৰীয় কাম কৰিবলৈ বাধা দিলে আৰু তেওঁক নানা প্ৰকাৰে উৎপীড়ন কৰিবলৈ ধৰিলে। আন কি, তেওঁক এনে মহাপাপৰ বাবে সমাজৰ পৰা বহিস্কাৰ কৰে। কবি তুলসীদাসে বিৰক্ত আৰু নিৰাশ হৈ তেওঁৰ পুথিখন গঙ্গা নদীত উটাই দিম বুলি বান্ধি থৈছিল। সেই সময়তে কাশীত বঙালী পণ্ডিত মধুসূদন সৰস্বতী নামে এজন দাৰ্শনিক ভক্ত আছিল আৰু তুলসীদাসৰ লগত তেওঁৰ বন্ধুত্বও আছিল। তুলসীদাসৰ এই সংকল্পৰ কথা জানি মধুসূদন সৰস্বতীয়ে তুলসীদাসক এনে কাৰ্য কৰিবলৈ বাধা দিলে। মধুসূদন সৰস্বতীয়ে

ক'লে, "আপোনাৰ এই ৰামচৰিত পদ গাৱঁলীয়া নিৰক্ষৰ অথচ সৰল বিশ্বাসী নৰ-নাৰীৰ মাজত প্ৰচাৰ কৰক আৰু আপোনাৰ যি দুই-এজন হিতৈষী মানুহ আছে তেওঁলোকৰ দ্বাৰাও প্ৰচাৰ কৰক। বন্ধুৰ এই সহানুভূতিপূৰ্ণ আশ্বাস আৰু উপদেশ পাই বন্ধুৱে কোৱা মতেই তেওঁ হিন্দী ৰামায়ণ প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিলে। দেখা গ'ল বন্ধুৰ উপদেশে তেওঁক যথেষ্ট সহায় কৰিছে। সৰল সুললিত ভক্তিৰ উপযুক্ত ৰামচৰিতমানসৰ পদ কেউফালে প্ৰচাৰ হ'বলৈ ধৰিলে আৰু অলপ দিনৰ ভিতৰতে ইয়াৰ প্ৰভাৱ বিহাৰৰ পৰা অযোধ্যালৈকে গোটেই গঙ্গা উপত্যকাত বিয়পি পৰিল। ৰামচৰিতমানসৰ পদ মানুহৰ অন্তৰত এনেদৰে সোমাইছিল যে ৰক্ষণশীল পণ্ডিতসকলৰ বাধা অতি দুৰ্বল হৈ পৰিল। ৰামচৰিতমানস সেই অঞ্চলত অলপ দিনৰ ভিতৰতে পণ্ডিত-মূৰ্খ, ধনী-দৰিদ্ৰ সমাজৰ সকলো শ্ৰেণীতে অতিশয় প্ৰিয় বস্তু হৈ পৰিল। ভাৰতীয় সাহিত্য বুৰঞ্জীৰ এইটো এটা বিশেষ লেখত লব লগীয়া ঘটনা।

ৰামচৰিতমানসৰ পদে আজিও ভাৰতৰ কোটি-কোটি নৰ-নাৰীক শান্তি আৰু আনন্দ প্ৰদান কৰিছে। আমাৰ অসমৰ কীৰ্তন পুথিখন যিদৰে সকলো শ্ৰেণীৰ নৰ-নাৰীৰ মাজত অতিশয় প্ৰিয় বস্তু, ৰামচৰিতমানস তাতোকৈও অধিক বুলি কেইবাগৰাকীও বিজ্ঞ লোকে মোক কৈছে। আমি কটন কলেজত পঢ়োঁতে লক্ষ্য কৰিছিলোঁ যে হোষ্টেলৰ হিন্দুস্থানী ৰান্ধনিবিলাকৰ যি দুই-একে পঢ়িব জানিছিল, তেওঁবিলাকে দুপৰীয়া খাই বৈ উঠি অলপ আজৰি পালেই জহকালি গছৰ তলত আৰু জাৰ কালি ৰ'দত গোট খাই সৰল আগ্ৰহী শ্ৰোতাবিলাকক তুলসীদাসৰ ৰামচৰিতৰ কোনো অংশ পঢ়ি শুনায়। ৰামচৰিতমানস অৱলম্বন কৰিয়েই ৰাম সম্বন্ধে যাত্ৰাভিনয় আদি আজিও বিশেষকৈ উত্তৰ ভাৰতত সৰ্বসাধাৰণৰ মাজত অতি প্ৰিয় হৈ আহিব লাগিছে।

সৌভাগ্যক্ৰমে ৰামায়ণ আৰু আন ধৰ্ম সম্বন্ধীয় গ্ৰন্থবিলাক সংস্কৃতৰ পৰা অসমীয়ালৈ ভাঙনি কৰা কাৰ্যত ৰক্ষণশীল দলৰ পৰা উত্তৰ ভাৰতবৰ্ষৰ দৰে পৰাক্ৰমী বাধা নাপাইছিল। দুই-এজন প্ৰাচীন-পন্থী পণ্ডিতে যে এনে কাৰ্যত বাধা নিদিছিল, সিও নহয়। কিন্তু তেওঁলোকৰ সংখ্যা কম আছিল আৰু তেওঁলোকৰ বাধা সহজে অতিক্ৰম কৰিবও পাৰিছিল। ইয়াৰ প্ৰধান কাৰণ বোধকৰোঁ এইটোৱেই যে ত্ৰয়োদশ-চতুৰ্দশ শতাব্দীতে বৰাহী ৰজা মহামাণিক্যই তেওঁৰ সভাৰ ৰাজ কবি মাধৱ কন্দলীৰ হতুৱাই গোটেই বাল্মীকিৰ সংস্কৃত ৰামায়ণ অলপ সংক্ষেপকৈ অথচ মূলৰ পৰা আঁতৰি নোযোৱাকৈ অসমীয়ালৈ অনুবাদ কৰায়। সেই অনুবাদ ৰাজসভাতে আবদ্ধ নাথাকিল। জনসাধাৰণৰ মাজতো বিয়পি পৰিল আৰু বিজ্ঞ-অজ্ঞ সকলোৰে অতি প্ৰিয় হ'ল। মহাপুৰুষ শঙ্কৰদেৱে নিজে মাধৱ কন্দলীক অপ্ৰমাদী পূৰ্ব কবি বুলি স্বীকাৰ কৰি গৈছে। তেওঁ আৰু

তেওঁৰ সমসাময়িক ধৰ্মগুৰু আৰু কবিসকলেও মাধৱ কন্দলীকে আদৰ্শ লৈ অসমীয়া ভাষাত ৰচনা কৰিবলৈ সুবিধা পালে। আন হাতে কোঁচ ৰজা নৰনাৰায়ণ আৰু তেওঁৰ বংশধৰসকলেও সংস্কৃতৰ পৰা অনুবাদ কৰা কাৰ্যক ৰজাঘৰীয়া পৃষ্ঠপোষকতা প্ৰদান কৰিছিল। কবি ৰাম সৰস্বতী আৰু তেওঁৰ সমসাময়িক আৰু পৰৱৰ্তী কবিসকলৰ মহাভাৰতৰ অনুবাদ এই কথাৰে প্ৰমাণ। ইয়াৰ কেই শতাব্দীমানৰ আগতেই সহজীয়া বৌদ্ধ কবিসকলৰ চৰ্যা গীত কামৰূপ অসমৰ ভাষাতেই লিখি থৈ গ'ল যদিওবা বৌদ্ধ ধৰ্ম্মৰ অতিশয় অৱজ্ঞাৰ ফলত বৌদ্ধ কবিসকল অনাদৃত আৰু অজ্ঞাত হৈ পৰিল।

বহিৰাগত আহোম ৰজাসকলে নম্ৰ হৈ জয় কৰিলে (stoop to conquer)। তেওঁলোকে নিজৰ ভাষা কোনো কোনো ধৰ্মকাৰ্যত ব্যৱহাৰ কৰাৰ বাহিৰে পৰিত্যাগ কৰি সকলো ৰাজহুৱা আৰু সামাজিক কাৰ্যত অসমীয়া ভাষা গ্ৰহণ কৰিলে। এনে উদাৰতাৰ কাৰণে অসমীয়া সমাজৰ বুকুলৈ সোমাই তেওঁলোকক জয় কৰি ৰাজ্য বহলাবলৈ সুবিধা পালে। আহোমসকলে অসমীয়া ভাষাক আমাৰ গদ্য ৰীতি দিয়াৰ উপৰিও তেওঁলোকৰ ৰাজত্বত বিবিধ বিষয়ৰ সংস্কৃত গ্ৰন্থ অসমীয়ালৈ অনুবাদ কৰোৱাই অসমীয়া ভাষা সাহিত্যক শক্তিশালী কৰি গ'ল।

আহোম ৰাজত্বৰ কালত ভাৰতীয় শাক্ত সাহিত্যৰ কেইবাখনো পুথি ঘাইকৈ মাৰ্কণ্ডেয় পুৰাণৰ অন্তৰ্গত চণ্ডী (সপ্তশতী) ৰুচিনাথ কন্দলিৰ হতুৱাই অসমীয়া পদলৈ অনুবাদ কৰোৱাই আৰু আগমাচাৰ্য নামে আন এগৰাকী পণ্ডিতৰ হতুৱাই শঙ্কৰাচাৰ্যৰ আনন্দলহৰী অনুবাদ কৰায়। দ্বিতীয়খনৰ অনুবাদ ভাৰতৰ আন কোনো আঞ্চলিক ভাষালৈ অনুবাদ কৰোৱা কথা আমি গম নাপাওঁ। তদুপৰি বঙালী জয়দেৱ কবিৰ গীতগোবিন্দৰো অসমীয়া ভাঙনি কৰোৱা হয়। জয়দেৱৰ পুথিখন ইয়াৰ আগতে কোঁচ ৰজাসকলৰ দিনতো ৰাম সৰস্বতীয়ে অসমীয়া পদলৈ ভাঙিছিল বুলি জনা যায়। উল্লেখযোগ্য যে জয়দেৱৰ কাব্য আমাৰ অসমীয়া বৈষ্ণৱ কবিসকলে অলপো আদৰ নকৰিছিল, যদিও জয়দেৱ অতি সুমধুৰ কোমলকান্ত পদাবলীৰ ৰচক এজন ভক্ত কবি আছিল। কৃষ্ণবিষয়ক বৈষ্ণৱ কবিতা হলেও তেওঁৰ মতবাদ অসমীয়া বৈষ্ণৱসকলৰ মতবাদকৈ কিছু পৃথক। সেইগুণে আমাৰ ধৰ্মপ্ৰচাৰক কবিসকলে জয়দেৱৰ প্ৰভাৱ গ্ৰহণ নকৰিলে, আন কি জয়দেৱ কবিৰ উল্লেখো আমাৰ কবিসকলৰ ৰচনাত পোৱা নাযায়। তথাপি সেই কালৰ অসমৰ সংস্কৃত টোলবিলাকত জয়দেৱৰ কাব্য পাঠ্যবিলাকৰ ভিতৰত সোমাইছিল আৰু অসমীয়া পণ্ডিতে লিখা ইয়াৰ ভাষ্যও দুই এখন পোৱা গৈছে। তদুপৰি প্ৰয়োগ ৰত্নমালা ব্যাকৰণতো জয়দেৱৰ কাব্যৰ কেইটামান উদ্ধৃতি পোৱা যায়। বৈষ্ণৱ যুগত বিশেষকৈ বৈষ্ণৱ ধৰ্ম সম্বন্ধ পুথিহে অনুবাদ

হৈছিল। কিন্তু আহোম যুগত secular অৰ্থাৎ ঐহিক জীৱন সম্পৰ্কীয় শকুন্তলা কাব্য, হাতীৰ বিষয়ে হস্তী বিদ্যাৰ্ণৱ, নীতিলতাঙ্কুৰ, নৃত্য সম্পৰ্কে শ্ৰীহস্তমুক্তাৱলী প্ৰভৃত্তি নানা সংস্কৃত গ্ৰন্থৰ অসমীয়া অনুবাদ পোৱা গৈছে।

সেই কালতে আউনীআটি সত্ৰৰ অধিকাৰ এগৰাকীয়ে 'মহামোহ' নামে নাটক এখন ৰচনা কৰি সত্ৰত অভিনয় কৰাইছিল। এই নাটক আজিকালি পোৱা নাযায় যদিও ইয়াৰ বিষয়বস্তু লৈ লিখা মহামোহ কাব্য পণ্ডিতপ্ৰৱৰ সন্দিকৈদেৱৰ উৎসাহত প্ৰকাশ হৈছিল। এই নাটকে সংস্কৃত নাটৰ প্ৰভাৱ আৰু বেদান্তৰ প্ৰভাৱ সূচনা কৰে। সত্ৰাধিকাৰৰ নিৰ্মালি লোৱাৰ আগতেই সত্ৰাধিকাৰজনে এখন নাট কাটি নিজৰ কলা জ্ঞানৰ পৰিচয় দিয়াটোও বাধ্যতামূলক আছিল। এনে অসংখ্য নাটক লোপ পালে, যিখিনি পোৱা যায় সেই বিষয়ে গৱেষণাৰ থল আছে। উল্লেখযোগ্য যে এই নাটবিলাক অঙ্কীয়া নাটৰ আৰ্হিত ৰচনা কৰা নহৈছিল, হৈছিল যাত্ৰাৰ আৰ্হিতহে।

বৈদিক্ সংস্কৃত সাহিত্য ভাৰতৰ বেছি সংখ্যক মানুহৰ মাজত প্ৰচলিত নাছিল। বৈদিক সংস্কৃতিৰ পৰিধিৰ বাহিৰত থকা ভাৰতৰ আঞ্চলিক মানুহৰ মাজত অবৈদিক সাহিত্য-সংস্কৃতি সমান্তৰালভাৱে চলি আছিল। বৈদিক সাহিত্য-সংস্কৃতিৰ বাহক ক্ৰমে দুৰ্বল হোৱাত এই অবৈদিক সাহিত্য-সংস্কৃতি ভাৰতৰ জনসমাজত আদৰ পাবলৈ ধৰিলে। বৈদিক সাহিত্যৰ ভিতৰত নথকা ৰামৰ কাহিনী, শ্ৰীকৃষ্ণৰ কাহিনী, মহাভাৰতৰ কাহিনী, শিৱৰ কাহিনী, বৌদ্ধৰ কথা প্ৰভৃতি ক্ৰমে পৌৰাণিক যুগত অবৈদিক সংস্কৃত (Classical Sanskrit) ভাষাত প্ৰতিভাশালী কবিয়ে বৈদিকৰ পৰৱৰ্তী যুগত এনে অবৈদিক বিষয়বস্তু লৈ মহাভাৰত, ৰামায়ণ আদি গ্ৰন্থ ৰচনা কৰে। তাৰ পাছতেই বিষ্ণু, শিৱ আদি দেৱতাসকলৰ বিষয়ে লিখা পুৰাণবিলাক ৰচনা হ'ল। উল্লেখযোগ্য যে এই পৌৰাণিক সাহিত্যত পৰৱৰ্ত্তী বৈদিক সাহিত্যৰ প্ৰভাৱ যে পৰা নাছিল এনে নহয়। বৈদিক প্ৰভাৱ নোহোৱা হ'লে পৌৰাণিক সংস্কৃতিয়ে বিভিন্ন লোকৰ মন আকৰ্ষণ কৰিব নোৱাৰিলেহেঁতেন আৰু গ্ৰহণীয়ও নহ'লহেঁতেন। আমাৰ ধৰ্ম কাৰ্যবিলাকত এতিয়াও ভালেখিনি বৈদিক মন্ত্ৰ ব্যৱহাৰ কৰা হয়। পৌৰাণিক মতে কৰা অনুষ্ঠানবিলাকতো বৈদিক যুগত হোমৰ প্ৰচলন এতিয়াও অপৰিহাৰ্য।

বৈদিক আৰু পৌৰাণিক সংস্কৃতৰ লগে লগে সমান্তৰালভাৱে বহু সংখ্যক লোকৰ মাজত প্ৰাকৃত জীৱন্ত ভাষাৰূপে প্ৰচলিত হৈ আহিছিল আৰু সেই ভাষাত যে লোক-সাহিত্যও সৃষ্টি নহৈছিল এনে নহয়। সমাজৰ ওপৰ স্তৰৰ মানুহে ৰচনা কৰা ভব্য সাহিত্যতো প্ৰাকৃতভাষাই এচিকটা ঠাই দখল কৰিছিল। সংস্কৃত নাটকবিলাকত তিৰোতা মানুহ আৰু সাধাৰণ শ্ৰেণীৰ মানুহৰ মুখত নাট্যকাৰসকলে প্ৰাকৃত ভাষা প্ৰদান কৰিছিল। প্ৰাকৃতক স্বীকৃতি নিদিলে নাটকৰ

অভিনয় চাবলৈ অহা বহুতো দৰ্শকে অন্ততঃ দুই-এক পাত্ৰ-পাত্ৰীৰ মুখত প্ৰাকৃতৰ বচন শুনিলে সন্তুষ্ট হ'ব বুলিয়েই নাট্যকাৰসকলে বুজি পাইছিল। ঋষিৰ আশ্ৰমত থকা তিনি কন্যাৰ মুখতো প্ৰাকৃত বচন দিছিল। কালিদাসৰ মাছমৰীয়াইও প্ৰাকৃত ভাষাকে কৈছে। যদিওবা সি গীতাৰ কথা ক'ব পাৰিছিল। কালিদাসৰ পৰৱৰ্ত্তী যুগত ৰাজশেখৰ নামে এজন নাট্যকাৰে কৰ্পূৰমঞ্জৰী নামে এখন নাটক লিখিছিল সম্পূৰ্ণ প্ৰাকৃত ভাষাত, যদিওবা তাত অভিজাত সম্প্ৰদায়ৰ চৰিত্ৰই সৰহ। সাহিত্য ৰচনাৰ কাৰণে প্ৰাকৃত সৰল আৰু মধুৰ; স্ত্ৰী আৰু পুৰুষৰ যেনে প্ৰভেদ প্ৰাকৃত আৰু সংস্কৃতৰো তেনেকুৱাই। ইয়াৰ পৰা বুজা যায় যে প্ৰাকৃত ভাষাইও সাহিত্যিকৰ সমাজত আদৰ পাইছিল। 'সপ্তশতী' বোলা প্ৰাকৃত কবিতাৰ সংগ্ৰহটোও আমি পাইছোঁ আৰু 'গৌড় বধ' বোলা কাব্যও সম্পূৰ্ণ প্ৰাকৃততে ৰচিত হৈছিল। শ্ৰীহৰ্ষ ৰচিত 'নৈষধীয় চৰিত' বোলা কাব্যৰ এটা শ্লোকৰ পৰা অনুমান কৰিব পাৰি যে এসময়ত জ্ঞানী অভিজাত আৰু সাধাৰণ সমাজৰ সকলো মানুহেই নিজৰ ঘৰুৱা জীৱনত স্থানীয় প্ৰাকৃত ভাষা ব্যৱহাৰ কৰিছিল; শিক্ষিত লোকে সংস্কৃত ভাষা চৰ্চা কৰিছিল আৰু লেখকে সেই ভাষাত ৰচনা কৰিছিল। সংস্কৃত ভাষাটো ভাৰতবৰ্ষৰ সকলো অঞ্চলৰ মাজত মিলনৰ ভাষা আছিল, সংস্কৃত আছিল ৰাষ্ট্ৰভাষা আৰু সৰ্বভাৰতৰ সাংস্কৃতিক ভাষা। বুদ্ধিজীৱীসকলৰ কাৰণে গোটেই ভাৰততেই সংস্কৃতৰ প্ৰভাৱ ভালকৈয়ে পৰিছিল আৰু এতিয়াও কমা নাই।

নৈষধীয় চৰিতত এনেদৰে আছে— দময়ন্তীৰ স্বয়ম্বৰৰ কাৰণে ভাৰতৰ বিভিন্ন অঞ্চলৰ পৰা দময়ন্তীৰ পাণিপ্ৰাৰ্থী ৰজাসকল আৰু তেওঁলোকৰ লগৰীয়াসকল স্বয়ম্বৰৰ কাৰণে গোট খাইছিল। দুজন লোকে এইদৰে কথা পাতিছে যে তেওঁলোকে এতিয়া নিজৰ প্ৰাকৃত এৰি ভাৰতৰ আন মানুহৰ লগত সংস্কৃত ভাষাতহে কথা বাৰ্তা হ'ব লাগিব; নহলে তেওঁলোকক সংকীৰ্ণমনা অঞ্চলক লোক বুলি ধৰি ল'ব।

ভাৰতত কেৱল মহাৰাষ্ট্ৰী, শৌৰসেনী, মাগবী আদি কেইটামান প্ৰাকৃতত উল্লেখযোগ্য সাহিত্যৰ সৃষ্টি হৈছিল। প্ৰায় একাদশ-দ্বাদশ শতাব্দী মানত এইবিলাক প্ৰাকৃতৰ পৰাই মহাৰাষ্ট্ৰী, গুজৰাটী, পাঞ্জাবী, হিন্দী, ৰাজস্থানী, মৈথিলী, উৰিয়া, বঙালী, কামৰূপী (অসমীয়া) আদি প্ৰাদেশিক ভাষাবিলাকৰ উদ্ভৱ হ'ল। এইটো পাহৰিব নালাগে যে এই আটাইবিলাক ভাষাৰ মূলত Indo Aryan Sanskrit ৰামায়ণ, মহাভাৰত, ভাগৱত পুৰাণ, বিশেষকৈ এই তিনিখন গ্ৰন্থৰ অনুবাদেৰেই আমাৰ আঞ্চলিক ভাষাবিলাকৰ শুভাৰম্ভ হৈছিল।

আমাৰ বহুতৰে ধাৰণা যে শ্ৰীকৃষ্ণ বিষয়ক ৰচনা যেনে, ৰুক্মিণীহৰণ, পাৰিজাত হৰণ আদি পুথি কেৱল অসমৰ বৈষ্ণৱ কবিসকলেহে ৰচনা কৰিছিল।

প্ৰকৃততে এইবিলাক ৰচনা মহাৰাষ্ট্ৰী, গুজৰাটী, ৰাজস্থানী আদি ভাষাতো লেখিছিল আৰু জনপ্ৰিয় হৈছিল। আমাৰ ৰুক্মিণীহৰণ কাব্যৰ দৰেই প্ৰায় একে সময়তে মহাৰাষ্ট্ৰী ভাষাত ৰুক্মিণীহৰণ কাব্য পোৱা যায়। মহাপুৰুষ শঙ্কৰদেৱে যি দৰে ভাগৱতৰ ৰুক্মিণীহৰণ কাহিনীত অলপ আঞ্চলিক ৰহণ সানি অলপ হাস্য ৰসৰ কথা সুমাই দি অসমীয়া চাব মাৰিবলৈ চেষ্টা কৰিছিল, ঠিক সেইদৰেই মহাৰাষ্ট্ৰৰ কবিৰ ৰুক্মিণীহৰণ কাব্যত আঞ্চলিক কথা যোগ দি সেই অঞ্চলৰ ঘৰুৱা যেন কৰিবলৈ প্ৰয়াস কৰিছিল। ধনী মানুহৰ ঘৰৰ বিয়াত যিদৰে আতচ-বাজী পোৰে সেইদৰে কৃষ্ণ-ৰুক্মিণীৰ বিয়াতো আতচ-বাজী পোৰা দেখুৱাইছে। সেইদৰে পাৰিজাত হৰণ বিষয়ে লিখা কাব্য নাটকো মৈথিলী আদি কেইবাটা ভাষাত ৰচিত হৈছিল। Saugar (সাগৰ) বিশ্ববিদ্যালয়ৰ এজন অধ্যাপকে বিভিন্ন আঞ্চলিক ভাষাত লিখা পাৰিজাত হৰণ বিষয়ৰ কাব্য নাটকৰ সম্পৰ্কে নিবন্ধ ৰচনা কৰিছিল। 'কালি-দমন'ৰ যাত্ৰা বঙ্গদেশত বৰ জনপ্ৰিয় আছিল আৰু সৰ্বসাধাৰণ মানুহে সকলো যাত্ৰাকেই কালিদমন বুলি কৈছিল।

সকলো আঞ্চলিক সাহিত্যই আৰম্ভণিত দেৱাশ্ৰয়ী বুলি কৈছোঁ যদিও কোনো কোনো ঠাইত ধৰ্মীয় বিষয় অৱলম্বন নকৰি সৰ্বসাধাৰণৰ বাস্তৱ জীৱন লৈ ৰচিত হোৱাও দেখা যায়। মুখে মুখে চলি অহা লোক সাহিত্যৰ ধাৰা এটাও অনেক যুগৰ পৰা চলি আহিছে। সেই সাহিত্য বুৰঞ্জীবিদৰ চকুত নপৰে।

দ্ৰাবিড় গোষ্ঠীৰ তামিল ভাষাত ৰচিত হোৱা সাহিত্যই ভাৰতীয় আঞ্চলিক ভাষাৰ প্ৰাচীনতম আঞ্চলিক সাহিত্য। পণ্ডিতসকলে কয় ৫ম শতাব্দতেই আদি তামিল সাহিত্য আৰম্ভ হয়। দুইহেজাৰ বছৰ মান পুৰণি তামিল ভাষা সংস্কৃতিৰ লগত সমান্তৰালভাৱে আগ বাঢ়ি আহোঁতে সংস্কৃত ভাষা আৰু সাহিত্যৰ পৰাও ভালেখিনি সম্পদ গ্ৰহণ কৰিছে। তামিল দেশৰ বৈষ্ণৱ কবি আড়ৱাৰ আৰু তেওঁৰ লগৰীয়াসকলে ১১ শ শতাব্দীতেই কৃষ্ণ বিষয়ক গীত-পদ ৰচনা কৰিছিল আৰু সেই যুগতেই শিৱ সম্বন্ধীয় বহুতো গীত ৰচিত হৈছিল। ভক্তি সাহিত্যত ভজন বা ভক্তি গীত ৰচনা বিষয়ত ভাৰতৰ ভিতৰত তামিল ভাষাই জ্যেষ্ঠ বুলি বুৰঞ্জীয়ে কয়। আঠ শ বছৰ মানৰ আগতে গুজৰাটী, ভাষাত সাহিত্য ৰচনা কৰা প্ৰমাণ পোৱা যায়। আচাৰ্য হেমচন্দ্ৰৰ হাততেই গুজৰাটী ভাষাৰ সূচনা স্পষ্ট পৰিলক্ষিত হয়। সেই যুগতেই ৰামচন্দ্ৰ, সোমেশ্বৰ, বস্তুপাল আৰু তেজপাল আদি প্ৰমুখ সংস্কৃত পণ্ডিতৰ আৱিৰ্ভাৱ হয়। এইখিনিতে উল্লেখ কৰিব পাৰি যে 'ৰেৱন্তগিৰি ৰাস' নামে ৰাস কাব্যও এই যুগৰেই সৃষ্টি। নৰসিংহ, মীৰা বাঈ, দমাৰাম, প্ৰীতমদাস প্ৰেমসখিয়ে কৃষ্ণলীলা বিষয়ক কাব্য লিখিছিল। নৰসিংহৰ ভক্তিগীত মহাত্মা গান্ধীৰ অতি প্ৰিয় গীত আছিল। বিখ্যাত মীৰা বাঈয়েও গুজৰাটীও ৰচনা কৰি সেই ভাষাত গৌৰৱ দান কৰিছে। আধুনিক কালত মহাত্মা

গান্ধীৰ গুজৰাটী ৰচনাই সেই ভাষা জগতৰ আগত দাঙি ধৰিছে। ৰাজস্থানী সাহিত্য একাদশ শতাব্দীৰ পৰা চতুৰ্দশ শতাব্দী পৰ্যন্ত বিস্তৃত। প্ৰাচীন ৰাজস্থানী ভাষা প্ৰাকৃত আৰু অপভ্ৰংশৰ মিহলি। উত্তৰ ভাৰতত এই ভাষাৰ সাহিত্য ডিঙ্গল সাহিত্য বুলি প্ৰসিদ্ধ। ডিঙ্গল সাহিত্যৰ অন্য এক প্ৰসিদ্ধ কাব্য কবি পৃথ্বীৰাজৰ 'বেলিক্ৰিসন ৰুক্মিণী' অন্য এক সৃষ্টি। শ্ৰীকৃষ্ণ ৰুক্মিণীৰ বিবাহ ইয়াৰ বিষয়বস্তু। ১৬শ শতাব্দীৰ পৰা ৰাজস্থানী সাহিত্যৰ ভক্তিধাৰাৰ ৰূপটো প্ৰকট হৈছে। আধুনিক কবিসকলৰ মাজত কনহৈয়ালাল সেঠিয়া, ৰামনিবাস হাৰীত, মেঘৰাজ গণপতি স্বামী আদি উল্লেখযোগ্য। ৰাজস্থানৰ বীৰসকলৰ গৌৰৱময় কাহিনী অনেক ৰাজস্থানী কবিৰ বিষয়বস্তু। এইবিলাক কবিতা ৰচনা কৰা এক শ্ৰেণীৰ মানুহেই আছিল। এইসকল কবিয়ে ৰাজস্থানৰ বুৰঞ্জী কবিতাৰ যোগেদি ৰাখি থৈছে। মহাৰাষ্ট্ৰী ভাষাত কবি একনাথে ভাগৱত পুৰাণৰ আশ্ৰয় লৈ ভালেখিনি কবিতা ৰচনা কৰে। তুকাৰাম আৰু দাদুৰ ভজনো মহাৰাষ্ট্ৰী ভাষাত অতি প্ৰসিদ্ধ। গদ্যত ৰচনা কৰা জ্ঞানেশ্বৰী গীতাও এই ভাষাৰ অমূল্য সম্পদ। ৰাজনীতিজ্ঞ ধৰ্মগুৰু আৰু ছত্ৰপতি শিৱাজীৰ গুৰু সমৰ্থ ৰামদাস স্বামীয়ে ৰাম কথা অৱলম্বন কৰি ভক্তি কাব্য লিখি থৈ গৈছে। বৰ্তমান যুগত বাল গঙ্গাধৰ তিলকৰ মহাৰাষ্ট্ৰী গদ্যত লিখা গীতা ৰহস্য গীতাৰ এক অপূৰ্ব ব্যাখ্যা। শিখসকলৰ ধৰ্মৰ তুলনাত সমসাময়িক আঞ্চলিক ধৰ্ম সম্প্ৰদায় সকলোৱেই নিস্তেজ, দুৰ্বল, ভীৰু আৰু অতিশয় সহিষ্ণু। শিখসকলৰ পঞ্চম গুৰু অৰ্জুনে তেওঁলোকৰ প্ৰধান ধৰ্মগ্ৰন্থ 'আদিগ্ৰন্থ' সঙ্কলন কৰে। এই গ্ৰন্থত বহু ধৰ্মগুৰুৰ শিক্ষা আৰু তেওঁলোকে লিখা স্তোত্ৰাদি লিপিবদ্ধ আছে। হিন্দী ভাষাৰ শিৰৰ মুকুট ভক্ত কবি তুলসীদাসৰ 'ৰামচৰিত মানস' জগত বিখ্যাত। ৰামভক্ত সম্প্ৰদায়ৰ এই গ্ৰন্থ অতি পূজ্য। তুলসীদাসৰ বাহিৰেও হিন্দী ভক্তিকাব্যৰ ক্ষেত্ৰত সুৰদাস আৰু কেশৱদাস প্ৰসিদ্ধ। আজিৰ যুগতো জ্ঞানীৰ পৰা পামৰলৈকে কোটি কোটি নৰ-নাৰীয়ে ৰামচৰিত মানসৰ পদ শুনি পৰম শান্তি লাভ কৰে। কবীৰ বৈষ্ণৱ সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত হ'লেও নিজকে কোনো সম্প্ৰদায় বিশেষৰ অন্তৰ্ভুক্ত বুলি স্বীকাৰ নকৰে। তেওঁৰ ভজনসমূহ গোটেই ভাৰতেত অতি প্ৰিয়। ওড়িয়া সাহিত্যত চৈতন্যদেৱৰ সমসাময়িক কেইজনমান বৈষ্ণৱ কবিৰ আৱিৰ্ভাৱ হয়। তাৰ ভিতৰত জগন্নাথ দাস, বলৰাম দাস, অচ্যুতানন্দ, অনন্তদাস আদি উল্লেখযোগ্য। এওঁলোকৰ ভিতৰত জগন্নাথ দাস নেতৃস্থানীয়। তেওঁৰ দ্বাৰা ৰচিত 'ওড়িয়া ভাগৱত' বৰ্তমানেও গাৱেঁ গাৱেঁ পঠিত আৰু পূজিত। ইয়াৰ বাহিৰেও ভালেখিনি বৈষ্ণৱ কবিয়ে ওড়িয়া সাহিত্য চহকী কৰিছিল। উল্লেখযোগ্য যে অসমীয়া ভাষাৰ বঙলাতকৈও ওড়িয়াৰ লগতহে বেছি মিল। প্ৰাচীন মৈথিলীত ৰচিত পদাৱলীয়েই বিদ্যাপতিৰ প্ৰকৃত গৌৰৱ। বিদ্যাপতিৰ গীতে পূৰ্বভাৰতত যথেষ্ট প্ৰভাৱ বিস্তাৰ

কৰিছিল। বিশেষকৈ বঙ্গ ভাষাত। উমাপতিধৰৰ 'পাৰিজাত হ্ৰণ' নাটক মৈথিলী সাহিত্যত এটা বিশিষ্ট অৱদান। কিন্তু শঙ্কৰদেৱৰ 'পাৰিজাত হ্ৰণ' নাটকৰ লগত ইয়াৰ যথেষ্ট প্ৰভেদ। বঙালী সাহিত্য সেই সময়ত ওখ আঁৰ পৰ্বত হৈ নুঠাৰ বাবে মৈথিলী আৰু ওড়িয়াৰ লগত অসমীয়াৰ সম্পৰ্ক যথেষ্ট আছিল। মিথিলাৰ ৰীতি-নীতিৰ লগত অসমৰ মিল এতিয়াও গুচা নাই। জয়দেৱৰ গীতগোবিন্দ সংস্কৃত কাব্যৰ শেষ ৰচনা কিন্তু এই কাব্যই বঙালী সাহিত্যৰ আৰম্ভ। জয়দেৱ আৰু বিদ্যাপতিৰ প্ৰেৰণাতেই বঙালী সাহিত্যই শক্তি লাভ কৰে। চৈতন্যদেৱৰ জীৱন আদৰ্শই এই সাহিত্যক অতি শীঘ্ৰেই জনপ্ৰিয় কৰি তোলে। বৈষ্ণৱ কবিসকলৰ ভিতৰত চৈতন্যদেৱৰ পিছতেই জ্ঞানদাস আৰু গোবিন্দ দাস প্ৰধান। তথাপি এওঁলোকৰ গীতকাব্যই চণ্ডীদাসৰ সৰল মধুৰ ৰচনাৰ কাষ চাপিব নোৱাৰে। কৃষ্ণদাস কবিৰাজৰ 'চৈতন্যচৰিতামৃত' চৰিত সাহিত্যৰ ভিতৰত গোটেই উত্তৰ ভাৰততেই লেখত লব লগীয়া গ্ৰন্থ। ইয়াতেই চৈতন্যদেৱৰ বৈষ্ণৱ আদৰ্শ আৰু দৃষ্টিভঙ্গী সুন্দৰকৈ প্ৰকাশ পাইছে। কাশীৰাম দাসৰ মহাভাৰত আৰু কৃত্তিবাসৰ ৰামায়ণ স্বাধীনভাৱে ৰচিত হলেও বৈষ্ণৱ সাহিত্যৰ প্ৰভাৱৰ পৰা সম্পূৰ্ণ বঞ্চিত নহয়। শাক্ত গীত সাহিত্যৰ ভিতৰত ৰাম প্ৰসাদ সেনৰ শ্যামা সঙ্গীত মনোৰম ৰচনা। বেজবৰুৱাৰ ৰচনাতো ইয়াৰ প্ৰভাৱ সহজে ধৰিব নোৱৰাকৈ দুই-এঠাইত লুকাই আছে।

একালত অসম-কামৰূপৰ প্ৰভাৱ মগুলে বাংলাদেশ আৰু পশ্চিম বঙ্গৰ ভালেখিনি ভূমি সামৰি লৈছিল। কোচবিহাৰ, কমতাপুৰ অসমীয়া ভাষা-সাহিত্যৰ এসময়ত প্ৰধান ক্ষেত্ৰ। প্ৰায় নৱম-দশম শতাব্দীত ৰচিত হোৱা চৰ্যা গীত অসমীয়া ভাষাৰ আমি জনাত প্ৰথম সাহিত্য প্ৰয়াস। লুইপাদ প্ৰথম অসমীয়া কবি। তেওঁৰ দিনৰ ভাষা আৰু শঙ্কৰদেৱৰ ভাষাৰ প্ৰভেদ ইংৰাজী Anglo-saxon আৰু Chaucer অৰ ভাষাৰ প্ৰভেদৰ তুলনাত অতি সামান্য। চৰ্যা যুগ আৰু আন পুৰাণৰ কোনো কোনো অংশ অসমীয়া পদ্যলৈ অনুবাদ কৰা হৈছিল। সেই সময়ত ৰচিত হেম সৰস্বতীৰ প্ৰহ্লাদ চৰিত্ৰৰ পদো পোৱা যায়। কিন্তু মহাভাৰতৰ প্ৰহ্লাদ চৰিত্ৰ আৰু ভাগৱতৰ প্ৰহ্লাদ চৰিত্ৰৰ লগত কিছু কথাৰ প্ৰভেদ আছে। মাধৱ কন্দলিৰ ৰামায়ণে প্ৰেৰণা দিয়া মহাপুৰুষ শঙ্কৰদেৱৰ বৈষ্ণৱ সাহিত্য তিনি ভাগত ভগাব পাৰি। যেনে পদ, গীত আৰু নাট। শঙ্কৰদেৱ আৰু আন আন বৈষ্ণৱ কবিসকলৰো প্ৰধান অৱলম্বন ভাগৱত পুৰাণ। কীৰ্তন পুথি ভাগৱতৰ সাৰাংশ। তেওঁৰ ভাষাতে কবলৈ গলে এই গ্ৰন্থ "পৰম মধুৰ মাধৱৰ গুণ"। প্ৰাজ্ঞ আৰু অজ্ঞ সকলোৰে এই গ্ৰন্থ অতি প্ৰিয়, আজিৰ দিনতো ইয়াৰ পাঠকৰ সংখ্যা কমা নাই, বাঢ়িছেহে। ভাগৱতৰ দশম স্কন্ধ অৰ্থাৎ দশম পুথি আদি ছোৱা শঙ্কৰদেৱৰ ৰচিত। বাকী অংশ তেওঁৰ সহযোগী শিষ্য অনন্ত

কন্দলিয়ে ৰচনা কৰিছিল। ভাগৱতৰ আন আন স্কন্ধবিলাকো আন কেইবাজনো কবিয়ে অনুবাদ কৰিছিল। দামোদৰদেৱৰ শিষ্য ভট্টদেৱে সেইকালতে গোটেই ভাগৱত অসমীয়া গদ্যত ৰচনা কৰি গৈছে। অসমীয়া গদ্য ৰচনা অসমীয়াৰ গৌৰৱৰ বস্তু, সেই কালত গদ্য ৰচনাই আঞ্চলিক ভাষাবিলাকত আগ বাঢ়িব পৰা নাছিল। মহাপুৰুষ শঙ্কৰদেৱৰ বৰগীত লেখত কম হ'লেও জোখত গধুৰ। তেওঁৰ প্ৰিয় শিষ্য মাধৱদেৱেও দুশমান বৰগীত ৰচনা কৰি থৈ গৈছে। ভাৰতীয় ভজন গীতৰ ভিতৰত অসমীয়া বৰগীতৰ বৈশিষ্ট আছে। কৃষ্ণৰ জীৱনৰ কেইটিমান ঘটনাৰ অৱলম্বন কৰি নতুন ধৰণৰ নাটক জনসমাজৰ আনন্দ আৰু শিক্ষাৰ কাৰণে ৰচনা কৰি থৈ গৈছে; যেনে কালিদমন, পত্নীপ্ৰসাদ, ৰুক্মিণীহৰণ. কেলিগোপাল, পাৰিজাত হৰণ। ৰামবিজয় নাটক ৰামায়ণৰ বিষয় লৈ লিখা একমাত্ৰ নাটক। মহাপুৰুষ মাধৱদেৱেও শ্ৰীকৃষ্ণৰ বাল্য লীলাৰ কথাবস্তু লৈ অনুপম সৰু সৰু নাটক কেইখনিমান ৰচনা কৰিছিল। মাধৱদেৱৰ প্ৰধান গৌৰৱ 'নাম-ঘোষা'। বৈষ্ণৱ ধৰ্মৰ অনুকুল ভালেখিনি সংস্কৃত গ্ৰন্থৰ মাজৰ পৰা বছা বছা শ্লোকৰ অসমীয়া পদ্যৰ সমষ্টি এই গ্ৰন্থ, মাধৱদেৱৰ নিজা ৰচনাও ভালেখিনি ইয়াত সোমাই আছে। এইবিলাক নাম ছন্দত লিখা আৰু ইয়াৰ তিনি-চাৰিটা পদ আমাৰ প্ৰসঙ্গত আজিও ব্যৱহাৰ অপৰিহাৰ্য।

এই যুগৰে এজন বিশিষ্ট কবি ৰাম সৰস্বতী, তেওঁৰ প্ৰকৃত নাম অনিৰুদ্ধ। তেওঁ কোঁচ ৰজাৰ ৰাজ সভাৰ কবি আছিল আৰু ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰি 'মহাভাৰতৰ' প্ৰায় সৰহভাগ অসমীয়া পদলৈ অনুবাদ কৰিছিল। মূল 'মহাভাৰত'ত নথকা ভালেখিনি ৰচনা বন পৰ্বৰ সাজত প্ৰক্ষেপ কৰি গৈছে। সাধাৰণতে এইখিনি বধ কাব্য নামে প্ৰখ্যাত। কোনোৱে এই অংশক বৈষ্ণৱ পৰ্ব বুলিও কয়। ভাগৱতৰ কোনো কথা ইয়াত নাথাকিলেও বধ কাব্যবিলাকৰ মাজেদি কৃষ্ণ মাহাত্ম্য প্ৰকাশ পাইছে। বধ কাব্যবিলাক তেওঁৰ নিজা নে আন কোনো সংস্কৃত পুথিৰ অনুবাদ তাৰ সিদ্ধান্ত এতিয়াও হোৱা নাই। এইখিনিক অসমৰ বিষয়বস্তু (matter of Assam) বুলি কব পাৰি। ৰাম সৰস্বতী কোনো কোনো ঠাইত মূলৰ পৰা কিছু আঁতৰি গৈছে; উদাহৰণ স্বৰূপে শকুন্তলা উপাখ্যানলৈ আঙুলিয়াব পাৰি।

অসমীয়া সাহিত্য চমুকৈ ক'বলৈ গ'লে তিনিটা ধাৰাৰ সঙ্গম, যেনে সৰ্বভাৰতীয়, আঞ্চলিক আৰু বহিৰাগত। সৰ্বভাৰতীয় কথাটোৱে বৌদ্ধ সাহিত্যকো সামৰে। আমাৰ বৈষ্ণৱ বৰগীত আৰু নাটতো ভালেখিনি বৌদ্ধ সাহিত্যৰ প্ৰভাৱ পৰিছে। ৰবীন্দ্ৰনাথে ভাৰতৰ কৃষ্ণ উপাসনা ধৰ্মটোও বৌদ্ধ প্ৰভাৱৰ পৰা উদ্ভৱ হোৱা বুলি কয় (ৰবীন্দ্ৰনাথৰ 'বৌদ্ধধৰ্মে ভক্তিবাদ' প্ৰবন্ধ দ্ৰষ্টব্য)। উত্তৰ ভাৰতৰ বিভিন্ন অঞ্চলৰ বৈষ্ণৱ সাহিত্যৰ ভাষা উত্তৰ ভাৰতৰ

সকলো মানুহেই বুজিব পাৰে। কিয়নো এই ভাষাবিলাকত যথেষ্ট মিল আছে। ব্ৰজধামৰ কৃষ্ণৰ কাহিনী এই ধৰ্মৰ বিশেষ অংশ হোৱাৰ বাবে এই গোটেই আঞ্চলিক ভাষাবিলাকক ব্ৰজবুলি বুলি কোৱা হয়, অসমীয়া মানুহে ব্ৰজাৱলী বুলি কয়। কোনো কোনোৱে এই ভাষাৰ বঙ্গ আৰু মিথিলাত জন্ম হৈছিল বুলি কলেও কথাটো সম্পূৰ্ণ সত্য নহয়। প্ৰত্যেক আঞ্চলিক ভাষাই কোনো এটা ভাষাৰ অংশ নোহোৱাকৈয়ে ভাষাৰ বিকাশৰ নিয়ম অনুযায়ী নিজৰ ব্ৰজবুলি সৃষ্টি কৰিছিল।

আঞ্চলিক ভাষাত ৰচিত কৃষ্ণ কাহিনীয়ে এই ভাষাবিলাকৰ মাজত ঐক্য স্থাপন কৰিলে। কৃষ্ণ কাহিনী এডাল সূতা। সূতাই মণিধাৰৰ মণিবিলাক লগ লগাই থয়। সকলো ভাষাৰ মাজত এটি ঐক্য আছে সেইকাৰণে নিজ অঞ্চলৰ ভাষা বুজিবলৈকো আন অঞ্চলৰ ভাষা ইয়াৰ বিভিন্ন পাহি।

আঞ্চলিক বৈষ্ণৱ সাহিত্যবিলাকে নিজ নিজ অঞ্চলৰ সাহিত্যবিলাক ভাৰতীয় সংস্কৃতিৰ সম্বন্ধীয়া কৰিলে। বৈষ্ণৱ সাহিত্যৰ সংস্কৃতৰ পৰা অনুবাদে ভাষাবিলাকক গাম্ভীৰ্য আৰু সৌন্দৰ্য দিলে। এইকাৰণে বৈষ্ণৱ সাহিত্য আজিও সকলো পাঠকৰে অতি প্ৰিয়। তদুপৰি এই সাহিত্যই সৰ্বসাধাৰণৰ ৰুচি সংস্কাৰ কৰি মানুহক গম ধৰিব নোৱৰাকৈয়ে শিক্ষা দি আছে। কিন্তু শিক্ষা দিয়াৰ আগতে আনন্দ দিয়ে। They pleased before they teach গোটেই বৈষ্ণৱ সাহিত্যৰ আনন্দ অনন্ত কন্দলিৰ এটা শ্লোকত প্ৰকাশ পাইছে।

"শ্লোক সংস্কৃতে আমি লিখিবাক ভাল জানি
তথাপি কৰিবোঁ পদবন্ধ।
স্ত্ৰীশূদ্ৰ আদি যত জানোক পৰম তত্ত্ব
শ্ৰৱণত মিলয় আনন্দ।।"

আদিম কালৰ পৰাই সঙ্গীত আৰু গল্প-গুজব মানুহৰ প্ৰিয়। পদ্যত সঙ্গীতৰ গুণ যথেষ্ট আছে আৰু নাটক উপন্যাসত কাল্পনিক কাহিনী আছে। সেইকাৰণেই সাহিত্য মানুহৰ প্ৰিয় বস্তু। কিন্তু যুগ পৰিবৰ্তনৰ লগে লগে সাহিত্যৰ চৰিত্ৰৰো অলপ অলপ পৰিবৰ্তন হৈ আহিছে। সাহিত্যৰ বুৰঞ্জী লিখক এজনে মন্তব্য কৰিছে গীৰ্জাঘৰ নাটকৰ শিশু শয্যা। জুহালৰ গুৰি আৰু ধৰ্মমন্দিৰতেই সকলো সাহিত্যৰ আৰম্ভ। ○○

# অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ কথা

আজি দুকুৰি বছৰমানৰ আগেয়ে মই এখন কিতাপ পঢ়িছিলোঁ। কিতাপখনৰ নাম 'What happens in history'। লেখকজন এজন জগত-বিখ্যাত পুৰাতত্ত্ববিদ (Archeologist)। তেওঁৰ কিতাপখনৰ পাতনিত এটা কথা কৈছে— আমাৰ বুৰঞ্জীবিলাক যিবোৰ সমলৰ ওপৰত নিৰ্ভৰ কৰি ৰচনা কৰা হয় সেই সমলবোৰৰ কিছুমান সত্য, কিছুমান অৰ্ধ-সত্য আৰু কিছুমান অসত্য। কিছুমান সমল এতিয়াও পোৱা হোৱাই নাই আৰু সেইবোৰ আৱিষ্কাৰ হ'লে আগৰবোৰ বুৰঞ্জী অকামিলাও হৈ যাব পাৰে। সেইকাৰণে তেওঁ কয়— বুৰঞ্জীবিদসকল কেতিয়াও অহঙ্কাৰী হ'ব নালাগে। তেওঁবিলাক অতি নম্ৰ আৰু বিনীত হ'ব লাগে।

মোৰ মনেৰে সকলো বিষয়ৰে সকলো গৱেষক আৰু লেখকে এই উপদেশ মানি জ্ঞানৰ অনুসন্ধান কৰা ভাল। মই অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ কথা অকণমান ক'ব খুজিছোঁ। অসমীয়া সাহিত্যৰ প্ৰথম বুৰঞ্জীখন আছিল দেবেন্দ্ৰ নাথ বেজবৰুৱাৰ। তেওঁৰ দদাইদেৱক সাহিত্যৰথী বেজবৰুৱাৰ হাতত থকা কিছুমান টোকা গোটাই লৈ আৰু নিজৰো অলপ যোগ দি অসমীয়া সাহিত্যৰ প্ৰথম বুৰঞ্জীখন ১৯১৩-১৪ চনত প্ৰকাশ কৰে। সেই সময়ত অসম চৰকাৰে অসমীয়া জাতিটোৰ বুৰঞ্জীৰ কাৰণে পুৰস্কাৰ ঘোষণা কৰিছিল। দেৱেন বেজবৰুৱাই সেই পুৰস্কাৰ লাভ কৰে। পৰীক্ষক আছিল পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু সত্যনাথ বৰা। এইখন এখন কাউৰীঠেঙীয়া বুৰঞ্জী, অৰ্থাৎ অতি অসম্পূৰ্ণ। তথাপি বহুত বছৰ সকলোৱে গ্ৰহণ কৰিছিল আৰু স্নাতকোত্তৰ মহলাত এইখনেই একমাত্ৰ হাতেৰে চুকি পোৱা পাঠ্য আছিল। স্নাতক মহলা আৰু স্নাতকোত্তৰ মহলাৰ কাৰণে আৱশ্যক হোৱাত কেইজনমান অধ্যাপকে বৰ সৰু কেইবাখনো অসমীয়া সাহিত্যৰ বুৰঞ্জী ৰচনা কৰিলে। তেওঁবিলাকে হেমচন্দ্ৰ গোস্বামীৰ Descriptive Cataloge আৰু সাহিত্যৰ চানেকি, আলোচনীত মাজে মাজে প্ৰকাশ হোৱা প্ৰবন্ধ, কালিৰাম মেধিয়ে সম্পাদন কৰা অঙ্কীয়া নাট আদিত পোৱা বিষয়বস্তু সামৰি এই পাঠ্যপুথিবিলাক ৰচনা কৰিছিল। প্ৰকৃত সাহিত্য বুৰঞ্জীৰ শাৰীলৈ এইবিলাক পুথি উঠিব নোৱাৰিলেও ছাত্ৰবিলাকক পৰীক্ষাৰ কাৰণে উপস্থিত হ'বলৈ ভালেখিনি সহায় কৰিছিল। সেইবোৰ পুথি আজিৰ ছাত্ৰ সমাজত প্ৰচলিত হৈ আছে।

অসমীয়া সাহিত্যৰ তিনিটা ধাৰা— সৰ্বভাৰতীয়, আঞ্চলিক আৰু বহিৰাগত ভাব আৰু বিষয়বস্তু আৰু ৰচনা-ৰীতি। উপযুক্ত আৰু যথেষ্ট উপাদান

ব্যৱহাৰ কৰি সেইবিলাকৰ বিচাৰ কৰাটোৱেই সাহিত্যৰ বুৰঞ্জী লেখকৰ প্ৰধান কৰ্তব্য।

অসমৰ বাহিৰৰ পুথি সংগ্ৰহত থকা অলেখ অসমীয়া হাতে লেখা পুথিৰ সম্ভেদ পোৱা গৈছে। সেইবোৰৰ ব্যৱহাৰ কেতিয়া হ'ব? আমাৰ গীত-নাটৰ ওপৰত গভীৰ বৌদ্ধ প্ৰভাৱৰ কথা আমি চিন্তা কৰা উচিত। লুইপাদ প্ৰথম অসমীয়া কবি। তদুপৰি পৰ্বত-ভৈয়ামৰ লোক-সাহিত্যৰ লগত আমাৰ সম্বন্ধৰ গুৰুত্বপূৰ্ণ বিষয়টো একেবাৰে বাদ পৰি আছে। মুছলমানী প্ৰভাৱৰ কথাও পাহৰিব নালাগে। বিদেশৰ আন প্ৰভাৱৰ কথাই নকওঁ, ইংৰাজ কবিসকলৰ প্ৰভাৱৰ কথাকে আমি আলোচনা কৰা নাই। আধুনিক অসমীয়া কবিতা যে পেলগ্ৰেভৰ জেপৰ পৰা ওলাইছে ইয়াক অতিৰঞ্জিত বুলি ক'ব নোৱাৰি। গতি-মতি আৰু প্ৰভাৱৰ কথাৰ আলোচনা সাহিত্য বুৰঞ্জীৰ প্ৰধান কৰ্তব্য। ○○

# অসমীয়া সাহিত্যৰ তিনিটা ধাৰা

তিনিটা ধাৰা গোট খাই অসমীয়া সাহিত্য হৈছে। ময়ো এই কথাটো ভয়ে ভয়ে আৰু বিনয়েৰে কৈছোঁ; কিয়নো সাহিত্যৰ বুৰঞ্জী অতি জটিল আৰু বিভিন্ন প্ৰভাৱ মিলিহে একোটা সাহিত্যৰ সৃষ্টি হয়। বহুত দিশৰ পৰা বহুত প্ৰভাৱ আহি পৰে আৰু গোটেইবোৰ ধৰিব পৰাও বৰ সহজ কথা নহয়। অতি চমু কৰিবলৈহে মই তিনিটা ধাৰা বুলি কৈছোঁ। প্ৰথমটো ধাৰা সৰ্বভাৰতীয়. দ্বিতীয়টো আঞ্চলিক আৰু তৃতীয়টো বহিৰাগত।

সৰ্বভাৰতীয় প্ৰভাৱ বুলিলে সংস্কৃত ভাষা আৰু সাহিত্যৰ যোগেদি আমাৰ ইয়ালৈ অহা সোঁতটোৰ কথা বুজিব লাগে। এই প্ৰভাৱৰ মাজতে বৌদ্ধধৰ্ম আৰু সাহিত্যৰ প্ৰভাৱো ধৰা উচিত হ'ব। বৌদ্ধ সংস্কৃতি ভাৰতীয় সংস্কৃতিৰ এটা অংশমাত্ৰ আৰু ভালেখিনি বৌদ্ধ গ্ৰন্থ পালি ভাষাত ৰচিত হৈছিল।

অসমীয়া ভাষাৰ প্ৰায় নব্বৈটা শব্দই সংস্কৃত বা সংস্কৃতৰ পৰা ওলোৱা শব্দ। কামৰূপলৈ আৰ্যবিলাকৰ কিছুমান পৰিয়াল অহাৰ লগে লগেই ভাৰতৰ উত্তৰ-পূব অঞ্চলত সংস্কৃতৰ প্ৰভাৱ বিয়পি পৰে। ডক্টৰ সুনীতি কুমাৰ চট্টোপাধ্যায়ে কিৰাত সংস্কৃতিৰ বিষয়ে দিয়া বক্তৃতাত মন্তব্য কৰিছে যে ভাৰতীয় মহাকাব্য বিশেষকৈ মহাভাৰতৰ কাহিনী এই অঞ্চলৰ লোকৰ মাজত বিয়পি পৰিছিল। কামৰূপৰ ৰজা ভাস্কৰ বৰ্মাৰ সভাত চীনা পৰিব্ৰাজক পণ্ডিত হিউয়েনচাঙক এটি গীতেৰে অভ্যৰ্থনা কৰা হৈছিল। সেই গীতৰ কথা বিদেশী পণ্ডিতজনে নুবুজিলে। কিন্তু সুৰটো মঙ্গোলিয়ান। সেই গীত যি ভাষাত লিখা হৈছিল তাৰ ভাষা নিশ্চয় সংস্কৃতৰ প্ৰভাৱত উদ্ভৱ হোৱা কামৰূপ অঞ্চলৰ ভাষা হ'ব লাগিব। আমাৰ ভাষাত ৰচনা কৰা সাহিত্য বস্তুৰ উল্লেখ এয়ে প্ৰথম। লৌহপাদ (নৱম-দশম শতাব্দী) অসমীয়া ভাষাৰ প্ৰথম কবি যাৰ ৰচনা আমাৰ হাতত পৰিছে। এইজন বৌদ্ধ সহজীয়া, কবিৰ বিষয়ে পাছত কোৱা হ'ব। কমতা মণ্ডল দুৰ্লভ নাৰায়ণৰ দিনত মহাভাৰতৰ আখ্যান অৱলম্বন কৰি পদ ৰচনা কৰা হৈছিল। কমতাপুৰ কোচবিহাৰৰ পীতাম্বৰ কবিয়েও মাৰ্কণ্ডেয় পুৰাণ, ভাগৱত, হৰিবংশ আদি কথা অৱলম্বন কৰি পদ ৰচিছিল। আন হাতে বৰাহী ৰজা মহামাণিক্যৰ ৰাজসভাৰ কবি মাধৱ কন্দলীয়ে চতুৰ্দশ শতাব্দীৰ বাল্মীকিৰ ৰামায়ণ সৰল আৰু সুৱলা পদত সংক্ষেপে অসমীয়ালৈ ভাঙনি কৰে। এই কবিজনৰ প্ৰভাৱ ৰাজসভাৰ সীমাতে আবদ্ধ নাথাকি সমগ্ৰ কামৰূপতে বিয়পি পৰে আৰু পৰৱৰ্তী কালৰ বৈষ্ণৱ প্ৰচাৰক আৰু কবি মহাপুৰুষ শঙ্কৰদেৱে, মাধৱ কন্দলীক অপ্ৰমাদী পূৰ্ব কবি বুলি স্বীকৃতি দিয়ে। মহাপুৰুষ শঙ্কৰদেৱৰ আগতে

কবি হেম সৰস্বতীয়েও প্ৰহ্লাদ চৰিত্ৰৰ কথা অৱলম্বন কৰি পদ ৰচনা কৰিছিল। এই প্ৰহ্লাদ চৰিত্ৰৰ কথা মহাভাৰতৰ পৰাও আনিব পাৰে। ভাগৱতী ধৰ্মৰ বানপানী শঙ্কৰদেৱৰ যুগতহে আহিছিল। এই বানপানীয়ে গোটেই অসমকে বুৰালে, সেই বানপানী আজিও শুকোৱা নাই। অসমৰ বৈষ্ণৱ সাহিত্যক ভাগৱত সাহিত্য বুলিলেও কোনো দায় ধৰিব নোৱাৰে; কিয়নো বৈষ্ণৱ সাহিত্যৰ সাধকসকল যেনে— শঙ্কৰদেৱ, মাধৱদেৱ, ভট্টদেৱ, অনন্ত কন্দলী এইসকলে বিশেষকৈ ভাগৱত পুৰাণৰ কথা বস্তুক অৱলম্বন কৰিয়েই গীত, পদ, নাট, গদ্য ৰচনা কৰিছিল। এই ৰচনাসমূহ কেৱল অনুবাদ নহয়— অনুসৃষ্টিও (transcreation)। এই ৰচনাসমূহে আজিও আমাৰ আদৰ পাইছে কেৱল ধৰ্ম প্ৰচাৰক বুলিয়েই নহয়, ইয়াৰ মনোৰম গুণত। এই সাহিত্যই মানুহৰ ৰুচি উন্নত কৰিলে; এইসকল সাহিত্যিক অসমৰ জনশিক্ষাৰ শক্তিমন্ত অগ্ৰদূত।

ইয়াৰ আগতে উল্লেখ কৰা হৈছে যে বৌদ্ধ সহজীয়া কবি লৌহপাদ প্ৰথম অসমীয়া কবি আৰু সহজীয়া গীতসমূহ অসমীয়া সাহিত্যৰ প্ৰথম সম্পদ। ভগৱান বুদ্ধই জনসাধাৰণক পালিভাষাত তেওঁৰ ধৰ্মবাণী প্ৰচাৰ কৰিছিল। জনসাধাৰণৰ ভাষাত ধৰ্ম প্ৰচাৰ কৰা তেৱেঁই প্ৰথম। সহজীয়া কবিসকলৰ প্ৰহেলিকাপূৰ্ণ ৰচনা কেৱল সহজীয়া সম্প্ৰদায়ৰ ভিতৰতে আবদ্ধ হৈ থাকিলেও আৰু এই দেশৰ পৰা সেই সাহিত্য লোপ পোৱাৰ নিচিনা হ'লেও ইয়াৰ মাত-কথা-বচন আমি অজ্ঞাতসাৰে আজিও ব্যৱহাৰ কৰি আছোঁ। এই চৰ্যা গীতসমূহে কামৰূপ অঞ্চলৰ ভাষাত ধৰ্মগীত ৰচনা কৰাৰ প্ৰথা প্ৰৱৰ্তন কৰিলে আৰু আমাৰ বৰগীতসমূহো ইয়াৰেই উত্তৰাধিকাৰী। ভকতীয়া ফকৰাবিলাকৰ লগতো চৰ্যা গীতৰ প্ৰহেলিকা বাক্যৰ সাদৃশ্য আছে।

পণ্ডিতসকলৰ মতে ভাৰতীয় ভক্তিধৰ্ম বৌদ্ধ ধৰ্মৰ ফল। বৌদ্ধ ধৰ্মৰ আচাৰ-অনুষ্ঠান, নিয়ম-কানুন বহুতো আমাৰ অজ্ঞাতসাৰে বৈষ্ণৱ তথা ভক্তি ধৰ্মত ৰৈ আছে। সেইদৰে সাহিত্যতো জীৱনৰ ক্ষণভঙ্গুৰতা আৰু সংসাৰৰ অবিনশ্বৰতা আদি বৈৰাগ্য ভাব মধ্য যুগৰ ভাৰতীয় সাহিত্যতো সোমাই পৰিল। আমাৰ মহাপুৰুষসকলৰ গীত আৰু উপদেশ পঢ়ি চালে ইয়াৰ প্ৰমাণ পোৱা যায়। আমাৰ সাধুবিলাকৰ কেইটামানৰ লগত জাতকৰ কাহিনীৰ সাদৃশ্য দেখা যায়। তিব্বতৰ বৌদ্ধ সাধক মিলাৰেপাৰ গীতবিলাকৰ লগত আমাৰ বৰগীতৰো ভালেখিনি মিল আছে। আমাৰ বৈষ্ণৱ সাহিত্যৰ অঙ্কীয়া নাটবোৰতো বৌদ্ধ নাটকৰ সাদৃশ্য বহুতো পণ্ডিতে দেখা পায়। আমাৰ এই নাটক বা অৰ্ধনাটক (quasidrama)-বোৰত দেখা যায় গদ্যৰ সংলাপবিলাকৰ কথা, গীততো দোহাৰে। কোনো কোনো বৌদ্ধ গ্ৰন্থতো এনে ৰীতি দেখা যায়। তিব্বতৰ বৌদ্ধ

নাটকতো এনে ৰীতি অৱলম্বন কৰিছে। গতিকে দেখা যায় আমাৰ স্থানীয় বৈষ্ণৱ ধৰ্ম আৰু সাহিত্যই বৌদ্ধ প্ৰভাৱ এৰাব পৰা নাই।

আমাৰ দেশত প্ৰচলিত সাধুকথাবিলাক সাধাৰণতে এই অঞ্চলৰ নিজা সম্পদ। লোকগীতৰ সুৰবিলাকো এই অঞ্চলৰে সম্পদ আৰু লোকগীতৰ পৃথিৱী-প্ৰীতিও থলুৱা বস্তু। আমাৰ কেউফালে থকা জাতি-উপজাতিসমূহৰ সঙ্গীতৰ সুৰ আৰু কথা কাহিনীৰ বস্তু অসমীয়া সাহিত্যৰ বধ কাব্যবোৰৰ বিষয়বস্তু খুব সম্ভৱ থলুৱা বস্তু। মূল মহাভাৰতত এইবোৰ নাই। ৰাম সৰস্বতীয়ে এই কাহিনীবোৰত বৈষ্ণৱীয় ভাৱ মিহলাই তেওঁৰ বনপৰ্বৰ মাজত সুমুৱাই দি বনপৰ্বটোক শকত কৰি থৈ গৈছে।

আহোমৰ ৰাজত্ব কালতে ইছলাম ধৰ্মৰ প্ৰচাৰক আজান ফকিৰে অসমীয়া লোকগীতৰ সুৰ অৱলম্বন কৰি ধৰ্মীয় গীত জিকিৰবিলাক অসমীয়া সাহিত্যৰ ভঁৰালত দি গৈছে, ইও অপূৰ্ব সম্পদ। মুছলমানী সাহিত্যৰ প্ৰভাৱ অসমীয়া সাহিত্যত অতি কম যেন লাগে, তথাপি চাহা-পৰীৰ নিচিনা আখ্যানত কিঞ্চিৎ দেখা যায়। কবিৰাজ চক্ৰৱৰ্তীৰ শকুন্তলা আখ্যানতো তেনে প্ৰভাৱৰ ছাঁ পৰিছে। উল্লেখ কৰিব পাৰি যে এই শকুন্তলা কাব্য, যাক লেখকে দুষ্যন্ত চৰিত্ৰ বুলি কৈছে, কালিদাসৰ শকুন্তলা নাটকৰ লগত ই বহুতো নিমিলে, কিন্তু কবিৰাজ চক্ৰৱৰ্তীয়ে অলপ সাল-সলনি কৰিছে আৰু কোনো ঠাইতে কালিদাসৰ উল্লেখ কৰা নাই। উৰহীৰ ওৰ, অসমীয়া গদ্যৰ গুৰিও প্ৰকৃততে টাইসকলৰ বুৰঞ্জীহে।

আহোমসকলৰ ৰাজত্ব কালত শাক্ত সাহিত্যৰ গ্ৰন্থ অসমীয়ালৈ অনুবাদ কৰা হৈছিল। তাৰ ভিতৰত দুখন উল্লেখযোগ্য, শঙ্কৰাচাৰ্য্যৰ সৌন্দৰ্য্যলহৰী আৰু ৰুচিনাথ কন্দলীৰ চণ্ডী। আহোমৰ দিনতেই আউনীআটি সত্ৰৰ এগৰাকী অধিকাৰে প্ৰবোধ চন্দ্ৰোদয়ৰ আৰ্হিত মহামোহ নাম দি সংস্কৃত নাটক এখন (Morality Play) ৰচনা কৰিছিল। সেই নাটক লুপ্ত হ'ল কিন্তু তাৰ কথা বস্তু অৱলম্বন কৰি এজন কবিয়ে লিখি থৈ যোৱা মহামোহ কাব্য ৰৈ গ'ল। আহোমসকলৰ ৰাজত্বৰে কালতে জয়দেৱৰ গীতগোবিন্দৰ অনুবাদো অসমীয়া কবিয়ে কৰিছিল। ইয়াৰ বাহিৰেও সংস্কৃত ভাষাত লিখা নৃত্য বিষয়ক, যুদ্ধ বিষয়ক আৰু হাতীৰ বিষয়ক গ্ৰন্থও অসমীয়ালৈ ভাঙনি হৈছিল। চাণক্যৰ পদৰ ভাঙনিও পোৱা গৈছে। যোগিনীতন্ত্ৰক অৱলম্বন কৰি হাজোৰ মণিকূটৰ বিৱৰণো পোৱা গৈছে। উল্লেখযোগ্য যে বৈষ্ণৱ যুগত ঘাইকৈ বৈষ্ণৱ পুৰাণ আদিৰ অনুবাদহে কৰা হৈছিল; কিন্তু আহোম ৰজাৰ ৰাজত্বকালত বিবিধ বিষয়ৰ অনুবাদ অসমীয়া পণ্ডিত কবিয়ে কৰিছিল, আন কি জ্যোতিষৰ সংস্কৃতৰ পৰা অসমীয়ালৈ অনুবাদ কেৱল ধৰ্ম শাস্ত্ৰতে সীমাবদ্ধ আছিল, প্ৰকৃত সাহিত্য অৰ্থাৎ ৰস সাহিত্যৰ অনুবাদ অসমীয়াত দেখা নাযায়। মোৰ এই ধাৰণা যে অসমত

সংস্কৃতৰ চৰ্চা ধৰ্মগ্ৰন্থ আৰু স্মৃতি আদিতে সীমিত। প্ৰয়োগ ৰত্নমালা ব্যাকৰণত কিন্তু কালিদাস, ভাৰবী আদি দুই-চাৰিটা উদাহৰণ পোৱা যায়। সংস্কৃতৰ পুষ্টিকৰ খাদ্য অসমে সামান্যহে পালে। মহাপুৰুষ দুজনা ইয়াৰ ব্যতিক্ৰম। নৰনাৰায়ণ ৰজায়ো অৱশ্যে সংস্কৃত চৰ্চাৰ পৃষ্ঠপোষকতা কৰিছিল।

পশ্চিমীয়া প্ৰভাৱ আমাৰ দেশলৈ অতি পলমকৈ আহিল। পশ্চিমীয়া মানে মই ইংৰাজীৰ প্ৰভাৱৰ কথাকে কৈছোঁ। ইংৰাজীৰ যোগেদিয়েই পশ্চিম দেশৰ প্ৰভাৱ আমি পাওঁ। বঙ্গদেশত যেতিয়া ডাওৰি আনি ভঁৰালত পেলায়হি, আমি তেতিয়া পথাৰত হাল জুৰিছোঁ। মহাৰাণীৰ ৰাজত্বৰ শেষৰ ফালেহে আমাৰ সাহিত্যলৈ পাশ্চাত্যৰ প্ৰভাৱ আহে। আধুনিক ভাৰতীয় সাহিত্য বুলিলেই পাশ্চাত্যৰ সাৰত গজা সাহিত্য। পৃথিৱী আৰু মানুহৰ প্ৰতি স্বীকৃতি এই নতুন সাহিত্যৰ প্ৰধান লক্ষণ। কবি Wordsworth ৰ -

Much its grives my heart to think
What man has made of man.

এইফাঁকি আধুনিক অসমৰ জ্যেষ্ঠ কবি চন্দ্ৰকুমাৰৰ তেজীমলা কবিতাৰ বুকুত সোমাই আছে। এইজনা কবিৰে বীণবৰাগী কবিতাৰ আৰম্ভণিতে এটা স্তবক হুবহু Walter Scott ৰ পৰা অনা। এইজনা স্কটৰ আৰ্হি লৈয়ে ৰজনীকান্ত বৰদলৈৰ মনোমতী, তেওঁৰ নিৰ্মল ভকত নামৰ সৰু উপন্যাসো টেনিচনৰ গল্পৰ আধাৰত লেখা। অসমৰ প্ৰথম পূৰ্ণাঙ্গ নাটক ভ্ৰমৰঙ্গ চেক্সপিয়েৰৰ নাটকৰ বিষয়বস্তুৰ আধাৰত ৰচিত। এইদৰে দেখা যায় আধুনিক অসমীয়া সাহিত্যই ভালেখিনি পলমকৈ হ'লেও ইংৰাজী ভাষাৰ মাধ্যমতে কেইবাটাও বিদেশী ভাষাৰ সাহিত্য অসমীয়া মানুহে পঢ়িবলৈ পাইছে। আৰু ইয়াৰ ফলত সাহিত্যৰ বৈচিত্ৰ্য বাঢ়িছে। আমাৰ পদ্য সাহিত্য একপ্ৰকাৰ পেলগ্ৰেভৰ (Palgrave) জেপৰ পৰা ওলোৱা বুলিলে অলপ অত্যুক্তি হ'লেও অসত্য নহয়। অসমীয়া সাহিত্যৰ বৰ্তমান যুগ প্ৰস্তুতিৰ (Preparation) যুগ, ফল ধৰিবলৈ দিন আছে। সমগ্ৰ ভাৰতৰ, এই অঞ্চলৰ আৰু ভাৰতবৰ্ষৰ বাহিৰৰ পৰা অহা বিভিন্ন প্ৰভাৱে আমাৰ অসমীয়া সাহিত্যক সমৃদ্ধ কৰিছে, কিন্তু মধ্য যুগৰ অসমীয়া সাহিত্যই সংস্কৃতৰ পৰা পোৱা প্ৰভাৱে আমাৰ সাহিত্যক আজিও সৰ্বসাধাৰণৰ আদৰৰ বস্তু কৰি ৰাখিছে। আজিও সৰহ ভাগ মানুহে মধ্যযুগীয়া কীৰ্তন-দশম পঢ়ে আৰু আনন্দ পায়। যমদূতৰ ভয় আৰু বৈকুণ্ঠৰ প্ৰলোভন আজিও আছে। সাহিত্যৰ বুৰঞ্জীত নানা প্ৰভাৱৰ কথা পোৱা যায় আৰু নিজৰ মতি-গতি আৰু আনৰ পৰা পোৱা প্ৰভাৱ বিচাৰ কৰাই সাহিত্যৰ বুৰঞ্জীৰ কৰ্ম। প্ৰাণৱন্ত সাহিত্যৰ জীৰ্ণ শক্তিও আছে। অসমীয়া সাহিত্যৰ তিনিটা ধাৰাতে সম্পূৰ্ণ বা শেষ কথা বুলি ধৰি নলব। দুষ্যন্ত ৰজাই বিদূষকক কোৱাৰ দৰে "ন পৰমাৰ্থ ন গৃহীতবাম।" ○○

# আহোম ৰাজত্ব আৰু অসমীয়া সাহিত্য

বৈষ্ণৱী যুগৰ অসমীয়া সাহিত্য ওজনত গধুৰ হ'লেও ই কেৱল ধৰ্মীয় বিষয়তে সীমাবদ্ধ। এই যুগৰ সাহিত্য প্ৰচাৰধৰ্মী আৰু শিক্ষামূলক। কৃষ্ণ উপাসনা (Krishna cult) আৰু নামধৰ্ম এই সাহিত্যৰ বিষয়বস্তু। বিশ্বজগত ক্ষণস্থায়ী আৰু জীৱন ক্ষণভঙ্গুৰ (brittle)। এই সাহিত্য বিশেষকৈ ভাগৱত পুৰাণ আৰু নামধৰ্মৰ অনুকূল সংস্কৃত গ্ৰন্থৰ আধাৰত ৰচিত। ৰাম সৰস্বতীৰ মহাভাৰতৰ কেইটামান পৰ্ব ইয়াৰ ব্যতিক্ৰম হ'লেও এই কবিৰ বধকাব্যবোৰ ভাগৱতাশ্ৰয়ী। সেই গুণে এই পৰ্বখিনিক বৈষ্ণৱ পৰ্বও বোলা হয়। পূৰ্ব কবি মাধৱ কন্দলীৰ ৰামায়ণে শঙ্কৰদেৱৰ সমসাময়িক অনন্ত কন্দলী আৰু তেওঁৰ মতাবলম্বী কবিৰ স্থূলহস্তত পৰি বেলেগ ৰূপ ল'লে। আজিকালি মাধৱ কন্দলীৰ বস্তু কোনখিনি আৰু অনন্ত কন্দলীসকলৰ সংযোজন কোনখিনি তাক নিৰ্ণয় কৰাই টান হৈ পৰিছে।

আন হাতে, পৰৱৰ্তী আহোম ৰাজত্ব যুগৰ সাহিত্যত বৈষ্ণৱ সাহিত্যৰ বাহিৰেও আন আন বিষয়ৰ সংস্কৃত গ্ৰন্থৰ অনুবাদ কৰা হয়। বৈষ্ণৱৰ লগত কোনো সংঘৰ্ষ নোহোৱাকৈ আহোম ৰজাসকলৰ কেইজনমানে শাক্ত ধৰ্ম গ্ৰহণ কৰিছিল আৰু শাক্ত গ্ৰন্থৰ অসমীয়া অনুবাদৰ পৃষ্ঠপোষকতা কৰিছিল। উদাহৰণ স্বৰূপে ৰুচিনাথ কন্দলীৰ চণ্ডী আৰু আগমাচাৰ্যৰ আনন্দলহৰীৰ অনুবাদ বিশেষ উল্লেখযোগ্য। আজান ফকীৰৰ জিকিৰ গীতসমূহ এই যুগৰেই অৱদান। ৰুচিনাথ কন্দলীৰ অনুবাদ শক্তিমন্ত আৰু প্ৰথমে পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে এই পুথি সম্পৰ্কে দৃষ্টি আকৰ্ষণ কৰে। এই পুথি আজিও প্ৰকাশ হোৱা নাই বুলি জানো। আনন্দলহৰী বিখ্যাত শঙ্কৰাচাৰ্যৰ সৌন্দৰ্যলহৰীৰ প্ৰথমাংশ। আৰু এই হাতেলিখা পুথি চিত্ৰসম্বলিত। এই পুথিও উপযুক্তভাৱে সম্পাদন কৰা হোৱা নাই বুলি গম পাইছোঁ।

আহোমৰ যুগতে কুমৰ হৰণ নামে এখন পুথি কোনোবা বুদ্ধিমান লেখকে চন্দ্ৰভাৰতীৰ নাম দি লিখি সৰ্বসাধাৰণ পাঠকৰ মনোৰঞ্জন কৰিবলৈ চেষ্টা কৰে। এই পুথি শৃঙ্গাৰ ৰসৰ প্ৰদৰ্শন আৰু আহোম ৰাজত্বৰ শেষৰ ফালৰ ৰুচিৰ পৰিচয় দিয়ে। গাৱঁলীয়া ডেকাৰ মাজত এই পুথি আজিও প্ৰিয়। কিন্তু আমাৰ আধুনিক পণ্ডিতসকলে এই পুথিকে অনন্ত কন্দলীক প্ৰকৃত চন্দ্ৰভাৰতীৰ ৰচনা বুলি ইয়াক বৈষ্ণৱ সাহিত্যৰ মাজত ঠাই দিছে। আৰু বৈষ্ণৱ সাহিত্যৰূপে বিশ্ববিদ্যালয়তো ঠাই পাইছে। টেঙৰ মানুহে পণ্ডিত লোকৰ চকুতো ধূলি মৰাৰ ই এটা উদাহৰণ।

শঙ্কৰদেৱৰ ৰুক্মিণী হৰণ আৰু এই চন্দ্ৰ ভাৰতীৰ কুমৰ হৰণৰ মাজত বিৰাট ব্যৱধান।

সংস্কৃত সাহিত্যৰ এখন নাটক প্ৰবোধ চন্দ্ৰোদয় সংস্কৃত সাহিত্যৰ বিখ্যাত গ্ৰন্থ। মানুহৰ অমূৰ্ত (Abstract) দোষ-গুণবিলাকক এই নাটকত চৰিত্ৰৰূপে অঙ্কিত কৰা হৈছে।

এই নাটকৰ আৰ্হি লৈ আহোম ৰাজত্ব কালত আউনীআটি সত্ৰৰ এগৰাকী অধিকাৰে অসমীয়া ভাষাত এখন নাটক ৰচনা কৰে। এই নাটক আজিকালি লুপ্ত। কিন্তু সেই সময়ৰ এজন কবিয়ে নাটকখনিৰ বিষয়বস্তু অৱলম্বন কৰি মহামোহ কাব্য নামে এখন কাব্য ৰচনা কৰি থৈ গৈছে। আৰু কৃষ্ণকান্ত সন্দিকৈ উপাচাৰ্য থকা কালতে তেওঁৰ উৎসাহত এই পুথি প্ৰকাশ হৈছে। সংস্কৃত সাহিত্যৰ ধৰ্মগ্ৰন্থহে বিশেষকৈ অসমীয়া ভাষালৈ অনুবাদ কৰা হৈছিল, কিন্তু কালিদাস প্ৰভৃতি কবিৰ ৰসকাব্য প্ৰকাশ হোৱা দেখা নাযায়। কেৱল ফুলেশ্বৰী বৰৰজাই তেওঁৰ সভাকবি কবিৰাজ চক্ৰৱৰ্তীৰ হতুৱাই শকুন্তলাৰ কাহিনী অসমীয়া পদত ৰচনা কৰায়। এই পুথিৰ নাম দুষ্যন্ত চৰিত্ৰ। মূলকথাত পাৰ্থক্য বৰ নাথাকিলেও কবিৰাজ চক্ৰৱৰ্তী কালিদাসৰ পৰা কিছু আঁতৰি গৈছে আৰু বহুত কথা তাত সংযোগ কৰি সৰ্বসাধাৰণৰ মনোৰঞ্জন কৰিবলৈ চেষ্টা কৰিছে। কালিদাসৰ শকুন্তলাৰ ই গ্ৰাম্য সংস্কৰণ (editio vulgata)। উল্লেখযোগ্য যে কবিৰাজ চক্ৰৱৰ্তীয়ে তেওঁৰ গ্ৰন্থত কালিদাসৰ কোনো উল্লেখ কৰা নাই, তেওঁৰ গ্ৰন্থ কালিদাসৰ পোনপটীয়া প্ৰভাৱৰ ফল নহয় নেকি?

আহোম ৰাজত্ব কালতে ৰামচন্দ্ৰ বৰপাত্ৰ নামে এজনে যোগিনীতন্ত্ৰৰ আধাৰত হাজোৰ মঠ-মন্দিৰ আৰু তাৰ দাঁতি-কাষৰীয়া ঠাই সম্বন্ধে এখনি পদ পুথি লিখি থৈ গৈছে। সেই সময়ৰ সামাজিক আৰু সাংস্কৃতিক তথ্য সেই গ্ৰন্থৰ পৰা পোৱা যায়। বহুদিনৰ পূৰ্বেই এই পুথি প্ৰকাশ হৈছিল। আজিকালি পোৱা নাযায়। স্বৰ্গীয় সোণাৰাম চৌধুৰীৰ হাতত মই কলেজত পঢ়া অৱস্থাতে এই পুথি দেখা পাইছিলোঁ। চাণক্যৰ শ্লোকবিলাকৰো পদ্য অনুবাদ এখন পুথিত পোৱা গৈছে। সংস্কৃত পদ্যত লিখা জ্যোতিষৰ একাংশৰ অসমীয়া পদ্য অনুবাদো কৰা হৈছিল। সেই সম্পৰ্কে অসম সাহিত্য সভাৰ পত্ৰিকাত কেইবছৰমানৰ পূৰ্বে এটি টোকা লিখিছিলোঁ। হাতীৰ লক্ষণ আৰু ৰোগ সম্পৰ্কে লিখা হস্তীবিদ্যাৰ্ণৱ নামে পুথিও ভুলে-শুদ্ধে ছপা হৈছে। হস্তমুক্তাৱলী নামে হাতৰ মুদ্ৰা সম্বন্ধীয় (নৃত্যকলাৰ) পুথিও এই যুগতে অসমীয়া ভাষাত লিখা হৈছিল। জয়দেৱৰ গীতগোবিন্দ পুথি কবিৰাজ চক্ৰৱৰ্তীয়ে অসমীয়া পদলৈ ভাঙিছিল। মহাপুৰুষ

শঙ্কৰদেৱে জয়দেৱৰ নাম পৰ্যন্ত উল্লেখ কৰা নাই, বোধকৰো ভালেই কৰিছিল। নীতিলতাঙ্কুৰ নামে এখনি যুদ্ধ বিষয়ৰ গ্ৰন্থ বিভিন্ন সংস্কৃত গ্ৰন্থৰ পৰা আহৰণ কৰি অসমীয়া গদ্যলৈ অনুবাদ কৰা হৈছিল আহোম ৰাজত্বৰ শেষৰ ফালে।

ৰাম সৰস্বতী আৰু তেওঁৰ সমসাময়িক আৰু পৰৱৰ্তী কবিসকলে মহাভাৰতৰ অনুবাদ খুব সম্ভৱ সম্পূৰ্ণ কৰিব নোৱাৰিলে। আহোমসকলৰ ৰাজত্ব কালত লক্ষ্মীনাথ দ্বিজ আৰু পৃথুৰাম দ্বিজ প্ৰভৃতিয়ে মহাভাৰতৰ বাকীখিনি অনুবাদ কৰি সম্পূৰ্ণ কৰে। বহু কালৰ পৰাই অসমত মহাভাৰত ৰচনা কৰা এটা ঐতিহ্য চলি আছিল যেন লাগে। ৰামায়ণৰ এক অংশৰ গদ্যও এই যুগতে ৰচিত হয়। আহোম ৰাজত্বৰ শেষৰ ফালে তুলসী দাসৰ ৰামচৰিত্ৰ মানসৰ এক কাণ্ডও অসমীয়া পদ্যলৈ অনুবাদ কৰা হৈছিল। এই সম্পৰ্কত লিখা মোৰ সৰু টোকা অসম সাহিত্য সভা পত্ৰিকাত কেইবছৰমানৰ পূৰ্বে প্ৰকাশ পাইছিল।

এইবিলাকৰ পৰা দেখা যায় আহোম যুগৰ অসমীয়া সাহিত্যৰ বৈচিত্ৰ্য আছিল, কেৱল বৈষ্ণৱী বিষয়তে সাহিত্য ৰচনা আবদ্ধ হৈ থকা নাছিল। গুৰুচৰিত্ৰ বুলি লিখা গদ্যগ্ৰন্থ এই যুগতেই কোনোবাই লিখে। কিন্তু এই পুথিৰ উদ্ভৱ ৰহস্যৰে আবৃত বুলি বহুতে মত প্ৰকাশ কৰে।

আচল কথা কোৱাই হোৱা নাই। আধুনিক অসমীয়া গদ্য সাহিত্যৰ গুৰি টাইসকলে অসমলৈ লৈ অহা বুৰঞ্জী ৰচনাৰ প্ৰথা। টাইসকল অসমলৈ আহি অসমীয়া ভাষা আৰু আন কি ধৰ্ম গ্ৰহণ কৰি অসমীয়া জাতি শকত-আবত কৰিলে। আহোম ৰাজত্বৰ শেষ ৰচনা অজ্ঞাতনমা অসমীয়া টুকৰীয়া কবি (Minsteil) ঘিণাই বৰফুকনৰ গীত। এইটি এটি সুন্দৰ বস্তু যদিও মানুহে ইয়াক মূল্য দিয়া নাই। ইয়াৰ বিষয়বস্তু ৰাজনৈতিক হত্যা। কিন্তু আৰম্ভতে আই সৰস্বতীক প্ৰণাম কৰিহে কবিয়ে গীত জুৰিছে। কিন্তু এলাহ আৰু বিলাসিতাই বিশেষকৈ গৃহকন্দলে অসমীয়া জাতিটোৰ কঁকাল ভাঙিলে। কঁকাল পোনাবলৈ আৰম্ভ কৰিছে, আশাকৰোঁ সোনকালে থিয় হ'ব পাৰিব। OO

# সাহিত্যৰথী বেজবৰুৱাৰ স্মৃতিত

সাহিত্যৰথীৰ মৃত্যুৰ প্ৰায় এবছৰৰ আগৰ কথা। মই জে বি কলেজত যোগ দিয়া সময়ত দুৱৰাৰ বহাত সাহিত্যৰথীক ভাগ্যক্ৰমে লগ পালোঁ। তেওঁ সম্বলপুৰৰ পৰা কলিকতালৈ আহিছিল। দুৱৰাই ক'লে, "শ্ৰীমান যজ্ঞেশ্বৰে অসমীয়া কবিতাৰ এখন বছা বছা সঙ্কলন গোটাবলৈ আৰম্ভ কৰিছে।" বেজবৰুৱাই ক'লে, "মই কথাটো জানো। তুমি প্ৰথমতে আধুনিক যুগৰ কবিতাৰ এশ-ছকুৰিমান পেলগ্ৰেডৰ আৰ্হিত গোটাই প্ৰকাশ কৰা। তোমাৰ সমালোচকৰ দৃষ্টিভঙ্গী আছে আৰু ৰুচিও আছে। মই আশাকৰোঁ তোমাৰ সংগ্ৰহ এখন উৎকৃষ্ট কবিতা পুথি হ'ব আৰু বি-এ পৰীক্ষাৰ কাৰণে উপযুক্ত পাঠ্য হ'ব।" মই ক'লোঁ, আপুনি কিন্তু পাতনিখন লেখিবই লাগিব।" বেজবৰুৱাই ক'লে, "আশীৰ্বাদ কৰিছোঁ তোমাৰ কামটো হৈ লওক। মোৰ পাতনি এডোখৰ পাবাই।" কেইবাবছৰো ৰাজহুৱা পুথিভঁৰাল, শিক্ষানুষ্ঠানৰ আৰু বেণুধৰ শৰ্মাৰ দৰে লোকৰ পুথিৰ সংগ্ৰহ চাই চাই আৰু যিমান দূৰ পৰা যায় আলোচনী কাকতবিলাকো তন্ন তন্নকৈ পঢ়ি আঢ়ৈশমান কবিতা উলিয়ালোঁ। তাৰ ভিতৰত আকৌ কিছুমান বাদ দি এশ (১০০)কৈ দুখনমান সৰহ দি কবিতা "শতপত্ৰ" নাম দি প্ৰকাশ কৰিবলৈ মন কৰিলোঁ। ডঃ জীৱকান্ত শইকীয়াই এজন ল'ৰাৰ হতুৱাই দুটা 'কপি' কৰালে। তেওঁৰ খৰচতে। নগাওঁৰ মোৰ আত্মীয় প্ৰমোদৰাম ভট্টাচাৰ্যই নগাওঁৰে এটা ছপাশালত ছপা কৰিবলৈ দি প্ৰকাশকৰ দায়িত্ব ল'লে।

ইতিমধ্যে সকলোৱে জানিবলৈ পালে, বেজবৰুৱাৰ বৰ অসুখ, ডিব্ৰুগড়ৰ, জীয়েক-জোঁৱায়েকৰ লগত আছেহি। আমি কেইজনমান অধ্যাপক তেওঁক চাবলৈ গ'লোঁ আৰু দেখি বৰ দুখ লাগিল। ভগৱন্তক প্ৰাৰ্থনা কৰিলোঁ তেওঁ যেন অতি সোনকালে আৰোগ্য হয়। লাহে লাহে অলপ আৰোগ্য হ'বলৈ লিখিলোঁ। "শতপত্ৰ" নামটো তেওঁ বৰ ভাল পাইছিল। এমাহমানৰ মূৰত তেওঁৰ পৰা এখন চিঠি আহিল। তাত লিখিছিল, "কলিকট আকৌ কাতৰ হৈ পৰিছোঁ। মাজে মাজে অলপ সকাহ পাওঁ। আজি অলপ বাৰু পাই তোমাৰ চিঠিৰ উত্তৰ নিজে লিখিছোঁ।" মোৰ মনটো ভাল লাগিল। তেওঁ লিখিছিল, "ছপা হোৱা ফৰ্মা দুই-এটা মাজে মাজে মোলৈ পঠাই থাকিবা। মই পঢ়ি আনন্দ পাম। আৰু শেষত সৰু-সুৰাকৈ পাতনি এটি পঠিয়াম।" কিন্তু সেই নজনাজনৰ কি ইচ্ছা তেওঁৰ অসুখ বাঢ়িবলৈহে ধৰিলে। ছপা পুথিৰ ফৰ্মা তেওঁ দেখিবলৈ নাপালে। বোধকৰোঁ তেওঁৰ আন্তৰিক আশীৰ্বাদ "শতপত্ৰই" আজিও শিৰত লৈ আছে।

মৃত্যু দিৱসৰ সময়ত আজি আমাৰ এই শ্ৰদ্ধাঞ্জলি তেওঁৰ পুণ্য স্মৃতিলৈ। OO

# কবি গুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰলৈ শ্ৰদ্ধাৰ্ঘ

[আন আন কবি সাহিত্যিকসকলেও ৰবীন্দ্ৰনাথৰ প্ৰভাৱ এৰাব পৰা নাই। পঁচিশ বহাগ তেওঁৰ জন্মদিন। সেই উপলক্ষে মহাকবিলৈ আমাৰ আন্তৰিক শ্ৰদ্ধা ]

## মানুহৰ কবি ৰবীন্দ্ৰনাথ

মানুহে মানুহৰ সুখ-দুখ, আনন্দ-বেদনা উপলব্ধি কৰিবলৈ চেষ্টা নকৰিলে পৰস্পৰৰ মাজত কেতিয়াও আত্মীয়তা গঢ়ি নুঠে। কবি-শিল্পী-সাহিত্যিকসকলে তেওঁলোকৰ লিখনিত সেই কথাই প্ৰকাশ কৰি আহিছে। মানৱ সমাজৰ সৰ্বাঙ্গীন কল্যাণৰ হকে অমোঘ বাণী দিয়া বৰেণ্য কবি-সাহিত্যকসকলৰ লিখনিয়ে মানুহক প্ৰতি ক্ষেত্ৰতে প্ৰেৰণা যোগোৱাৰ উপৰিও আত্মমৰ্যাদাবোধ উপলব্ধি কৰিবলৈয়ো শিকনি দিছে।

অসাধাৰণ প্ৰতিভাৰে সাহিত্য জগতত সন্মান আৰু যশস্যা অৰ্জন কৰা ৰবীন্দ্ৰনাথো ঘাইকৈ মানুহৰ কবি। তেওঁৰ বিশাল সাহিত্য কৰ্মৰ অধিকাংশতে মানুহ আৰু মানুহৰ বিভিন্ন কথাই স্থান পাইছে। যদিওবা তেওঁ, 'বাঙলাৰ মাটি, বাঙলাৰ জল, বাঙলাৰ বায়ু, বাঙলাৰ ফল— পুণ্য হউক, পুণ্য হউক, পুণা হউক হে ভগবান' বুলি প্ৰাৰ্থনা কৰিছে তথাপি তেওঁৰ বেছি ভাগ লিখনিতে সকলো দেশৰ সকলো ঠাইৰ মানুহৰ কথাই আছে। 'প্ৰবাসী' কবিতাত তেওঁ 'দেশে দেশে মোৰ দেশ', 'ঘৰে ঘৰে পৰমাত্মীয়' আছে বুলি কৈছে। আন কি তেওঁৰ মানত প্ৰবাস বুলি কোনো অৰ্থ নাই। যাক পৰ বুলি ভবা হয় সিয়েই দেখোন কবিক বাৰে বাৰে ওচৰলৈ মাতে। দূৰত থকাজনক বন্ধু আৰু পৰক ভাই হিচাপে ল'ব পাৰিলেই পৃথিৱীৰ সকলো আপোন হৈ পৰে বুলিও কবিয়ে কৈছে।

কবিয়ে নিজৰ আত্ম-পৰিচয় লিপিবদ্ধ কৰোঁতে এই জগতখনৰ সকলোকে 'আপোন' বুলি লোৱা কথা উল্লেখ কৰিছে। তেওঁ বিশ্বাস কৰে মানুহৰ সত্য মহামানৱৰ মাজতে আছে, 'আমি বিশ্বাস কৰেছি মানুষেৰ সত্য মহামানবেৰ মধ্যে।' এই আদৰ্শৰে উদ্বুদ্ধ হৈ তেওঁ সাধাৰণ মানুহৰ এজন হিচাপে থাকিবলৈ বিচাৰিছিল। সাধাৰণ মানুহক উদ্দেশ্য কৰি তেওঁ গাইছিল, 'মোৰ নাম এই বলে খ্যাত হোক/ আমি তোমাদেৰি লোক/ আৰ কিছু নয়/ এই হোক শেষ পৰিচয়।' সাধাৰণ মানুহৰ প্ৰতি থকা কবিৰ অফুৰন্ত প্ৰেমৰ পৰিচয় অনেক ক্ষেত্ৰত পোৱা যায়। কৃষক, শ্ৰমিক, কমাৰ, কুমাৰ, মাঝি আদি বিভিন্ন শ্ৰেণীৰ মনৰ আশা-আকাঙ্খা ফুটাই তুলিব পৰা নাই বুলি তেওঁ এটা কবিতাত আক্ষেপ কৰিছে। সেয়ে হ'লেও কবি আশাবাদী। সেইসকলেই এদিন ভৱিষ্যৎ গঢ়িব বুলি

তেওঁ কৈছে। 'ওৰা কাজ কৰে' এই কবিতাটিত শাৰীৰিক পৰিশ্ৰম কৰাসকলৰ প্ৰতি তেওঁৰ গভীৰ সহানুভূতি সাৰ্থক ৰূপত প্ৰকাশ পাইছে। আনহাতে ১৯১৯ চনৰ এপ্ৰিল মাহত সাম্ৰাজ্যবাদী বৃটিচে জেনেৰেল ডায়াৰৰ দ্বাৰা জালিয়ানৱালাবাগত যি নৃশংস হত্যাকাণ্ড সংঘটিত কৰালে তাত শ শ নিৰপৰাধী মানুহৰে মৃত্যু ঘটিল। সেই সকল নিমাখিত লোকৰ মৃত্যুৱে কবি-হৃদয়ত তোলপাৰ লগালে। দেশৰ মানুহৰ এই অপমান সহ্য কৰিব নোৱাৰি তেওঁ লগে লগে বৃটিচ চৰকাৰে প্ৰদান কৰা সন্মানীয় 'চাৰ' উপাধি ত্যাগ কৰাৰ সিদ্ধান্ত ল'লে। এই হত্যাকাণ্ডই তেওঁৰ মনত কিদৰে প্ৰতিক্ৰিয়া কৰিছিল সেই কথা তেওঁ এইদৰে উল্লেখ কৰিছে—। '........ বুকেৰ মধ্যে অনেক ব্যথা জমে উঠেছিল তাই ভাবেৰ উপৰে আমাৰ ঐ উপাধিৰ ভাৰ আৰ বহন কৰতে পাৰছি নে, তাই ওটা আমাৰ মাথাৰ উপৰ থেকে নামিয়ে দেবাৰ চেষ্টা কৰছি।' কিন্তু জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ কাৰণে তেওঁ সমগ্ৰ ইংৰাজ জাতিক বিদ্বেষৰ দৃষ্টিৰে চোৱা নাছিল, অত্যাচাৰী শোষকৰ প্ৰতিহে তেওঁ মনৰ খেদ প্ৰকাশ কৰিছিল। অকল জালিয়ানৱালাবাগৰ হত্যাকাণ্ডতে যে তেওঁ প্ৰতিবাদ কৰিছিল এনে নহয়, চীনৰ ওপৰত জাপানে দ্বিতীয় মহাসমৰৰ সময়ত প্ৰবল আক্ৰমণ কৰোঁতে তেওঁ মনৰ ক্ষোভ এনেদৰে প্ৰকাশ কৰিছিল, 'চীনেৰ প্ৰতি (জাপানেৰ) নিষ্ঠুৰ অত্যাচাৰে আমাদেৰ হৃদয় উৎপীড়িত, কিন্তু আমাদেৰ কী কৰবাৰ আছে, আমৰা কী কৰতে পাৰি?..... এই দুখবোধেৰ দ্বাৰা দানবেৰ বিৰুদ্ধে ঘৃণা প্ৰকাশ কৰে আমৰাও সেই সৃষ্টিৰ পক্ষে কাজ কৰছি; এৰ শক্তি যতই ক্ষীণ হোক এও সৃষ্টিৰ কাজ।' আৰু কৈছে, 'আমাদেৰ অস্ত্ৰ নেই, কিন্তু মন আছে;..... আমাদেৰ মেশিন গান নেই। কিন্তু আমাদেৰ চিন্তা আছে— তাৰ মূল্য যতটুকই হোক তাকে আমাৰা মহতেৰ দিকে প্ৰয়োগ কৰব।' বিশ্বৰ বিভিন্ন দেশৰ জনসাধাৰণৰ প্ৰতি তেওঁ এনেদৰেই সহানুভূতি প্ৰকাশ কৰি আহিছিল। কবিয়ে নিজেও এঠাইত কৈছে, "আমি ভাল বেসেছি এই জগৎকে, আমি প্ৰণাম কৰেছি মহৎকে, আমি কমানা কৰেছি মুক্তিকে.....।"

মানৱ দৰদী ৰবীন্দ্ৰনাথে কৰ্মৰ ওপৰতো গুৰুত্ব দিছে। এখন সুন্দৰ বিশ্ব গঢ়িবলৈ হ'লে কৰ্মত মন-প্ৰাণ সঁপি দিব লাগিব। তেওঁ কৈছে, 'মানুষ জন্মেছি যবে কৰিব কৰি অনুষ্ঠান। অগম্য উন্নতি পথে পৃথিৱীতে গঠিব সোপান।' কৰ্মৰ দ্বাৰা এখন সমৃদ্ধিশালী সমাজ গঢ়ি তোলাৰ লগে লগে তেওঁ সামাজিক ব্যৱধানবোৰ আঁতৰাবলৈয়ো উদাত্ত আহ্বান জনাইছে। সুখ-সম্ভোগৰ দ্বাৰা নিজক প্ৰতিষ্ঠা কৰিবলৈ বিচৰাসকলৰ প্ৰতি তেওঁ এইদৰে কটাক্ষপাত কৰিছে, 'মানুষেৰ অধিকাৰে বঞ্চিত কৰেছ যাৰে/ সম্মুখে দাঁড়ায়ে ৰেখে তবু কোলে দাও নাই স্থান/ অপমান হতে হবে তাহাদেৰ সবাৰ সমান।' সকলোৰে প্ৰিয় এই 'অপমানিত'

কবিতাত নিপীড়িত আৰু অনুন্নতসকলক যি সকলে হেয়জ্ঞান কৰে সেইসকলক উদ্দেশ্য কৰি কবিয়ে আৰু কৈছে, 'যি সকলক তুমি পাচ পেলাই যাবলৈ বিচাৰিবা, সেইসকলেই তোমাক এদিন পাচলৈ টানিব।'

মানুহ আৰু মানুহৰ মাজত ভেদভাব সৃষ্টি কৰাত ধৰ্ম, শিক্ষা আদিয়েও বিশেষ প্ৰভাৱ পেলায়। ভগৱানৰ নাম লৈ আমি পৰস্পৰে পৰস্পৰক ঘিণ কৰোঁ বুলি কবিয়ে কৈছে। ঘিণ কৰাৰ কাৰণে ব্যৱধান বাঢ়ি যায়। 'কৰ্তাৰ ইচ্ছায় কৰ্ম' নামৰ প্ৰবন্ধত আমাৰ মাজত থকা জাত ভেদৰ কথা অধিক স্পষ্ট হৈছে। সেই কথা 'মানুষেৰ ধৰ্ম' নামৰ প্ৰবন্ধটিতো উল্লেখ আছে। ইয়াত তেওঁ মানুহৰ আচৰণৰ ওপৰতেই ধৰ্ম নিৰ্ভৰ কৰে বুলি যুক্তি দিছে। এই প্ৰবন্ধত তেওঁ আৰু কৈছে, 'যি আমাক ত্যাগ আৰু তপস্যাৰ ফালে লৈ যায় সেয়ে হ'ল মনুষ্যত্ব' মানুহৰ ধৰ্ম। ব্যক্তিগত স্বাৰ্থ আৰু ব্যক্তিগত সংস্কাৰে মানুহক মোহান্ধ কৰে। এই প্ৰবৃত্তি ত্যাগ কৰিব পাৰিলে মানুহ মহাত্মা হ'ব পাৰে। কবি গুৰুৰ ভাষাত, 'ব্যক্তিগত সংস্কাৰ ছাড়িয়ে যাবে তাৰ জিজ্ঞাসা, তবেই বিশ্বগত জ্ঞানে প্ৰতিষ্ঠিত হবে তাৰ বিজ্ঞান। ব্যক্তিগত স্বাৰ্থ ও জড়প্ৰথাগত অভ্যাস কাটিয়ে যাবে তাৰ প্ৰয়াস, তবেই বিশ্বগত কৰ্মেৰ দ্বাৰা সে হবে বিশ্বকৰ্মা। অহঙ্কাৰ, ভোগাসক্তি উত্তীৰ্ণ হবে তাৰ প্ৰেম, তবেই বিশ্বগত আত্মীয়তায় মানুষ হবে মহাত্মা।' কবিয়ে অৱশ্যে ব্যক্তিগত জীৱনত মানুহৰ প্ৰকৃত ধৰ্মই পালন কৰিছে। তেওঁ স্পষ্টভাৱে কৈছে, "আমাৰ মধ্যে হিন্দু, মুসলমান এবং খৃষ্টান কোনো সমাজেৰ কোনো বিৰোধ নেই। আজ এই ভাৰতবৰ্ষেৰ সকলেৰ জাতই আমাৰ জাত, সকলেৰ অন্নই আমাৰ অন্ন।"

সেইদৰে সকলো ধৰণৰ তুচ্ছতা আৰু ভয় ভাব আঁতৰাবলৈয়ো তেওঁ সততে আহ্বান জনাইছে। 'ত্ৰাণ' কবিতাত তেওঁ কৈছে, 'এ দুৰ্ভাগ্য দেশ হতে, হে, মঙ্গলময়/ দূৰ কৰে দাও তুমি সৰ্বতুচ্ছ ভয়? লোক ভয়, ৰাজ ভয়, মৃত্যু ভয় আৰ।" ইয়াত তেওঁ দেশৰ প্ৰতি থকা নিভাঁজ প্ৰেম সাৰ্থকভাৱে প্ৰকাশ কৰিছে। আন হাতে ভয় দেখুৱাই, টকা-পইচা দেখুৱাই, মিছা আভিজাত্য দেখুৱাই মানুহে কেতিয়াও মানুহৰ পৰা মৰম-স্নেহ আকৰ্ষণ কৰিব নোৱাৰে। মৰম-স্নেহ, শ্ৰদ্ধা-ভক্তি হ'ল অন্তৰৰ বস্তু। কবিয়ে কৈছে, 'টাকা দিয়ে শুধু মাথা কেনা যায়, হৃদয় যায় না কেনা।' অথচ জন্ম-মৃত্যুৰ এই সময়ছোৱাৰ ভিতৰতে মানুহে মানুহক ভয়-ভীতি দেখুৱায়, নানা প্ৰকাৰে নিজৰ আধিপত্য বিস্তাৰ কৰিবলৈ বিচাৰে, জাত-পাত আৰু উচ্চ-নীচ লৈ ব্যস্ত হৈ থাকে। সেইসকলক উদ্দেশ্য কৰি কবিয়ে এইদৰে সাৱধানবাণী শুনাইছে, 'দেখিতে পাওনা তুমি মৃত্যুদূত দাড়ায়েছে দ্বাৰে/ অভিশাপ আঁকি দিল তোমাৰ জাতিৰ অহঙ্কাৰে/ ..... মৃত্যু মাঝে হবে তবে চিতাভস্মে সবাৰ সমান।' মৃত্যুৰ লগে লগে সকলো শেষ। সেয়ে কবিয়ে মৃত্যুৱে

অমৃত দান কৰে বুলি কৈছে। আমাৰ ৰঘুনাথ চৌধাৰী আৰু নলিনীবালা দেৱীয়েও মৰণৰ গুণগানকে কৰিছে। কিয়নো সংসাৰত থকা কালছোৱাত নানা ধৰণৰ বৈষম্য, নানা অশান্তি ঈৰ্ষা-অসূয়া দেখি কবিয়ে দুখ পাইছে। মানুহক অমৃতৰ পুত্ৰ বুলি কোৱা ৰবীন্দ্ৰনাথেও জন্মতে মানুহ কেতিয়াও বেয়া নহয় বুলি উল্লেখ কৰিছে। ডাঙৰ হলেহে মানুহে সামাজিক ব্যৱধানবোৰ নিজে সৃষ্টি কৰি লয় বুলি কৈছে। সামাজিক ব্যৱধানৰ কাৰণেই পৰস্পৰৰ মাজত নানা সংঘাত হয়। এখন সুন্দৰ আৰু সুস্থ সমাজৰ পোষকতা কৰা ৰবীন্দ্ৰনাথে সকলো ধৰণৰ বৈষম্যৰ অবসান বিচাৰিয়েই সাহিত্য কৰ্মত নিমগ্ন হৈছিল বুলিব পাৰি। তথাপি তেওঁৰ মনত এটাই আক্ষেপ যে সকলো শ্ৰেণীৰ সকলো মানুহৰ মনৰ আশা আৰু ভাষাক ৰূপ দিব পৰা নাই। 'ঐক্যতান' কবিতাত এই বিশাল বিশ্বখনৰ কিমানকে নো জানা বুলি প্ৰশ্ন কৰি তেওঁ কৈছে, 'বিপুলা এ পৃথিবীৰ কতটুকু জানি/ দেখেছি কত না নগৰ ৰাজধানী/মানুষেৰ কত কীৰ্তি, কত নদী গিৰি সিন্ধু মৰু, কতনা অজানা জীৱ, কত না অপৰিচিত/ তৰু ৰয়ে গেল অগোচৰে।"

ওৰে জীৱন মানুহৰ সাধনা কৰা ৰবীন্দ্ৰনাথৰ মহত্ত্ব এই কথা ফঁকিতে ওলাই পৰিছে। ○○

# নামঘোষা পঢ়োঁ

ধৰ্ম কি নাজানো, প্ৰবৃত্তিও নাই; কিন্তু ধৰ্মৰ মূল গ্ৰন্থবোৰ পঢ়ি বুজিবলৈ চেষ্টা কৰোঁ, বিশেষকৈ ধৰ্ম গ্ৰন্থৰ শব্দ, বাক্যাংশ আৰু বাক্যৰ আকৰ্ষণত নামঘোষাও পঢ়োঁ।

১৯২৭ চনৰ জাৰ কালি। অলপ দিনৰ আগতে স্নাতকোত্তৰ শ্ৰেণীত নাম লগাইছোঁ। এদিন পুৱা বেলা অধ্যাপক অমিয় সেনৰ ঘৰলৈ গৈছোঁ। অসমৰ বিখ্যাত কংগ্ৰেছ কৰ্মী অমিয় কুমাৰ দাসে অধ্যাপক সেনৰ লগত মোক চিনাকি কৰি দিছিল। অধ্যাপক সেনে অসমীয়া ভাষা আৰু সাহিত্যৰ বিষয়ে কিছু আভাস লব খোজা ছাত্ৰ দুজনমানক মোক লগ লগাই দিয়ে। মোৰ অলপ অৰ্থ-প্ৰাপ্তি হোৱাৰ কথা। অধ্যাপক সেনৰ ঘৰত আগ দিনা বিশ্বভাৰতীৰ গৱেষক ক্ষিতি মোহন সেন আলহী আছিল। তেওঁ যাবলৈ ওলাওঁতেই মই পাইছোঁগৈ। মোৰ লগত পাঁচ মিনিটমানহে কথা-বতৰা হ'ল। তেওঁ মোক দুই-তিনি দিন বিশ্বভাৰতীত থকাকৈ নিমন্ত্ৰণ কৰিলে। তাৰ দুসপ্তাহ মানৰ পিচতেই বিশ্বভাৰতীলৈ যোৱাৰ সুবিধা পালোঁ। ইডেন হোষ্টেলৰ বহু ল'ৰা পুহ মেলা উপলক্ষে বিশ্বভাৰতীলৈ গাড়ী ভাড়া কৰি ওলাল।

বিশ্বভাৰতী পাই অলপ সময়ৰ পাচতে ক্ষিতি মোহন সেনক লগ পালোঁ। তেওঁ দুপৰীয়া তেওঁৰ তাত খাবলৈ মাতিলে। সভা-সমিতি আৰু প্ৰদৰ্শনী চাই তেওঁৰ তাত উপস্থিত হলোঁ। তেওঁৰ মেজত আন কিতাপৰ লগতে মাধৱদেৱৰ এখন নামঘোষা, শিৱনাথ ভট্টাচাৰ্য্য প্ৰকাশিত। গৱেষক সেনে আলমাৰিৰ পৰা Madras Theosophical Society য়ে প্ৰকাশ কৰা Minor Upanisads বোলা এখন কিতাপ মোৰ আগত থলেহি। সেই কিতাপৰ মাজত এটা শ্লোক মোক দেখুৱালে আৰু নামঘোষাৰ এটা পদ উলিয়াই মোৰ আগত থ'লে। পদটো হ'ল—

'সন্ধ্যা উপাসনা কৰিবো কোন সময়।'

মই তেখেতক ক'লোঁ যে Minor Uponishad ত থকা শ্লোকটো মই আগতে পাইছোঁ, আৰু মই তাৰ অলপ মুখস্থ গাই শুনালোঁ।

'কথং সন্ধ্যাং উপাস্মহে।'

তেওঁ অলপ আচৰিত হ'ল। মই তেওঁক ক'লোঁ মাধৱদেৱৰ নামঘোষাৰ প্ৰায়বিলাক পদৰে মূল ছপা হৈ ওলাইছে; কিন্তু মূল শ্লোকবিলাকৰ আঁতিগুৰিহে দিব পৰা নাই। নামঘোষাৰ এই পদৰ মূল শ্লোক যে উপনিষদ, সেনে দেখুওৱা কিতাপৰ পৰা বুজিলোঁ। গৱেষকজনে সুধিলে —'অসমত এই শ্লোক সেই সময়ত কেনেকৈ প্ৰচাৰ হ'বলৈ পালে?' মই ক'লোঁ — মাধৱদেৱে তেওঁৰ গুৰু

শঙ্কৰৰ লগত দীঘলীয়া ভাৰত ভ্ৰমণ কৰোঁতে নিশ্চয় কোনো সাধু-সন্ন্যাসীৰ মুখত এই সন্ন্যাসমাৰ্গী শ্লোক শুনিছিল। অসমত এই শ্লোক মুখে মুখে বিয়পি পৰাটোও একো অসম্ভৱ নাছিল। এই উটি-বুৰি ফুৰা শ্লোকবোৰেই খুব সম্ভৱ কোনোবাই একে লগ কৰি উপনিষদ নাম দি লিখি থয় আৰু সমাজত উপনিষদ বুলি গৃহীত হয়।

উল্লেখযোগ্য যে বিশ্বভাৰতীৰ শিক্ষক ক্ষিতি মোহন সেনক গুৰুদেৱে উত্তৰ ভাৰতবৰ্ষৰ মধ্যযুগীয় সাধক কবিসকলৰ বিষয়ে গৱেষণা কৰিবলৈ বিভিন্ন প্ৰদেশলৈ পঠিয়াইছিল, আৰু এই গৱেষকজনে অসমৰ বৈষ্ণৱ কবিসকলৰ গ্ৰন্থও অধ্যয়ন কৰিছিল।

ইয়াৰ কেইবছৰমানৰ পাছত দক্ষিণ ভাৰতৰ বৈষ্ণৱ আচাৰ্য্য এজনৰ সংস্কৃতত লিখা বৈষ্ণৱ ধৰ্ম বিষয়ক এখন গ্ৰন্থ হাতত পৰিল। সেই গ্ৰন্থ পঢ়ি থাকোঁতে থাকোঁতে এটা শ্লোক পাই মই বাৰে বাৰে পঢ়ি চালোঁ আৰু সেই শ্লোকটোৰ নামঘোষাত থকা অনুবাদ উলিয়াই চাই দেখোঁ যে মাধৱদেৱৰ অনুবাদ সম্পূৰ্ণ মূলানুগ আৰু মাধৱদেৱে মূলৰ কেবাটাও শব্দ তেওঁৰ অনুবাদত ব্যৱহাৰ কৰিছে। নামঘোষাৰ পদটো এই —

'মাধৱে বোলন্ত শ্ৰুতিস্মৃতি মোৰ আজ্ঞা বাণী জানা নিষ্ঠি' ইত্যাদি।

সেইদিনা বিশ্বভাৰতীত গৱেষক ক্ষিতি মোহন সেনৰ লগত নামঘোষাৰ মূলবিলাকৰ বিষয়ে আলোচনা কৰোঁতে ক'ব লগা হৈছিল যে আন আন বহুত নাম-ধৰ্মৰ অনুকূল শ্লোকৰ লগতে মহাপুৰুষ মাধৱদেৱে পদ্মপুৰাণীয় বিষ্ণু সহস্ৰ নাম আৰু পাণ্ডৱী গীতাৰ পৰাও কিছুমান শ্লোক নামঘোষাত সন্নিবিষ্ট কৰিলে। এই দুখন পুথি বহু কালৰ পৰাই অসমত প্ৰচলিত যেন লাগে। পুৰণি অসমীয়া পৰিয়ালৰ পুথিৰ সংগ্ৰহত এই দুখন পুথি প্ৰায়ে পোৱা যায়। সৰুতে আমাক 'পাণ্ডৱী গীতা' মুখস্থ কৰাইছিল আৰু প্ৰায় গোটেইখিনি এতিয়াও মুখস্থ আছে। মহাভাৰতৰ শান্তি পৰ্বৰ অন্তৰ্গত 'বিষ্ণু সহস্ৰ নাম' অসমৰ মানুহৰ ঘৰত নোহোৱা নহয়, কিন্তু 'ভাৰতীয় সহস্ৰ নাম' কেতিয়াবা কাচিৎহে পাঠ কৰা হয়।

উজনি-নামনিৰ প্ৰায় পৰিয়ালতেই আজিও পদ্মপুৰাণীয় বিষ্ণু সহস্ৰ নাম পাঠ কৰোৱা হয়। আজি অলপ দিনৰ আগলৈকে বহুত লোকৰ এই সহস্ৰ নাম মুখস্থ আছিল। অসমৰ ই এটা বৈশিষ্ট্য বুলি ধৰিব পাৰি।

মহাপুৰুষ মাধৱদেৱে তেওঁৰ পৰিকল্পিত নামঘোষাত অনুবাদ কৰি ভৰাব খোজা বিভিন্ন গ্ৰন্থৰ বিভিন্ন শ্লোক কেনেকৈ নিৰ্বাচন কৰিলে— সেই কথাও জানিবলৈ মন যায়। তেওঁৰ পুথিৰ কৰণিত আৰু পুথি চাঙত নিশ্চয় বহুত সংস্কৃত ভাষাৰ গ্ৰন্থ আছিল, বিশেষকৈ সংস্কৃত বৈষ্ণৱ মতৰ অনুকূল গ্ৰন্থ। সেই সময়ৰ অসমত নিশ্চয় কেইখনমান সংস্কৃত শিক্ষাৰ কেন্দ্ৰ আছিল আৰু সেই কেন্দ্ৰবিলাকত ধৰ্ম গ্ৰন্থৰ উপৰিও তৰ্ক, জ্যোতিষ আদি বিষয়ক গ্ৰন্থও ৰক্ষিত

হৈছিল। কামৰূপ শাসনাৱলীয়েও এনে ইঙ্গিত দিয়ে। মহাপুৰুষজনাই ভাৰত ভ্ৰমণ কৰোঁতে ভালেখিনি জ্ঞান আহৰণ কৰিছিল আৰু সেই জ্ঞান নামঘোষাৰ মাজত থৈ গৈছে। এইটো সম্পূৰ্ণ বিশ্বাসযোগ্য কথা, নামঘোষাক 'হাজাৰী ঘোষা'ও বোলে। আৰু এই হাজাৰী কথাটো দাক্ষিণাত্যৰ সাহিত্যৰ পৰাও অহা সম্ভৱ বুলি ডঃ বাণীকান্ত কাকতিয়ে আমাক কৈছিল। মুঠৰ ওপৰতে নামঘোষা-খনেই অপূৰ্ব আৰু বিস্ময়কৰ সংগ্ৰহ (Anthology), ইয়াত সন্দেহ নাই।

মহাপুৰুষ শঙ্কৰদেৱৰ কীৰ্তন পুথিতকৈ মাধৱদেৱৰ নামঘোষা বুজিবলৈ কঠিন। প্ৰকৃততে আমি বহুতেই নামঘোষা পঢ়োঁহে, ভিতৰুৱা কথা বুজিব নোৱাৰোঁ। কীৰ্তন পুথিত সৰহভাগেই কাহিনী, কেৱল মাজে মাজেহে তত্ত্ব কথা সোমাই আছে। কাহিনী সহজবোধ্য, মহাপুৰুষ শঙ্কৰদেৱৰ ভাষাও নামঘোষাৰ ভাষাৰ তুলনাত সহজ আৰু কোমল। সংস্কৃত কবি ভাৰবিৰ কথা কোৱা হয় যে তেওঁৰ কাব্য নাৰিকলৰ দৰে, ওপৰে বাকলি তাৰ তলত আকৌ ডাঠ কোৰোকা, তাৰ ভিতৰতহে ফল। মহাপুৰুষ মাধৱদেৱৰ নামঘোষাৰ কথাও তেনেকৈয়ে বুজাব পাৰি। মহাপুৰুষ মাধৱদেৱে নামঘোষাত অজস্ৰ সংস্কৃত শব্দ ব্যৱহাৰ কৰিছে। কিয়নো সেই শব্দৰ সলনি অনুবাদত আন শব্দৰ ব্যৱহাৰ কৰিব নোৱাৰি। সংস্কৃত শব্দবিলাক শুনিবলৈ কাণত ভাল লাগে, শ্ৰুতিমধুৰ; কিন্তু সেইবিলাকৰ অৰ্থ দৰ্শন শাস্ত্ৰত অনভিজ্ঞ লোকে বুজিব নোৱাৰে; জনা লোকে বুজাই দিলেহে সেই শব্দবোৰ বোধগম্য হয়। তথাপি বুজকেই বা নুবুজকেই, নামঘোষাখন আজি কেবা শ বছৰ ধৰি অসমৰ মানুহে ভক্তি আৰু আনন্দেৰে পাঠ কৰি আহিছে। আচৰিত কথা যে আজি তথাকথিত আধুনিক যুগতো মধ্য যুগীয় সাহিত্যই অসমীয়া নৰ-নাৰীৰ অন্তৰ দখল কৰি আছে। আমি এতিয়াও মধ্য যুগৰ মাজতহে বিচৰণ কৰি আছোঁ।

মই নিজে নামঘোষা পঢ়ি পৰম আনন্দ লাভ কৰোঁ। ইংৰাজী, সংস্কৃত, বঙলা ভাষাত লিখা কাব্য, নাটক, উপন্যাস ভালেখিনি পঢ়িলোঁ, আৰু এতিয়াও পঢ়ি শুনায়। বৈষ্ণৱ সাহিত্যই আধুনিক সাংসাৰিক মানুহৰ মানসিক চাহিদা সম্পূৰ্ণৰূপে পূৰণ কৰাটো সম্ভৱ নহয়। বৈষ্ণৱ সাহিত্যই মানুহৰ জীৱনৰ এটা অংশ মাত্ৰ স্পৰ্শ কৰিছে। তথাপি শ্ৰুতিমধুৰতাৰ গুণত বৈষ্ণৱ সাহিত্যই মানুহৰ মন আকৰ্ষণ কৰে। মোৰ মনো আকৰ্ষণ নকৰাকৈ নাথাকে।

মাধৱদেৱৰ নামঘোষাত সাধক কবিজনে আগৰ পৰা গুৰিলৈকে একেটা ছন্দকে ব্যৱহাৰ কৰা নাই, বিবিধ ছন্দ ব্যৱহাৰ কৰিছে। আদিৰ পৰা অন্তলৈকে নামঘোষা অনুপ্ৰাসেৰে (Alliteration) ভৰা। মনত পৰা কেইটামান উদাহৰণ দিওঁ—

চৰণ ছত্ৰৰ ছায়া দিয়া দূৰ কৰা মায়া।  
মাধৱৰ ৰঙা দুই চৰণে ধৰিয়া।

তুমি নিত্য নিৰঞ্জন নাৰায়ণ।
পতিতক নতাৰিলে নাম কি কাৰণ।
পিতৃগণে তৃপিতিক পাৱে।
পাৱে পৰম্পদ পাপী যত।
সদানন্দ সনাতন হেনয় কৃষ্ণক সদা।
ভকতি ৰোচন দুখ বিমোচন।
সমস্ত মস্তকমণি নিজ ভকতৰ বশ্য।

এইদৰে অসংখ্য অনুপ্ৰাসৰ উদাহৰণ নামঘোষাৰ পৰা উদ্ধৃত কৰিব পাৰি। অনুপ্ৰাস বুলি নাজানিলেও মানুহৰ কাণে অনুপ্ৰাসে দিয়া আনন্দ লাভ কৰিব পাৰে।

আমাৰ সাধক কবিসকলে এই অনুপ্ৰাসৰ ব্যৱহাৰ জয়দেৱৰ গীত গোবিন্দৰ পৰা পাইছে বুলি ক'লে আচল কথাটো কোৱা নহব। ভাৰতৰ সংস্কৃত সাহিত্য আৰু আঞ্চলিক সাহিত্যবিলাকত কবিসকলে অনুপ্ৰাস অলঙ্কাৰ ৰূপে ব্যৱহাৰ কৰি আহিছে। আমাৰ সাধক কবিসকল অকল ঠৰঙা প্ৰচাৰকেই নহয়, ৰসিক কবিও।

বৈষ্ণৱ যুগত মহাপুৰুষ মাধৱদেৱেই খুব সম্ভৱ সৰহ সংখ্যক সংস্কৃত শব্দ অসমীয়া ভাষালৈ আনি সেই শব্দবোৰক অসমীয়া উচ্চাৰণ আৰু ব্যাকৰণৰ সাজ পিন্ধাই সম্পূৰ্ণ অসমীয়া কৰি পৰৱৰ্ত্তী পুৰুষবিলাকলৈ ডাঙৰ সম্পদৰূপে দান কৰি থৈ যায়। সংস্কৃত শব্দৰ ব্যৱহাৰে সেই সময়ৰ অসমীয়া সাহিত্যক বিশেষকৈ নামঘোষাক গাম্ভীৰ্য আৰু মাধুৰ্য দুয়োটা প্ৰদান কৰে। মহাপুৰুষসকলৰ এই কাব্যকৰ্মৰ গুণতেই আমাৰ অসমৰ মানুহেও সৰ্বভাৰতীয় সংস্কৃত শব্দ আৰু ভাৱৰ লগত পৰিচিত হ'ল। নতুন শব্দ মানেই নতুন ভাৱ আৰু এখন নতুন চিন্তাৰ ৰাজ্য। মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ আগৰ কবিসকলেও সংস্কৃত ভাষাৰ পৰা অনুবাদ নকৰাকৈ থকা নাই; কিন্তু তেওঁলোকৰ অনুবাদ সৰল আৰু প্ৰাকৃত-শাসিত।

মহাপুৰুষ মাধৱদেৱৰ নামঘোষাই সাধাৰণ অসমীয়া পাঠককো তলত দিয়া শব্দ আৰু খণ্ডবাক্যবিলাকৰ লগত চিনাকি কৰি দিয়ে, যেনে—

ৰসময়ী ভকতি; মুক্তিতো নিস্পৃহ; প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ; সত্য-অসত্যৰ জড়-চৈতন্যৰ মাজত যিটো প্ৰকাশে; অনাদি অনন্ত অচ্যুত; অনন্ত কোটি ব্ৰহ্মাণ্ড; কৰ্ণপথে ভকতৰ; একান্ত ভকত; নিৰ্গুণ কৃষ্ণ; মৃগ তৃষ্ণাৰ্ণৱ জল।

সেই কালৰ আমাৰ মহাপুৰুষসকল ঘাইকৈ কৃষ্ণ উপাসনাৰ প্ৰচাৰক, কিন্তু কৃষ্ণ উপাসনাৰ লগে লগে সেই সাধকসকলে অসমীয়া ভাষাৰ ভঁৰাললৈ কেৱল যে ভাব আৰু ভাষাৰ আমদানি কৰিছিল, এনে নহয়। মোৰ মনেৰে সেই সময়ৰ বৈষ্ণৱ আন্দোলনেৰে সৰ্বসাধাৰণৰ মনলৈ ৰুচিৰ পৰিবৰ্তন আনি দিয়ে। তেওঁবিলাকৰ ৰচনাৰ পৰা বুজিব পাৰি যে সেই কালৰ সৰ্বসাধাৰণ মানুহ সৰহ

ভাগ গ্ৰাম্য কথাতেই লিপ্ত আছিল। তেওঁলোকৰ মাজলৈ উচ্চ কথা লৈ যাওঁতা লোক নাছিল। আমাৰ মহাপুৰুষসকলৰ ধৰ্ম প্ৰচাৰৰ কথা এৰি দিলেও এই ৰুচি পৰিবৰ্তনৰ কথা অসমৰ সামাজিক বুৰঞ্জীত অতি গুৰুত্বপূৰ্ণ। আজিকালি আমি সামাজিক শিক্ষা বুলি এটা কথা শুনিবলৈ পাইছোঁ। মহাপুৰুষ শঙ্কৰদেৱ আৰু তেখেতৰ সমসাময়িক আৰু পৰৱৰ্তী সন্ত সাহিত্যিকসকল সামাজিক শিক্ষা বিস্তাৰৰ বাটকটীয়া (pioneer)। তেখেতসকলে যি কাম আৰম্ভ কৰিছিল, সেই কাম আগ বঢ়াই নিয়া লোক ওলোৱাহেঁতেন অসমৰ মানুহ সামাজিকভাৱে বহুত আগ বাঢ়ি গ'লহেতেঁন। কিন্তু পৰৱৰ্তী অনুগামীসকলৰ উদাসীনতা আৰু মানসিক আলস্যৰ ফলত আমাৰ মানুহ মহাপুৰুষসকলে থৈ যোৱা ঠাইতে ৰৈ গ'ল বুলি ক'ব পাৰি। আমাৰ সৈনিকসকলে মাৰ্চ (March) নকৰি কেৱল mark time-য়েই কৰি থাকিল।

তথাপি খেল, নামঘৰ আৰু সত্ৰ আদিৰ যোগেদি মহাপুৰুষসকলৰ প্ৰচাৰিত কাব্য-নাটক ক্ষীণ ধাৰাৰে হ'লেও বৰ্তমান কাললৈকে প্ৰবাহিত হৈ আহিছে।

ৰূপ আৰু ৰসৰ দৰে শব্দৰো আকৰ্ষণ আছে। এই আকৰ্ষণ ইন্দ্ৰিয়ৰ আকৰ্ষণ। কাব্য তথা সাহিত্যত শব্দৰ আকৰ্ষণেই প্ৰধান। কাণৰ পাচতহে মন। মনক আকৰ্ষণ কৰিব নোৱাৰিলেও কাব্যই কাণক প্ৰবলভাৱে আকৰ্ষণ কৰে। ধৰ্মীয় কাব্যৰ শব্দয়ো মোক বৰকৈ আকৰ্ষণ কৰে। নামঘোষাক মই ভালপোৱা ই এটা প্ৰধান কাৰণ। বিষয়-বস্তুটো নুবুজিবও পাৰোঁ, কিন্তু শব্দ বা শব্দসমূহে কৰ্ণেন্দ্ৰিয়ক অভিভূত কৰে। মই বহি থকা ঠাইত মই হাতেৰে ঢুকি পোৱাত যেতিয়াই তেতিয়াই মন গ'লে চাব পৰাকৈ ছয়-সাতখন গ্ৰন্থ থাকে, তাৰ ভিতৰত নামঘোষাও এখন। এদিন ডাৱৰীয়া বতৰ নামঘোষাখন আগত মেলি লৈছোঁ, চকুত পৰিল—

"সেহিসে দিনক ভাই, দুৰ্দিন বুলিয়া মানি, মেঘাচ্ছন্নে নোহয় দুৰ্দিন।"

এই শাৰীটো পঢ়ি মোৰ মন পুলকিত হ'ল। সংস্কৃত শব্দ দুটাৰো ভাৰসাম্য আছে। কিতাপখন জপাই থৈ বাৰে বাৰে এই শাৰীটো আবৃত্তি কৰিলোঁ, তাৰ আনন্দ আনে উপভোগ কৰিব নোৱাৰে। আন এদিনৰ কথা কওঁ। নামঘোষাখন আগত মেলি ললোঁ। চকুত পৰিল তলত দিয়া শাৰীটো-

"দশনবিহীন কুক্কুৰ যেন, হাড় চোবাইবাক নপাৰয়"।

এই শাৰীটো বাৰে বাৰে পঢ়িলোঁ। শাৰীটোৱে এই বুঢ়াটোৰ কথাকে কয়চোন একা? নামঘোষাৰ এই শাৰীটো গোটেই পুথিখনৰ ভিতৰতে এটা বিশেষ বাক্য যেন মনে ধৰে।

বিশ্বজনীন অসাম্প্ৰদায়িক, বৃদ্ধচৰিত্ৰৰ সমালোচনাত 'কুক্কুৰ' শব্দটোৰ প্ৰয়োগলৈ লক্ষ্য কৰকচোন। কুক্কুৰ বাৰু ঘৃণাবাচক শব্দ নহয়নে? নামঘোষাখন সাম্প্ৰদায়িক গ্ৰন্থ হব পাৰে; কিন্তু মোৰ দৰে কোনো সম্প্ৰদায়তে দীক্ষিত নোহোৱা সাধাৰণ পাঠকৰো মনোৰঞ্জনক বিস্তৰ সহায় কৰে এই নামঘোষাই। OO

# আধুনিক জীয়া মানুহ মাত্ৰৰে গীতা পাঠ্য

গীতা ভাৰতীয় সাহিত্যৰ জনক। শকুন্তলা নাটকৰ আৰম্ভতে গীতাৰ প্ৰতিধ্বনি, নাটকৰ মাছমৰীয়াৰ মুখতো গীতাৰ মৰ্ম বাণী।..... এনে উদাহৰণ অনেক দিব পাৰি।

প্ৰায় ১৯৩০ চনত আমি জগন্নাথ বৰুৱা কলেজ আৰম্ভ কৰাৰ সময়তে কবি ৰবীন্দ্ৰনাথ আৰু দিলীপ কুমাৰ ৰায়ৰ মাজত চিঠিৰে কবিতাৰ ছন্দ সম্পৰ্কে আলোচনা চলিছিল আৰু বঙলা আলোচনী এখনত সেই চিঠিবোৰ কেইবামাহো ধৰি ওলাই আছিল। সেই আটাইকেইখন কাকত মই অতি আগ্ৰহেৰে নিয়ম মতে পঢ়িছিলোঁ আৰু কবিতাৰ ছন্দ সম্বন্ধে সেই চিঠিবিলাকৰ পৰা ভালেখিনি নতুন জ্ঞান লাভ কৰিছিলোঁ। কবি ৰবীন্দ্ৰনাথে এখন চিঠিত গীতাৰ কেইটামান শ্লোকৰ উদ্ধৃতি দিছিল। তাৰে এটা অংশ মোৰ মনত আছে ঃ

"বহুনি মে ব্যতীতানি জন্মানি তব চাৰ্জুন" (গীতা, চতুৰ্থ অধ্যায়)। কবিৰ ভাব আৰু চিন্তাৰ পৰিৱৰ্তনৰ লগে-লগে যে কবিয়ে সেই কবিতাত ব্যৱহাৰ কৰা প্ৰধান ছন্দৰ পৰা হঠাৎ ফালৰি কাটি যায়, তাৰ উদাহৰণ স্বৰূপে ৰবীন্দ্ৰনাথে ওপৰত উল্লেখ কৰা গীতাৰ শ্লোকৰ উদ্ধৃতি দিছিল। দেখা যায় যে, বেদৰ সূক্তবিলাকৰ শেষৰ ঋক বা শ্লোকটোৰ ছন্দ সেই সূক্তৰ প্ৰধান ছন্দতকৈ বেলেগ। বোধহয় এই ঐতিহ্য অনুসৰণ কৰিয়েই পৰৱৰ্তী যুগৰ অনেক কবিয়ে নিজৰ কাব্যবিলাকতো প্ৰত্যেক সৰ্গৰ শেষৰ শ্লোকটো সেই সৰ্গত ব্যৱহৃত ঘাই ছন্দ এৰি বেলেগ এটা ছন্দত ৰচনা কৰে। মহাকবি কালিদাসৰ ৰঘুবংশ মহাকাব্য মেলি চালেই এই কথা ধৰিব পাৰিব।

মোৰ প্ৰধান বক্তব্য এইটোহে যে কবি ৰবীন্দ্ৰনাথৰ দৰে অসংখ্য কাৰ্যত ব্যস্ত থকা লোক এজনেও গীতাখন ইমান তন্নতন্নকৈ অধ্যয়ন কৰিবলৈ সময় উলিয়াব পাৰিছিল।

কবিগুৰু ৰবীন্দ্ৰনাথৰ জীৱনৰ প্ৰধান নায়ক আদৰ্শ আছিল উপনিষদ। এই উপনিষদসমূহ অসাম্প্ৰদায়িক; ইয়াত কোনো সাকাৰ সাম্প্ৰদায়িক দেৱ-দেৱীৰ কথা নাই, যদিও পৰৱৰ্তী যুগত দেৱ-দেৱীৰ নাম সংযুক্ত ভালেখিনি তথাকথিত উপনিষদ ৰচিত হোৱা দেখিবলৈ পোৱা যায়।

কবিগুৰু ৰবীন্দ্ৰনাথে গীতা ইমান তন্নতন্নকৈ অধ্যয়ন কৰিছিল যদিও পৰৱৰ্তী কালত আমি বৰ্তমানে পোৱা গীতাত ভালেখিনি সাম্প্ৰদায়িক কথা কালক্ৰমত সোমোৱা কাৰণে তেওঁ এই পৰিবৰ্ধিত গীতাক আদৰ্শ বুলি গ্ৰহণ নকৰিছিল (যদিও গীতা উপনিষদৰ পৰাই উদ্ভূত)। উপনিষদক এজনী গাই গৰু

আৰু গীতা সেই গাইৰে গাখীৰ বুলি এটা কথা প্ৰচলিত আছে আৰু প্ৰায় সকলোৱে এই কথা সম্পূৰ্ণৰূপে বিশ্বাস কৰে। আচাৰ্য গীতাৰ মাজতে ভাৰতৰ মনটো সোমাই আছে। ইয়াত বেলেগ বেলেগ মাৰ্গ, বিভিন্ন ভাৰতীয় দৰ্শন সোমাই আছে। গতিকে গীতাখন ভাৰতীয় বুদ্ধিজীৱীৰ উমৈহতীয়া মিলন-ভূমি আৰু ভাব প্ৰকাশৰ মাধ্যম। গতিকে সকলো ভাৰতীয় শিক্ষিত মানুহৰ পক্ষে গীতাৰ জ্ঞান অপৰিহাৰ্য। আমি সৰহভাগ মানুহেই মৃতকৰ আদ্যশ্ৰাদ্ধত মৃতকৰ আত্মাৰ পাৰলৌকিক মঙ্গলৰ কাৰণে গীতা পাঠ কৰোৱা কথাটোতহে বিশেষ গুৰুত্ব দিওঁ; কিন্তু প্ৰকৃততে গীতা আধুনিক জীৱিত মানুহৰহে আদৰ্শ পুথি হ'ব লাগে। কৰ্মৰ প্ৰেৰণা দিবৰ কাৰণে গীতাৰ উদ্ভৱ হৈছিল। সংসাৰী মানুহ মাত্ৰেই অৰ্জুন। ৰাধাকৃষ্ণণে এঠাইত কোৱা কথা মোৰ মনত আছে—মূল গীতা ঈশোপনিষদৰ সম্প্ৰসাৰণ। এই গীতাহে ৰবীন্দ্ৰনাথে বিশ্বাস কৰিছিল আৰু ইয়াকেহে তেওঁ মানি লৈছিল। আমি বৰ্তমানে পোৱা পৰিবৰ্ধিত গীতাতো উপনিষদৰ মূল কথাখিনি আছেই আৰু ৰবীন্দ্ৰনাথে সেইখিনি ভাল পাইছিল। লগতে পৰৱৰ্তী কালত লগ লগা, কবিয়ে ভাল নোপোৱা কথাও আছে। তথাপি তেওঁ এই পৰিবৰ্ধিত গীতাৰ কথাও শ্ৰদ্ধাৰে উলেখ কৰিছে। মহাভাৰতৰ বুকুত জিলিকি থকা গীতাক তেওঁ মহাকাব্যখনৰ বুকুৰ এটি মূল্যৱান ৰত্ন বুলি কৈ গৈছে। ৰামায়ণ-মহাভাৰতৰ দৰে সপ্তশতী গীতাখনো ভাৰতৰ সকলো অঞ্চলৰ লোকৰে অতি প্ৰিয় গ্ৰন্থ। গীতাৰ কেইবাটিও ভাষ্য ভাৰতত প্ৰচলিত। কৰ্মমাৰ্গ, জ্ঞানমাৰ্গ আৰু ভক্তিমাৰ্গৰ ব্যাখ্যা বিশেষকৈ জনাজাত। বৈষ্ণৱ আন্দোলনেও শ্ৰীধৰস্বামীৰ আৰু আন ভক্তিমাৰ্গী ভাষ্যৰ পৰা সহায় লৈ বল সংগ্ৰহ কৰিছিল। অসমৰ মহাপুৰুষ মাধৱদেৱে নামঘোষাত গীতাৰ কথা এইদৰে কৈছে ঃ

একখানি মাত্ৰ শাস্ত্ৰ নিষ্ঠ।
দৈৱকী নন্দনে কৈলা যাক।।

শ্ৰীকৃষ্ণৰ মুখৰ পৰা ওলোৱা গীতাইহে একমাত্ৰ শাস্ত্ৰ; ই পৰম সত্য। ইয়াৰ মূল সংস্কৃত শ্লোক হৈছে— একং শাস্ত্ৰংদৈৱকী পুত্ৰগীতম্। নামঘোষাৰ ভিতৰত আৰু কেইটামান গীতাৰো অনুবাদ আছে। এইটো অৱশ্যে ঠিক যে মহাপুৰুষ মাধৱদেৱৰ গীতা শ্ৰীধৰস্বামীয়ে দেখা ভক্তিপ্ৰধান গীতাখন; কৰ্ম আৰু জ্ঞানৰ প্ৰাধান্য এই গীতাত নাই।

সি যি নহওক, মহাপুৰুষ দুজনাৰ পাছত সংস্কৃত ভাষা যিদৰে অসমত অনাদৃত হ'বলৈ ধৰিলে সেইদৰে গীতাৰ গুৰুত্বও অসমত প্ৰায় নোহোৱা হৈয়েই আছিল। মহাপুৰুষ দুজনাৰ তিৰোভাৱৰ ঠিক পাচতে অৱশ্যে বৈষ্ণৱ গদ্য লেখক ভট্টদেৱৰ কথাগীতা দামোদৰ গুৰুৰ উপদেশ অনুসৰি ৰচিত হয়। কোৱা অনাৱশ্যক যে ভট্টদেৱেও শ্ৰীধৰস্বামীৰ ভক্তিমাৰ্গী ভাষ্য অনুসৰণ কৰি অসমীয়া

গদ্যলৈ অনুবাদ কৰছিল। অসমত সংস্কৃত ভাষাৰ এনে অৱহেলাৰ কাৰণে অসমৰ ধৰ্মগুৰুসকলো দায়ী বুলি ক'ব লাগিব। সংস্কৃত ভাষাৰ অলপ চৰ্চা হ'লেও সি ঘাইকৈ স্মৃতি আৰু পুৰোহিতালি সম্পৰ্কীয়। দৰ্শন-কাব্য আদিৰ চৰ্চা অসমত অতি কম আৰু গীতাৰ চৰ্চাও কম। এইবিলাক কাৰণত অসমীয়া সাহিত্যত দুৰ্বলতা এটা এতিয়াও আছে।

গীতাৰ মাজতে ভাৰতৰ মনটো সোমাই আছে। ইয়াত বেলেগ-বেলেগ মাৰ্গ, বিভিন্ন ভাৰতীয় দৰ্শন সোমাই আছে। গতিকে গীতাখন ভাৰতীয় বুদ্ধিজীৱীৰ উমৈহতীয়া মিলন-ভূমি আৰু ভাব প্ৰকাশৰ মাধ্যম। গতিকে সকলো ভাৰতীয় শিক্ষিত মানুহৰ পক্ষে গীতাৰ জ্ঞান অপৰিহাৰ্য। আমি সৰহ ভাগ মানুহেই মৃতকৰ আদ্যশ্ৰাদ্ধত মৃতকৰ আত্মাৰ পাৰলৌকিক মঙ্গলৰ কাৰণে গীতা পাঠ কৰোৱা কথাটোতহে বিশেষ গুৰুত্ব দিওঁ; কিন্তু প্ৰকৃততে গীতা আধুনিক জীৱিত মানুহৰহে আদৰ্শ পুথি হ'ব লাগে। কৰ্মৰ প্ৰেৰণা দিবৰ কাৰণে গীতাৰ উদ্ভৱ হৈছিল। সংসাৰী মানুহ মাত্ৰেই অৰ্জুন। গীতাৰ উদাৰতাৰ কথা শুনক ঃ যি সকলে শ্ৰদ্ধাৰে মোৰ বাহিৰে আন দেৱ-দেৱতাৰ ভজনা কৰে, তেওঁলোকেও আচলতে মোকেহে অৰ্চনা কৰে (গীতা, নৱম অধ্যায়) এনে উদাৰতা অনেক ধৰ্মতে বিৰল। গীতাৰ ধৰ্ম নিষ্কাম কৰ্ম। গীতাৰ শেষত (ষষ্ঠদশ অধ্যায়) গীতাৰ কবিয়ে এইদৰে মোখনি মাৰিছে ঃ সৰ্বভূত য'ৰ পৰা উদ্ভৱ হৈছে আৰু যি শক্তি বিশ্বব্ৰহ্মাণ্ডৰ সকলোতে ব্যাপক হৈ আছে, তেওঁক নিজ কৰ্তব্য পালনৰ দ্বাৰাইহে অৰ্চনা কৰিব লাগে আৰু তেতিয়াহে সিদ্ধি লাভ হয়। আকৌ কোৱা হৈছে;— আদৰ্শ প্ৰেমিক-প্ৰেমিকাৰ দৰে নিজ-নিজ কৰ্তব্যত আশাশুধীয়াভাৱে, আনন্দমনেৰে অনুৰক্ত হ'লে মানুহৰ সিদ্ধি লাভ হয়। আধুনিক ভাৰতৰ নৱজাগৃতিৰ অগ্ৰদূত স্বামী বিবেকানন্দ, তিলক, গান্ধী, অৰবিন্দ, মালব্য আদি নায়কসকলো গীতাৰ দ্বাৰাই কম অনুপ্ৰাণিত হোৱা নাছিল। গীতা জীৱনৰ কাৰণে, মৰণৰ কাৰণে নহয়। আমি কলিকতাত পঢ়ি থকাৰ সময়ত বিলাতৰ এজন বিখ্যাত পণ্ডিতে বাইবেল আৰু ইউৰোপৰ সংস্কৃতি সম্পৰ্কে এটি সুন্দৰ বক্তৃতা দিছিল। আজি প্ৰায় তিনিকুৰি দহ বছৰৰ পাচতো তাৰ বিশেষকৈ এটা কথা মোৰ মনত আছে ঃ "বাইবেলৰ জ্ঞান নথকা ব্যক্তিক আমাৰ দেশত অশিক্ষিত বা অৰ্ধশিক্ষিত বুলি অভিযুক্ত কৰা হয়।" মোৰ মনেৰে গীতা সমন্ধে ভাৰততো এই কথাটো বিশেষভাৱে প্ৰযোজ্য। পশ্চিমৰ দেশত কি বিজ্ঞানী, কি দাৰ্শনিক সকলোৱে বাইবেলখন ভালদৰে পঢ়ে। আমাৰ শিক্ষিত সমাজেও এই কথা চিন্তা কৰা বেয়া নহ'ব। গীতা অধ্যয়নৰ বিষয়ত আন আন দেশৰ লোক আমাতকৈ বহুত আগ বাঢ়িছে। ৱাৰেন হেষ্টিংচে কোম্পানিৰ লগত অহা ইংৰাজ পণ্ডিত এজনৰ হতুৱাই ভাৰতীয় পণ্ডিতৰ সহায়ত গীতা ইংৰাজী ভাষালৈ অনুবাদ

কৰোৱাইছিল, কিন্তু ইউৰোপৰ কেইটামান ভাষালৈ গীতা ইয়াৰ আগতেই অনূদিত হৈছিল বুলি জনা যায়। গীতাৰ উপকাৰ ভাৰততকৈ আন দেশৰ মানুহেহে বেছিকৈ গ্ৰহণ কৰিছে। মই এটা কথা ক'বলৈ পাহৰি গৈছোঁ —সুদীৰ্ঘ বাৰ বছৰ কাল দূৰ দেশত কাৰাবাসত কটোৱা লোকমান্য তিলকে ৰচনা কৰা গীতা-ৰহস্য পুথিখন ১৯২৪ চনত কবি ৰবীন্দ্ৰনাথৰ মাজু ককায়েক জ্যোতি ঠাকুৰে বঙলা ভাষালৈ অনুবাদ কৰে আৰু সেই বছৰতে প্ৰকাশ পায়। মই তেতিয়া কলেজৰ দ্বিতীয় বাৰ্ষিকত; আৰু তেতিয়া সৌভাগ্যক্ৰমে সেই বঙলা অনুবাদ কিতাপ এখন মই পুৰস্কাৰ হিচাপে পাইছিলোঁ। Stone walls do not a prison make. সৰল নিষ্পাপ লোকে কাৰাগাৰকো পুণ্যাশ্ৰম কৰি লব খোজে। OO

# মহিষঘ্নী আৰু বিশ্বট্ৰেজেডি

নেদেখা জনে দেখিছে নহয়— এইদৰে মানুহে নিজকে সান্ত্বনা দিয়ে পাপৰ শাস্তি অনিবাৰ্য বুলি। ৰহস্যাই আবৰি থোৱা অজ্ঞাত কোনো শক্তিৰ প্ৰতি থকা মানুহৰ বিশ্বাস, ভয় আৰু নিৰ্ভৰশীলতা আৰু সেই শক্তিৰ তৃপ্তিৰ কাৰণে কৰা পূজা-প্ৰাৰ্থনা আৰু বলিদান আদি অনুষ্ঠানক ধৰ্ম বোলা হয়। এই অজ্ঞাত শক্তিক ভক্তই আকাৰ একোটা ৰূপ দি লয়। মানুহ স্বভাৱতে anthropomorphic— নিজৰ দৰেই মন, ইন্দ্ৰিয়, স্পৃহা-বিতৃষ্ণা আদি ঈশ্বৰত আৰোপ কৰে। গঠেই কৈছিল— Man does not know how anthropomorphic he is. মানুহে নিজৰ নৰচেষ্টা ইষ্টদেৱতাক কি পৰিমাণে আৰোপ কৰে মানুহে নিজেই গম নাপায়। ইংৰাজ কবি ব্ৰাউনিঙৰ এই সম্পৰ্কে ৰচিত কবিতা Caliban কোনো জিজ্ঞাসু পাঠকে পঢ়ি চালে আনন্দ পাব।

জীৱৰ সলনি জীৱ। মৃত্যুৰ পৰা ৰক্ষা পাবলৈ, ঘোৰ সঙ্কটৰ পৰা ত্ৰাণ পাবলৈ দেৱতাকো জীৱ লগা জন্তু উপহাৰ দিয়ে। ঘোৰ অন্ধকাৰে আছে গৰ্তক আবৰি। সেই দুৰ্গম গৰ্তৰ পৰা কৃষ্ণ নিৰপদ, অক্ষত হৈ ওলাই আহিবৰ কাৰণে যদুবংশীসকলে 'পূজিলা দুৰ্গাক বলি বিধানে'। বুৰঞ্জীয়ে ঢুকি পোৱা কালত চক্ৰেটিচৰ দৰে যুক্তিবাদী লোকেও ব্যাধিৰ পৰা আৰোগ্য লাভ কৰিবলৈ কুকুৰা এটা আগ কৰিছিল।

পণ্ডিত লোকে কয়, সুদুৰ প্ৰাচীন কালত ৰাইজে সমূহীয়া বিপদৰ পৰা ৰক্ষা পাবলৈ আৰু খেতি-বাতিৰ সুফল পাবলৈ হাবিয়নীয়া ঠাইত ম'হ বলি দিছিল। এই ম'হ বলিৰ অনুষ্ঠানো পৰৱৰ্ত্তী কালৰ মহিষমৰ্দিনী কল্পনাৰ অভিব্যক্তিত সহায়ক হ'ব পাৰে।

ঋগ্বেদত মহিষমৰ্দিনী বা তেওঁৰ পূজাৰ কথা পোৱা নাযায়। বেদত 'মহিষ' শব্দৰ উল্লেখ অনেক ঠাইত আছে। মোৰ বন্ধু পণ্ডিত এজনে দুকুৰি পাঁচ বুলি কৈছে। 'মহিষ' শব্দ ঠাই ভেদে বেলেগ ৰূপত আছে—কোনো ঠাইত মহান অৰ্থত— কোনো ঠাইত ম'হ (buffalo) অৰ্থত। বেদত ইন্দ্ৰই ম'হ ৰন্ধাই খোৱাৰ উল্লেখ আছে। বেদৰ বিখ্যাত ভাষ্যকাৰ সায়ণে এটা শ্লোকত মহিষ শব্দক বৃত্ৰাসুৰৰ দৰে পৰাক্ৰমী অসুৰৰ প্ৰতীক বুলি ব্যাখ্যা কৰিছে। সায়ণাচাৰ্য চতুৰ্দশ শতাব্দীৰ লোক। বেদ ৰচনাৰ তিনি হাজাৰ বছৰ বা ততোধিক কালৰ পাচত তেওঁ ভাষ্য ৰচনা কৰে। বেদত কিন্তু 'মহিষ'ৰ শাৰীৰিক শক্তি আৰু অলপ ক্ৰোধৰ হে ধাৰণা পোৱা যায়—সায়ণাচাৰ্যই আৰোপ কৰা অসুৰৰ স্বভাৱ প্ৰকাশ পোৱা নাই। ঋগ্বেদৰ এঠাইত এটা উপমা আছে—সিংহই যিদৰে ম'হবিলাক বশ্য

কৰে বা অভিভূত কৰে। সিংহ আছে যদিও তাত সিংহবাহনা কাৰো উল্লেখ নাই। সিংহই বা সিংহাৰূঢ়া দেৱীয়ে মহিষাসুৰক মৰ্দ্দন কৰাৰ ক্ষীণ ইঙ্গিত এই উপমাত আছে। বেদৰ কোনো কোনো উপমা myth বা উপাখ্যানত কালক্ৰমত পৰিণত হোৱাৰ উদাহৰণ আছে। নৈসৰ্গিক ঘটনা, জীৱ-জন্তুৰ সম্পৰ্কক কেন্দ্ৰ কৰি বহুত উপাখ্যান ৰচনা হৈছে। Myths are mostly expanded similes.

বেদৰ পৰা পোৱা ইঙ্গিত ম'হ বলিৰ প্ৰাচীন প্ৰথা, দেৱী-সূক্ত, ৰাত্ৰিসূক্ত, উপনিষদৰ উমা-হৈমৱতী কাহিনী আদি বিবিধ উপাদানৰ সংমিশ্ৰণৰ ফলত বহু শতাব্দীৰ পাচত দুৰ্গা মহিষমৰ্দিনী দাৰ্শনিক মতবাদৰ সহায়ত বলিষ্ঠ হৈ ভাৰতব্যাপী প্ৰতিষ্ঠা লাভ কৰিলে।

জন-কথাৰ ওপৰত গায়ক কবিসকলেও পুৰাণ কাহিনীৰ সৃষ্টি কৰে। মহাভাৰতৰ বনপৰ্ব্বত স্কন্ধত মহিষাসুৰক বধ কৰাৰ কথা পোৱা যায়। দেৱী পুৰাণ, দেৱী ভাগৱত, বামন পুৰাণ আদিত মহিষাসুৰৰ আখ্যান প্ৰায় একে। মাৰ্কণ্ডেয় পুৰাণৰ সপ্তশতী বা দেৱীমাহাত্ম্য দাৰ্শনিক স্তোত্ৰ আৰু কাব্য। ইয়াত সাধকে বিশ্বাতিগ আৰু বিশ্বানুগৰূপে transcendant আৰু immannent বুলি দেৱীক ধাৰণা কৰিছে।

পুৰাণ কাহিনীৰ বাহিৰেও মধ্যভাৰতত উদয়গিৰি গুহাত থকা মহিষ-মৰ্দিনী মূৰ্তি অতি প্ৰাচীন বুলি কয় (খৃঃ ৪ৰ্থ শতক)। মধ্যভাৰততে ৬ষ্ঠ শতাব্দীৰ দ্বিভূজা আৰু চতুৰ্ভূজা মহিষমৰ্দিনী মূৰ্তি আছে। মহাবলীপুৰমৰ মহিষ-মৰ্দিনী মণ্ডপত খৃঃ ৭ম শতিকাত কটা মূৰ্তিও বিখ্যাত। ইলোৰা আৰু ভুৱনেশ্বৰত মহিষমৰ্দিনী দুৰ্গাৰ মূৰ্তি দেখা যায়। এইদৰে ,ভাৰতৰ বিভিন্ন ঠাইত আৰু অসমতো মহিষ-মৰ্দিনী মূৰ্তি পোৱা গৈছে।

পুৰাণৰ যোগেদি আৰু শিলাকুটিয়াৰ শিল্পৰ সহায়ত বহলকৈ প্ৰচাৰ পোৱা মহিষ-মৰ্দিনীৰ কথা চতুৰ্দশ শতাব্দীৰ সায়ণাচাৰ্যই জানিছিল গুণেই তেওঁ বেদৰ মহিষক জগৎপীড়নৰ প্ৰতীক বুলি কব পাৰিছিল।

ম'হ বলি দিয়া প্ৰথা অদ্যাপি অসমত প্ৰচলিত আছে। কামাখ্যা, উগ্ৰতাৰা, যোৰহাটৰ বুঢ়ী গোঁসানী দেৱালয়ত অলপ দিনৰ আগলৈকে ম'হ বলি দিয়া হৈ আছে। অসম বুৰঞ্জীত ম'হ বলিৰ কথা আছে। ব্ৰহ্মপুত্ৰৰ পূজাত শুকুলা ম'হ বলি দিয়াৰ কথা জনা যায়। কোনো মন্ত্ৰী আৰু উচ্চ বিষয়ায়ো ম'হ বলি দিওৱাৰ কথা মানুহে জানে।

ম'হৰ টনটনীয়া আৰু অলপ ভয় লগা চকু দুটাই ভাৰতীয় জীৱনত সৃষ্টি কৰা প্ৰতিক্ৰিয়া মন কৰিব লগীয়া। পুৰাণত ম'হ যমৰ বাহন। স্কন্ধপুৰাণত আছে— পৰ্ব্বতীয়ে মহাদেৱক উপদেশ দিছে কৃষি কৰিবৰ কাৰণে যমৰ ম'হটো

ধাৰে আনিবলৈ— ভূতেশাৎ মহিষং। অসমত ম'হ যুঁজোৱা মাঘ বিহুৰ সময়ত এতিয়াও ঠায়ে ঠায়ে আছে। এই যুঁজৰ উপলক্ষে বহুত ৰাইজ গোট খায়।

আমাৰ সাধুকথাতো ম'হৰ ভূমিকা আছে। আমাৰ আধুনিক কবি এগৰাকীয়ে ডিঙিত ঘণ্টা লগা ম'হৰ বৰ্ণনা কৰিছে। ভাষ্যকাৰে ডিঙিত ঘণ্টা লগা ম'হ ঘৰচীয়া, শান্ত ম'হ বুলি জনাইছে। সংস্কৃত সাহিত্যত মহিষ ঘণ্টাৰৱ বুলিলে যমৰ আগমন বুজায়। কালিদাসে পানীত ঘূলি লোৱা ম'হৰ কৰা এবাৰ কৈছে।

এতিয়া ম'হৰ বলিৰ কথালৈ আহোঁ। যুদ্ধৰ আইন-শৃঙ্খলাৰ নামত অসংখ্য বলি এক মুহূৰ্তে দি থকা হৈছে। জগতৰ বুৰঞ্জী বলিৰ বুৰঞ্জী। আন হাতে আমাৰ ঘৰে-বাহিৰে অসংখ্য নাকী ছিগা ম'হ উদণ্ড হৈ ঘূৰি ফুৰিছে। নাকী ধৰিব কোনে?

জল, স্থল, অন্তৰীক্ষ সকলোকে সামৰিব কোনে? অস্ত্ৰ-শস্ত্ৰ? আইন সভা-সমিতি? তথ্যকথিত ধৰ্ম? মূঢ় মানৱক কোনে ৰক্ষা কৰে? কিহৰ শক্তিয়ে? OO

# ধম্মপদ আৰু বুদ্ধৰ ধৰ্ম

পৃথিৱীৰ শাশ্বত গ্ৰন্থ আঙুলিৰ মূৰত লেখিব পাৰি। এইকেইখনৰ ভিতৰত ধম্মপদ নিঃসন্দেহে এখন। বৌদ্ধ ধৰ্মৰ লগত জড়িত হলেও ধম্মপদ অসাম্প্ৰদায়িক আৰু চিৰন্তন বিশ্বজনীন গ্ৰন্থ।

বুদ্ধদেৱৰ মহাপৰিনিৰ্বাণৰ অলপ দিনৰ পাচতে অৰ্হতসকলৰ যি সম্মিলন বহিছিল তাত বুদ্ধদেৱৰ কাব্যময় উপদেশসমূহ স্মৰণ কৰা হয় আৰু বিভিন্ন সময়ত বিভিন্ন উপলক্ষ্যে উচ্চাৰিত বুদ্ধদেৱৰ বাণী শ্ৰেণীবিভাগ কৰি আমি বৰ্তমানে পোৱা আকাৰলৈ আনে। বিষয় অনুসৰি ছাবিশটা আধ্যাত ভগোৱা, মুঠতে চাৰিশ তেইশটা শ্লোক আছে। বৌদ্ধসকলে ধম্মপদ মুখস্থ কৰি লোৱা নিয়ম আছে। ধম্মপদ মানে ধৰ্ম শিক্ষাৰ বাক্য। ধম্মপদ মানে ধৰ্মৰ পথকে বুজায়। গীতাতো পদ শব্দ আধ্যাত্মিক শিক্ষাৰ অৰ্থত ব্যৱহাৰ কৰিছে।

বহুতে ভগৱদগীতাৰ লগত ধম্মপদৰ তুলনা কৰে। ধম্মপদ গীতাতকৈ সৰল, জনপ্ৰিয় আৰু সম্প্ৰদায়নিৰপেক্ষ। গীতাৰ মূল কথাখিনি কালক্ৰমত সাম্প্ৰদায়িক ধৰ্মমত আৰু দাৰ্শনিক তত্ত্বৰ লগত সানমিহলি হৈ দীঘলীয়া আকাৰ ধাৰণ কৰিলে। মানুহ নামৰ উপযুক্ত হবলৈ মানুহক যিকেইটা গুণৰ আৱশ্যক সেইকেইটা কথা আপামৰ জন-সাধাৰণে বুজিব পৰাকৈ ঘৰুৱা চিনাকী উপমাৰ সহায়ত অতি সৰল ভাষাত ধম্মপদে দাঙি ধৰিছে। ইয়াত দেৱ-দেৱতা, ঈশ্বৰ-উপাসনা আদিৰ বিষয়ে একো কথা নাই। কেৱল মানুহৰ কাৰণে আৱশ্যকীয় শীল বা আচৰণৰ কথা বুজাইছে। ‘সৰ্বপাপৰ অকৰণ, মানুহৰ কুশলৰ অৰ্থে কৰণ আৰু আত্ম চিত্তদমন’— এয়ে বুদ্ধৰ মূল কথা।

সব্বপাপস্স অকৰণং কুসলস্স উপসংপদা।
সচিত্তপৰিয়োদপনং এতং বুদ্ধান সাসনং।। ১৮৬

ধম্মপদৰ শ্লোকবিলাকত প্ৰয়োগ কৰা উপমাৰ কিছুমান উদাহৰণ দিব পাৰি। দৈনিক জীৱনৰ সাধাৰণ ঘটনা আৰু জীৱ-জন্তুৰ ব্যৱহাৰৰ পৰা এই উপমাবোৰ গৃহীত ঃ—

গাড়ীৰ চকাই যিদৰে গাড়ী টনা গৰু-ম'হৰ খোজ অনুসৰণ কৰে, দূষিত মনৰ কৰ্মফলেও অৰ্থাৎ দুখেও তেনেকৈ মানুহৰ লগ নেৰে।

খেৰৰ ঘৰ বেয়াকৈ ছালে যেনেকৈ বৰষুণত ঘৰে উৰুখে, তেনেকৈ শুভ-চিন্তাৰহিত মনতো প্ৰৱেশ কৰে।

পানীৰ পৰা বামলৈ তোলা মাছে যি দৰে পানীলৈ যাবলৈ ধৰফৰাই থাকে, সেইদৰে চিত্তও মাৰৰ শাসনৰ পৰা মুক্ত হবলৈ ব্যাকুল হয়।

অকস্মাৎ অহা বানপানীয়ে যিদৰে ৰাতি শুই থকা গাওঁ এখন বুৰাই পেলায়, তেনেকৈ সুখ সংগ্ৰহত আসক্ত হৈ থকা লোককো মৃত্যুৱে মানুহৰ অজ্ঞাতসাৰে হঠাতে লৈ যায়।

কাৰ্যত পৰিণত নকৰা সুন্দৰ বাক্য নিৰ্গন্ধ ফুলৰ দৰেই ব্যৰ্থ।

বাঁহ গছৰ খেতি কৰিব খোজা মানুহে যেনেকৈ বাঁহৰ আলু খানি লৈ যায়, তৃষ্ণাও সেইদৰে খানি পেলাব লাগে।

তৃষ্ণাত আবদ্ধ লোক জালত পৰা শহাপহুৰ দৰে। হেঁতাখন সুস্বাদু আঞ্জাৰ চৰুত বুৰ গৈ থাকিলেও আঞ্জাৰ সোৱাদ নাপায়। জধামূৰ্খই পণ্ডিত আৰু সাধু লোকৰ সঙ্গত দীৰ্ঘ কাল থাকিলেও ধৰ্মৰ তত্ত্ব ধৰিব নোৱাৰে।

কাঁহত মাৰ মাৰিলে কাঁহে শব্দ কৰে। তোমাক টান কথা ক'লে তুমিও কাঁহৰ দৰে টান কথাৰে প্ৰত্যুত্তৰ নিদিবা।

বলদ গৰু শকত হৈ যায়, তাৰ বুদ্ধি নাবাঢ়ে। অজ্ঞানী লোক তেনেকুৱাই।

মকৰাই নিজে পতা জালত নিজেই বন্দী হোৱা দি ৰাগ-শাসিত লোক ৰাগত বন্দী হয়।

বাল্য কালত ব্ৰহ্মচৰ্য অভ্যাস আৰু যৌৱনত অৰ্থ সঞ্চয় নকৰিলে মাছ নথকা বোকাত বাস কৰা ক্ৰৌঞ্চ চৰাইৰ দৰে অৱস্থা হয়।

বনৰীয়া মখনা হাতী ধৰি অনাৰ পাচতো যেনেকৈ সি বনৰ কথাকেই ভাবি থাকে, মহাত্মাসকলেও তেনেকৈ নিৰ্বাণৰ চিন্তাকে কৰি থাকে।

গছৰ মূল উঘালিলে নতুনকৈ পাত মেলিব নোৱাৰে। তৃষ্ণা নাশ হ'লে সংসাৰত দুখ জন্মিব নোৱাৰে।

জ্ঞানীসকলক নিন্দা কৰা লোক ফুলা বাঁহৰ দৰে নাশ পায়।

বনত বান্দৰে গছৰ ফল বিচাৰি চঞ্চল হৈ ঘূৰি ফুৰে; চঞ্চল মানুহো সংসাৰত সুখ বিচাৰি ব্যাকুল হৈ ফুৰে।

ওপৰত দিয়া উদাহৰণৰ পৰাই ধম্মপদৰ সাহিত্যিক গুণৰ আভাস পাব পাৰি। উপনিষদ, মহাভাৰত আদি গ্ৰন্থৰ পৰাও এনে ভাব আৰু উপমা পোৱাটো স্বাভাৱিক। উপনিষদ ভাবধাৰাৰ বিৰোধী ভাব বুদ্ধই প্ৰচাৰ কৰা নাছিল। ধৰ্মানুষ্ঠানৰ যান্ত্ৰিকতা দূৰ কৰি প্ৰাচীন প্ৰজ্ঞা প্ৰচাৰ কৰা তেওঁৰ উদ্দেশ্য আছিল। বৌদ্ধধৰ্ম সকলো মানুহৰে মূল ধৰ্ম। প্ৰথমে মানুহ হোৱা, পাচত ধৰ্ম, দেৱতা, ঈশ্বৰৰ কথা ভাবিবা।

মহাপুৰুষসকলৰ বাক্য তেওঁৰ পৰৱৰ্তী শিষ্যসকলে ভুলকৈ বুজে আৰু প্ৰচাৰ কৰে। বুদ্ধৰ সৰল শিক্ষা শেষত দেৱ-দেৱতা, তন্ত্ৰ-মন্ত্ৰ আদিৰে অতি জটিল হৈ পৰিল। অজ্ঞ জনসাধাৰণৰ মাজত বিকৃত ৰূপো ধাৰণ কৰিলে। মধ্য যুগৰ হিন্দু ধৰ্মৰ ওপৰত বৌদ্ধধৰ্মৰ কিছু প্ৰভাৱ পৰিল যদিও বেছিকৈ negative নঞৰ্থক অংশৰ প্ৰভাৱ পৰিল। এই দীঘলীয়া যুগটো ভাৰতবৰ্ষৰ বনপৰ্বৰ যুগ বুলিব পাৰি, বৌদ্ধিক আৰু আৰ্থিক সকলো ফালৰ পৰা।

বুদ্ধদেৱৰ ধৰ্মৰ মূল কথাবোৰ আজিও অকণো পুৰণি হোৱা নাই। ই মানুহৰ শাৰীলৈ নিব পাৰে। কিন্তু এইবোৰ কথা কোনে কয়, কোনে শুনে? সৃজাম্যহম্— কোনে, কেতিয়া? ভগৱন্তৰ শান্তিদূতসকল নিৰাশ হৈছে। OO

# জীৱনৰ অপব্যৱহাৰ

সঙ্গীত নথকা ধৰ্ম দীৰ্ঘজীৱী নহয়। বৰগীতে ভাগৱতী ধৰ্মটো বাহিৰে ৰক্ষা কৰি থৈছে, ভিতৰি যিমান দুৰ্বল নহওক।

মই পৰাপক্ষত ধৰ্মগুৰুসকলৰ তিথি উপলক্ষে আয়োজন কৰা সভাত উপস্থিত থাকি বৰ ভাল নাপাওঁ। কিয়নো সেইবিলাক সভাত সেই সাধকসকলৰ গুণ আৰু কাৰ্যতকৈ সংকীৰ্ণ সাম্প্ৰদায়িক কথাইহে বেছিকৈ ঠাই পায়। তথাপি দুই-এখন সভালৈ যাব লগীয়া হয় আৰু ফটা মুখেৰে কথাও ক'ব লগীয়া হয়।

নকলেও নোৱাৰি ফটা মুখ।
কলেও লাগে ভকতৰ দোষ।।

এবাৰ এখন সভাত এজনে মোক প্ৰশ্ন কৰিলে বোলে মহাপুৰুষ মাধৱদেৱৰ বৰগীতবিলাকৰ মাজৰ পৰা প্ৰতিনিধিত্ব কৰিব পৰা গীত এটা আপুনি কবনে? মই আবৃত্তি কৰিলোঁ—

ৰাম পৰম ধন চিন্তহো মন ভাই।
নতো চিন্তামণি জন্ম বিফলেহো যায়।।
বিষয়ৰ সুখ শূকৰহি সঙ্গে পায়।
হৰি সেৱা কৰিতে মানৱী বিনে নাই।।
যোন্তা ঐচন জনমো গোৱাইলোঁ।
বিষয়-কাচক লাগি মাণিক বিকাইলোঁ।।
অহি পৰমতত্ত্ব বেদকো বাণী।
কহয় মূৰুখমতি মাধৱ জানি।।

মোৰ মনেৰে এই গীতটোতে গুৰু-শিষ্য দুইজনা মহাপুৰুষৰ শিক্ষাৰ সাৰমৰ্ম অতি সংক্ষেপে সোমাই আছে। মহাপুৰুষ শঙ্কৰদেৱৰ গীতৰ সংখ্যা অতি কম। বঢ়াৰ পোৰ গীতৰ সংখ্যা গুৰুজনাৰ গীতৰ সংখ্যাৰ প্ৰায় চাৰি গুণ হ'ব। প্ৰবাদ আছে বোলে জ্যেষ্ঠ গুৰুজনাৰ কিছুমান গীত এবাৰ ঘৰত জুই লাগোঁতে পুৰি ভস্ম কৰিলে। মোৰ কিন্তু কথাটো বিশ্বাস কৰিবৰ মন নাযায়। গীত এবাৰ মুখলৈ আহিলে জুইয়ে তাক পুৰিব নোৱাৰে। সি যি কি নহওক, মহাপুৰুষ মাধৱদেৱৰ ভালেখিনি গীত গোকুল প্ৰধান, অৰ্থাৎ এই গীতসমূহত কেঁচুৱা কৃষ্ণৰ পৰা গৰখীয়া কৃষ্ণলৈকে যশোদানন্দনৰ আনন্দময় কাহিনীৰে আৰু ব্ৰজবাসীৰ জীৱনৰ কথাৰে পৰিপূৰ্ণ হৈ আছে।

মোৰ পুত্ৰ বুলি যশোৱা গোৱালী
বুকে বান্ধি কোলে লৈলা।

বয়নে চুম্বন কৰি ঘনেঘন
আনন্দে মগন ভৈলা।।

এই দুশাৰীৰ ভিতৰতে যশোৱা মাতৃৰ বাৎসল্য ৰসৰ স্পষ্ট ছবি ওলাই পৰিছে। কবি মাধৱদেৱ নিজেও এই বাৎসল্য ৰসৰ ৰসিক। তেওঁৰ অবিবাহিত জীৱনৰ বাৎসল্য আকাঙ্ক্ষা যশোদা কৃষ্ণৰ চিত্ৰাঙ্কনৰ মাজেদি প্ৰকাশ পাইছে। মহাপুৰুষ শঙ্কৰদেৱৰ ভাষাতকৈ মহাপুৰুষ মাধৱদেৱৰ এটি গীত মাত্ৰ দুৰ্বোধ্য—

নাহি জন্ম তোমাৰ তথাপি জন্ম ধৰা।
সহজে অকৰ্ত্তা কৰ্ম কৰা অপৰ্য্যন্ত।।

এই গীতৰ মূল ভাৱটি ভাগৱতৰ গজেন্দ্ৰ স্তোত্ৰৰ পৰা অনা হৈছে। দুয়োজনা মহাপুৰুষৰ গীততে সৰ্বসাধাৰণ মানুহৰ উচ্চ প্ৰমূল্যৰ প্ৰতি উদাসীনতাৰ কথা স্পষ্ট। গীতাৰ ভাব আৰু বৌদ্ধসকলৰ আদৰ্শ দুইজনা মহাপুৰুষৰ গীতৰ মাজেদি ব্যাপ্ত হৈ অসমীয়া বৰগীতক ভাৰতৰ আন আন অঞ্চলৰ ভুজন সাহিত্যতকৈ অলপ পৃথক কৰিছে। OO

# বৌদ্ধজগত আৰু আমি

আধুনিক দৰ্শন-বিজ্ঞানৰ পৰিৱেশত পৰিপুষ্ট হোৱা বাবা চাহেব আম্বেদকাৰেও জীৱনৰ ভাটিবেলা বৌদ্ধ ধৰ্মকে গ্ৰহণ কৰিলে। প্ৰচলিত হিন্দুধৰ্মৰ অন্যায়-অবিচাৰ আৰু অসম্পূৰ্ণতাৰ কথা অতি ভালকৈ জনা বাপুজীয়ে কিন্তু হিন্দু ধৰ্মৰ বাহিৰে আন ধৰ্ম গ্ৰহণৰ কথা ভাবিব নোৱাৰিছিল। পীড়িত, দলিত আৰু মূক জনগণৰ প্ৰতি তেওঁৰ অপাৰ সহানুভূতি থকাৰ কথা আমি জানো। এই দুটা ঘটনাই বাৰু কিহৰ ইঙ্গিত দিয়ে? বৌদ্ধ ধৰ্ম আৰু হিন্দু ধৰ্মৰ মাজত কিবা মৌলিক প্ৰভেদ আছে নেকি? বৌদ্ধ ধৰ্মই জাতিবিভাগ নমনাটোৱেই এই দুই ধৰ্মৰ মাজৰ ঘাই প্ৰভেদ নেকি?

বৌদ্ধধৰ্ম আৰু দৰ্শন ভাৰতীয় ধৰ্ম আৰু দৰ্শনৰ এটা অঙ্গ মাত্ৰ। পণ্ডিতসকলে বৌদ্ধদৰ্শনকো হিন্দুদৰ্শনৰ অঙ্গবিশেষ বুলিহে ধৰে। মোৰ দুই-চাৰিজন বন্ধু ছাত্ৰ আৰু পৰিচিত লোকে অসমীয়া সাহিত্যৰ ওপৰত বৌদ্ধ প্ৰভাৱৰ কথা মোক সোধে আৰু এই বিষয়ে লিখিবলৈকো কয়। অসমীয়া সাহিত্য সম্বন্ধে মোৰ জ্ঞান অতি লাহী, আৰু বৌদ্ধ সাহিত্য সম্বন্ধে তাতোকৈও বেছি লাহী। আধুনিক ভাৰতৰ দুগৰাকী প্ৰসিদ্ধ পুৰুষে উল্লেখ কৰি বিষয়টো আৰম্ভ কৰিলোঁ। গান্ধীজীয়ে বৌদ্ধ ধৰ্ম আৰু দৰ্শন সম্বন্ধে যদি ক'ৰবাত কিবা লিখি গৈছে, মোৰ চকুত পৰা নাই। সেই বিষয়ে কোনোবাই জনালে কৃতজ্ঞ হ'ম। চীন বা জাপানৰ ওপৰত বৌদ্ধ প্ৰভাৱৰ কথা আলোচনা কৰাৰ যথেষ্ট থল আছে; কিন্তু ভাৰতীয় চিন্তাৰ ওপৰত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ— কথাটো ভাৰতৰ ওপৰত ভাৰতৰ প্ৰভাৱৰ নিচিনা। তথাপি নিৰীশ্বৰবাদী বৌদ্ধচিন্তাৰ প্ৰভাৱৰ এটা বিশেষ ৰূপ আছে। ভাৰতৰ ভক্তিবাদ অনেক পণ্ডিতে বৌদ্ধ ধৰ্মৰ এটা পৰিণতি বুলিয়েই কয়। গীতাত কোৱা মতে প্ৰধান নিষ্ঠা দুটা, জ্ঞান যোগ আৰু কৰ্ম যোগ। ভক্তি যোগ পৰৱৰ্তী কালৰ বুদ্ধৰ অৱদান। তথাপি প্ৰাচীন বৌদ্ধ-পূৰ্বৱৰ্তী ভাৰততো ভক্তিৰ ধাৰা এটা যে নাছিল, এনে নহয়। শ্ৰদ্ধা বা ভক্তি জ্ঞান আৰু কৰ্মৰ সহায়ক। 'শ্ৰদ্ধাবান্ লভতে জ্ঞানম্।' অনন্ত কন্দলীয়ে দশমৰ এঠাইত এটা অতি সাৰুৱা কথা কৈছে; 'ভকতি-প্ৰদীপ বিনে বেদান্তকো নুবুজয়।'

ভাৰতৰ আঞ্চলিক ভাষা-সাহিত্যৰ ওপৰত বৌদ্ধ প্ৰভাৱ কিছু পৰিমাণে ধৰিব পাৰি। অসমীয়া ভাষাৰ প্ৰথম ৰচনা চৰ্যাগীতসমূহ। লুইপাদ চৰ্যাগীতৰ প্ৰথম কবি; অসমীয়া ভাষাৰো প্ৰথম কবি। চৰ্যাগীতৰ ধৰ্মীয় দৃষ্টিভঙ্গী পৰৱৰ্তী বৈষ্ণৱ সাহিত্যলৈ প্ৰৱাহিত নহ'লেও চৰ্যাৰ ব্যাকৰণ আৰু প্ৰকাশভঙ্গীৰ ধাৰা আধুনিক যুগলৈকে চলি আহিছে। আমাৰ কিছুমান অতি ঘৰুৱা শব্দ আৰু

শব্দসমষ্টি চৰ্যাগীতবিলাকত স্পষ্টকৈ দেখা যায়। চৰ্যাই ৰক্ষা কৰা গুহ্য ধৰ্মমত আৰু তাৰ আচৰণ পৰৱৰ্তী বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱত ক্ৰমে নিস্তেজ হৈ আহিল। কিন্তু চৰ্যাৰ প্ৰহেলিকা বাক্য আৰু ইয়াত সোমাই থকা বহুত শব্দ আৰু শব্দসমষ্টি অসমীয়া ভাষা-সাহিত্যই লাভ কৰিলে।

মহাভাৰতৰ শকুন্তলা আখ্যান আৰু কালিদাসৰ শকুন্তলা নাটক দুয়ো ঠাইতে দুষ্যন্ত ৰজা মৃগয়াসক্ত। কালিদাসৰ শকুন্তলা নাটকৰ আৰম্ভতে দেখা যায় যে আশ্ৰমৰ তপস্বীসকলে টানকৈ বাধা দিয়াতহে আশ্ৰমৰ মৃগ ৰক্ষা পৰিল। ক্ষত্ৰিয়সকল সাধাৰণতে ৰজো-গুণ-প্ৰধান। মৃগয়া তেওঁলোকৰ পক্ষে অধৰ্ম নহয়। কালিদাসৰ শকুন্তলা নাটকতেই কবিয়ে ৰজাৰ মুখেদি কোৱাইছে— মৃগয়াক মিছাতেই ব্যসন বোলে; এনে বিচিত্ৰ অভিজ্ঞতা আৰু বিনোদ আন ক'তো পোৱা নাযায়। কোঁচ ৰজা নৰনাৰায়ণৰ ৰাজসভাত ৰাম সৰস্বতী আখ্যা লাভ কৰা কবি অনিৰুদ্ধ দ্বিজৰ আদি পৰ্ব মহাভাৰতত শকুন্তলাৰ যি আখ্যান পোৱা যায়, তাত ৰজা দুষ্যন্তৰ চৰিত্ৰ মহাভাৰত আৰু কালিদাসৰ দুষ্যন্ততকৈ সম্পূৰ্ণ বেলেগ। কবি অনিৰুদ্ধৰ দুষ্যন্তই মৃগয়া কৰিবলৈ যোৱা নাছিল; নিৰ্দয় ৰজা এজনৰ আক্ৰমণৰ পৰা বনৰ মৃগক ৰক্ষা কৰিবলৈহে গৈছিল; আৰু সেই উদ্দেশ্যে যাওঁতেহে তেওঁ কণ্ব মুনিৰ আশ্ৰমত সোমাবলৈ পালে। মোৰ মনেৰে এইজন দুষ্যন্ত সত্ত্বগুণপ্ৰধান ৰজা আৰু এওঁ বৌদ্ধপ্ৰভাৱত শিক্ষিত হৈছিল বুলি ক'ব পাৰি।

অসমীয়া সাহিত্যত বৌদ্ধপ্ৰভাৱ বিচাৰ কৰিবলৈ হ'লে এই সত্ত্ব গুণৰ প্ৰাধান্যৰ কথাকেই ধৰিব লাগিব; কিয়নো, বৌদ্ধ ধৰ্মই ঈশ্বৰ, দেৱতা, হোম-যজ্ঞ, পূজা-পাতল আদি অনুষ্ঠানতকৈ সাত্ত্বিক জীৱন-যাপনৰ ওপৰত গুৰুত্ব দিছিল।

অসমত প্ৰচলিত কেইটামান সাধু, যেনে— জামু খোৱা বান্দৰ আৰু ঘঁৰিয়াল, গপত মৰিল গজহস্তীৰ সাধু আদি কেইটামান সাধুৰ অনুৰূপ কাহিনী জাতকত পোৱা যায়। এই সাধুবিলাক জাতকৰ পৰা আমাৰ দেশত প্ৰচাৰ হ'ব পাৰে, অথবা জাতক-সংগ্ৰহ হৈ বৌদ্ধ-সাহিত্য ৰূপে ওলোৱাৰ আগৰে পৰাই এনে সাধুবোৰ ভাৰতত প্ৰচলিত হ'ব পাৰে। সঠিককৈ কোৱা টান। উল্লেখযোগ্য যে চতুৰ্দশ শতাব্দীৰ ইংৰাজ কবি Chaucer-অৰ Canterbury Tales-অৰ অন্তৰ্গত Pardoner's Tale বোলা কাহিনী বেদম্ভজাতকৰ কাহিনীৰ লগত হুবহু মিলে। পণ্ডিতসকলে পম খেদি-খেদি এনে কাহিনীবোৰৰ প্ৰব্ৰজনৰ কথা আৱিষ্কাৰ কৰে।

আমাৰ বৰগীতসমূহত তিব্বত দেশীয় মিলাৰেপা নামে বৌদ্ধসাধকৰ গীতবিলাকৰ প্ৰভাৱ কেনেবাকৈ পৰিছিল বুলি অনুমান হয়। ভাৰতৰ বৈষ্ণৱ কবিৰ অনেক গীতত মানৱীয় অনুৰাগৰ তাপ অনুভৱ কৰা যায়। আমাৰ

মহাপুৰুষসকলৰ বৰগীতত কিন্তু সত্ত্বগুণ আৰু বৈৰাগ্যৰ প্ৰভাৱেই অধিক। এই বিষয়তো আমাৰ বৈষ্ণৱ সাহিত্যই কিছু বৌদ্ধ প্ৰভাৱ ধাৰণ কৰিছিল যেন অনুমান হয়। সাধক মিলাৰেপা সম্পৰ্কীয় গ্ৰন্থ Oxford University Press-অৰ পৰা আজি তিনিকুৰি বছৰ মানৰ আগতে প্ৰকাশ হৈছিল। এই তিব্বতদেশীয় সাধকজনৰ ভালেখিনি গীত আমেৰিকা যুক্তৰাষ্ট্ৰতো প্ৰকাশ হৈছে বুলি গম পাইছোঁ; কিন্তু মই সংগ্ৰহ কৰিব পৰা নাই। তিব্বতত প্ৰচলিত নাটকৰ প্ৰভাৱো আমাৰ বৈষ্ণৱ নাটকত পৰিব পাৰে বুলি কোনো কোনো পণ্ডিতে মত পোষণ কৰে। কিন্তু তেনে নাটক নিজে নেদেখাকৈ এই সম্পৰ্কে একো ক'ব নোৱাৰি। আজিকালি Tibetology বুলি এটা নতুন বিষয়েই ওলাইছে। এই কথাটোলৈ আমাৰ জ্ঞানপিপাসু ডেকাসকলৰ দৃষ্টি আকৰ্ষণ কৰিলোঁ, বিশেষকৈ পুৰণি অসমীয়া সাহিত্য আলোচনা কৰা ছাত্ৰসকলৰ। তিনি শৰণ (পাছলৈ চাৰিশৰণ), মণিকূট, মুক্তিমঙ্গল আদি শব্দও বৌদ্ধগন্ধী। ৰাতিখোৱা সম্প্ৰদায় বৌদ্ধধৰ্মৰ পৰিণতি নহ'বও পাৰে; কিয়নো, এনে গুপুত সম্প্ৰদায়বোৰ পৃথিৱীৰ অনেক ঠাইত বহুত প্ৰাচীন কালৰ পৰাই আছিল বুলি জনা যায়।

আমাৰ সাহিত্যৰ ওপৰত বৌদ্ধপ্ৰভাৱ কিমান আছিল তাক নিৰ্ণয় কৰা বৰ সহজ কথা নহয়। তথাপি ইংৰাজ সাহিত্যৰ বুৰঞ্জী লেখক ফৰাচী পণ্ডিত এগৰাকীয়ে কোৱাৰ দৰে,— সাহিত্যৰ বুৰঞ্জী মাত্ৰেই গতি-মতি (tendencies) আৰু প্ৰভাৱৰ বুৰঞ্জী। ধৰ্মৰ ইতিহাস সাধাৰণতে জটিলতা আৰু পতনৰ ইতিহাস; ধৰ্মৰ মূল কথা লাহে-লাহে লোপ পায়; আচাৰ-অনুষ্ঠান প্ৰবল হৈ উঠে—এই কথাও আমি সদায় মনত ৰখা উচিত হ'ব। কিন্তু যি ধৰ্মই হওক, তাৰ সাত্ত্বিকতাৰ দিশটো তাৰ বৌদ্ধ গুণ বুলি ধৰিব পাৰি। মোৰ এই সৰু টোকাটোত কেৱল ইঙ্গিতহে দিলোঁ। অৰ্থাৎ কথাখিনি suggestive এই সম্পৰ্কে কোৱা কথাবোৰ চূড়ান্ত বুলি কোৱাৰ ধৃষ্টতা মোৰ নাই। OO

# মহাপুৰুষ আৰু মহাজন

বৈষ্ণৱসকলে যে নিজ গুৰুক মহাপুৰুষ আখ্যা দিয়ে ই অতি স্বাভাৱিক, কিয়নো বিষ্ণু আৰু মহাপুৰুষৰ অৰ্থ একেই। পুৰুষ, মহাপুৰুষ, পুৰুষোত্তম, মহাজন আদি শব্দবোৰ আমি সদায় ব্যৱহাৰ কৰি থাকোঁ। কিন্তু এই শব্দবোৰৰ আঁতিগুৰি, গতি-গোত্ৰ আমি বহুতেই নেজানো। বেদৰ পুৰুষসূক্তত পুৰুষ শব্দটোহে লগ পাওঁ। ইয়াত পুৰুষ মানে অনন্ত ব্ৰহ্ম বা বিৰাট পুৰুষক বুজাইছে। সেই সূক্তৰ এটা মন্ত্ৰ হৈছে এই—

এতাৱান্ অস্য মহিমা তু
জ্যায়াংচ পুৰুষঃ।

অৰ্থাৎ আমি যি দেখিছোঁ, শুনিছোঁ, কল্পনা কৰিছোঁ সেই সকলোবোৰেই তেওঁৰ মহিমাহে মাত্ৰ। কিন্তু আচল পুৰুষজন এই মহিমাবোৰতকৈ অনেক গুণে ডাঙৰ। ঠিক এনে ভাবকেই আন এটা প্ৰসঙ্গত ৰবীন্দ্ৰনাথে ব্যক্ত কৰিছে—

'তোমাৰ কীৰ্ত্তিৰ চেয়ে তুমি যে মহৎ।'

পৰৱৰ্তী কালত এই পুৰুষৰ ধাৰণাৰ পৰাই পুৰুষোত্তম, 'মহাপুৰুষ আদি ধাৰণাবোৰৰ সৃষ্টি হৈছে। মহাভাৰততে দেখা পাওঁ পুৰুষ শব্দ বিষ্ণুৰ অৰ্থত ব্যৱহৃত হৈছে। এগৰাকী ভক্তই বিষ্ণুক এই বুলি স্তুতি কৰিছে—

জিতন্তে পুণ্ডৰীকাক্ষ নমস্তে ৱিশ্বভাৱন।
নমস্তে তু হৃষীকেশ মহাপুৰুষ পূৰ্ব্বজ।।

এই মহাপুৰুষ শব্দও বিষ্ণুৰ ক্ষেত্ৰতে প্ৰয়োগ হৈছে। আমাৰ বৈষ্ণৱসকলৰ এটা সম্প্ৰদায়ে নিজকে পুৰুষ সংহতি বুলি চিনাকি দিয়ে। তাতো খুব সম্ভৱ বিষ্ণুকেই বুজোৱা হৈছে। ভগৱত পূৰাণৰ একাদশ স্কন্ধত লগালগিকৈ দুটা শ্লোক আছে। অনেক বৈষ্ণৱ লোকে এই শ্লোক দুটা বিষ্ণুক প্ৰণাম কৰোঁতে দিনৌ পাঠ কৰে। শ্লোক দুটা হ'ল—

ধ্যেয়ং সদা পৰিভৱঘ্নমভীষ্টদোহং
তীৰ্থাস্পদং শিৱৱিৰিঞ্চিনুতং শৰণ্যম্।
ভৃত্যাৰ্তিহং প্ৰণতপাল ভৱাব্ধিপোতং
ৱন্দে মহাপুৰুষ তে শৰণাৰৱিন্দম্।।

ত্যক্ত্বা সুদুস্ত্যজসুৰেপ্সিতৰাজলক্ষ্মীং
ধৰ্মিষ্ঠ আৰ্যৱচসা যদগাদৰণ্যম্।
মায়ামৃগং দয়িতয়েপ্সিতমন্বধাৱৎ
ৱন্দে মহাপুৰুষ তে চৰণাৰৱিন্দম্।।

এই দুটা শ্লোকৰ প্ৰথমটোত ভক্তৰ পালক মুক্তিদাতা বিষ্ণুক মহাপুৰুষ বুলি বন্দনা কৰিছে। ২য় শ্লোকত দেৱতায়ো লোভ সামৰিব নোৱৰা সিংহাসন ত্যাগ কৰি পূজানীয় পিতৃৰ সত্যপালন অৰ্থে স্বইচ্ছাৰে আনন্দেৰে বনবাসলৈ গ'ল আৰু যিজনে নিজৰ প্ৰিয়ভক্তৰ মনোৰঞ্জনৰ অৰ্থে জানি-শুনিও মায়ামৃগক অনুধাৱন কৰিছিল সেই দাশৰথি ৰামচন্দ্ৰক মহাপুৰুষ বুলি বন্দনা কৰা হৈছে।

ভাগৱতত ৰামচন্দ্ৰ বিষ্ণুৰ অৱতাৰ বুলি গৃহীত হৈছে। এই দুটা শ্লোকৰ পৰা এই কথা স্পষ্টকৈ বুজা যায় অৰ্থাৎ বিষ্ণু আৰু ৰামচন্দ্ৰ ভিন্ন নহয়। ভাগৱতত থকা জাম্বৱন্তৰ স্তুতিৰ পৰাও এই কথা প্ৰমাণ পোৱা যায়। ভীষ্মপৰ্বৰ অন্তৰ্গত শ্ৰীমদ্ভাগৱত গীতাত বক্তা শ্ৰীকৃষ্ণই শ্ৰোতা অৰ্জুনক এই বুলি কৈছে যে অস্ত্ৰধাৰী বীৰসকলৰ ভিতৰত দাশৰথি ৰামো ময়েই (ৰামঃ শস্ত্ৰভৃতামস্মি)। ইয়াৰ পৰা বুজা যায় মহাভাৰতৰ দিনলৈকে ৰামক এজন অস্ত্ৰ ব্যৱহাৰত নিপুণ বীৰ বুলি মাথোন স্বীকৃতি দিয়া হৈছিল। একালত ৰামচন্দ্ৰৰ লীলাভূমি অযোধ্যাৰ পৰা আৰম্ভ কৰি সীতাদেৱীৰ জন্মস্থান মিথিলা পৰ্যন্ত এই বৃহৎ অঞ্চলটোত ৰামচন্দ্ৰ ঈশ্বৰৰূপে পূজিত হৈছিল আৰু ৰামক কেন্দ্ৰ কৰি এটা বিৰাট উপাসনা সম্প্ৰদায় গঢ়ি উঠিছিল। আন হাতে যাদৱনন্দন, ৰাসনায়ক, কংস-শিশুপাল-নিধনকাৰী, ৰুক্মিণীবল্লভ, পাণ্ডৱ-বন্ধু, কুৰুক্ষেত্ৰনায়ক আৰু গীতা-প্ৰবক্তা শ্ৰীকৃষ্ণৰ সৰল মাহাত্ম্যই বিচিত্ৰৰূপ ধাৰণ কৰি দাক্ষিণাত্য আৰু উত্তৰ ভাৰতৰ বিভিন্ন অঞ্চলৰ জনগণৰ মন অধিকাৰ কৰিছিল। দক্ষিণ ভাৰতৰ তামিল ভাষাত কেইবাশতাব্দীৰ পৰা কৃষ্ণসম্বন্ধীয় গীত-পদ প্ৰচলিত হৈ আহিছে। ভাৰতৰ আঞ্চলিক ভাষাত কৃষ্ণ সম্বন্ধে গীত প্ৰচাৰ কৰা তামিল সন্তসকলেই প্ৰথম বুলি পণ্ডিতসকলে কয় আৰু ভাৰতত ভক্তি ধৰ্ম প্ৰচাৰত এই সাহিত্যই শক্তি আৰু প্ৰেৰণা যোগায়। অনেক পণ্ডিতৰ মতে ভাৰতৰ পৌৰাণিক যুগৰ বৈষ্ণৱ ধৰ্মৰ এখন মূল গ্ৰন্থ ভাগৱত পুৰাণ প্ৰথমে দাক্ষিণাত্যত ৰচিত হয় আৰু কালক্ৰমত ইয়াৰ কলেৱৰ বাঢ়ি আহি আমি দেখা দিয়া ৰূপ লয়হি। এই ভাগৱত পুৰাণ ভাৰতৰ প্ৰায় সকলো আঞ্চলিক ভাষালৈ অনুবাদ কৰা হৈছিল আৰু এই ভাগৱতক অৱলম্বন কৰি কৃষ্ণ সম্বন্ধীয় গীত-পদ আৰু নাটৰ এক বিচিত্ৰ আৰু বৃহৎ সাহিত্য সৃষ্টি হৈছিল। এনে প্ৰসাদ আছে যে 'কাণু বিনে গীত নাই' অৰ্থাৎ ভাৰতৰ মধ্যযুগীয় সাহিত্যত শ্ৰীকৃষ্ণই প্ৰধান বিষয়বস্তু। সংস্কৃত আৰু প্ৰাকৃত ভাষাতো শ্ৰীকৃষ্ণ সম্বন্ধে অজস্ৰ গীত-পদ ৰচিত হৈছিল। অসমীয়া লোকগীততো কৃষ্ণ সম্বন্ধে অসংখ্য গীত-পদ আজি পৰ্যন্ত ৰচিত হৈ আছে।

হিন্দুস্তানত ৰাম সম্বন্ধেও বৃহৎ সাহিত্যৰ সৃষ্টি হৈছিল। এই সাহিত্যৰ ভিতৰত ভক্ত কবি তুলসীদাসৰ ৰামচৰিত মানস অতি পৰিচিত আৰু কোটি কোটি নৰ-নাৰীয়ে তুলসীদাসৰ পদ শুনি আজিৰ দিনতো জীৱনত শান্তি আৰু শক্তি লাভ কৰে।

কৃষ্ণ উপাসক সম্প্ৰদায় আৰু ৰাম উপাসক সম্প্ৰদায় এই দুয়োটাৰ মাজত যাতে কিঞ্চিৎমানো সংঘৰ্ষ বা সংঘাত নঘটে তালৈ লক্ষ্য ৰাখি বিষ্ণুৰ দশ অৱতাৰৰ মাজত ৰামক এক বিশিষ্ট স্থান প্ৰদান কৰিছে। ইতিপূৰ্বে এই প্ৰবন্ধৰ আগ ভাগতে দেখা পোৱা শ্লোক দুটায়ো পুৰাণকাৰসকলৰ এই উদাৰ মনোভাৱৰ পৰিচয় দিয়ে। যেয়ে বিষ্ণু সেয়ে ৰাম, যেয়ে ৰাম সেয়ে কৃষ্ণ—শ্ৰীনাথ আৰু জানকীনাথ অভেদ।

ভাগৱততে আমি মহাপৌৰুষিক শব্দটো পাওঁ। ভাগৱতৰ মান্য ভাষ্যকাৰ শ্ৰীধৰস্বামীয়ে এই মহাপৌৰুষিক শব্দৰ অৰ্থ এই বুলি কৈছে— বৈকুণ্ঠনাথৰ অনুচৰ, অৰ্থাৎ বিষ্ণুৰ পৰিষদ।

এতিয়া আকৌ আমি মহাভাৰতলৈ যাওঁহঁক। বনপৰ্বত থকা বকৰূপী যমৰ লগত যুধিষ্ঠিৰৰ সাক্ষাৎ হোৱা কথা মহাভাৰতৰ পাঠক মাত্ৰেই জানে। যুধিষ্ঠিৰৰ জ্ঞানৰ পৰীক্ষা কৰিবলৈ বকে তেওঁক চাৰিটা প্ৰশ্ন কৰিছিল: তাৰ এটা প্ৰশ্ন আছিল পন্থা কি, অৰ্থাৎ মানুহে কোনটো পথ ধৰি চলিব। যুধিষ্ঠিৰে তপৰাই উত্তৰ দিছিল।

বেদাঃ বিভিন্নাঃ স্মৃতয়ো বিভিন্নাঃ
নাসৌ মুনিঃ যস্য মতং নাভিন্নম্।
ধৰ্ম্মস্য তত্ত্বং নিহিতং গুহায়াম্
মহাজনো যেন গতঃ স পন্থাঃ।।

অৰ্থাৎ বেলেগ বেলেগ বেদ আছে, স্মৃতিশাস্ত্ৰৰো লেখ-জোখ নাই; বেদ, স্মৃতি অনেক সময়ত পৰস্পৰবিৰোধী। ইখনৰ লগত সিখনৰ মিল নাই। মহাজ্ঞানী মুনিসকলৰো নিজৰ নিজৰ একোটা সম্প্ৰদায় আছে, একোজন মুনি বুলিলেই নিজৰ একোটা সম্প্ৰদায় আৰু মত। সাধাৰণ মানুহ বিভ্ৰান্তিত পৰে, কোন বাটেদি যাব ভাবি পেঁপুৱা লাগে। গতিকে মহাজনে যি পথ দেখুৱাই সেয়ে পথ।

এতিয়া ভাবিব লগীয়া হ'ল মহাজন নো কোন? গাড়ীৰ চকাৰ পিঠিয়াৰ দৰে মানুহৰ ভাগ্য এবাৰ তললৈ যায়, এবাৰ ওপৰলৈ যায়। মানুহৰ ভাগ্যৰ দৰেই শব্দৰো ভাগ্য বিপৰ্যয় ঘটে। উচ্চ ভাব বুজোৱা কিছুমান শব্দ কালৰ গতিত কেতিয়াবা কেতিয়াবা অতি সাধাৰণ বা তুলুঙা অৰ্থত ব্যৱহাৰ কৰা হয়। মহাজন শব্দটোত তেনে এটা শব্দ। হুঁচৰি গোৱা ল'ৰাই তুচ্ছাৰ্থত মহাজন শব্দটো ব্যৱহাৰ কৰে, যেনে চোতালৰ কেঞ্চাবন, ওলাই আহা মহাজন, ইত্যাদি। সাধাৰণ দোকানী-বেপাৰীকো মহাজন বুলি কোৱা হয়। আকৌ কোনো কাৰবাৰ বা দোকানৰ মালিককো মহাজন বোলা হয়। গোসাঁই-মহন্ত দুখীয়া হ'লে তেওঁক সাত্ত্বিকতালৈ নাচাই টোকোনা মহাজন বুলি কোৱা হয়। আন হাতে বৈষ্ণৱ পদাৱলী ৰচনা কৰোঁতা সাধক কবিকো মহাজন বোলা হয়।

অভিধানত পোৱা যায় মহাজন মানে গৰিষ্ঠসংখ্যক লোক বা একে লগেই আকৌ পোৱা যায় মহাজনৰ অৰ্থ মহৎ ব্যক্তি।

এতিয়া ভাবিব লগীয়া হ'ল 'মহাজনৰ পথ' ইয়াৰ অৰ্থ কি? মহাজন শব্দৰ অৰ্থ যদি অধিক সংখ্যক লোক বুলি ধৰা হয় তেনেহ'লে সিও এক বিপদৰ কথা হৈ পৰে, কিয়নো কেতিয়াবা দেখা যায় যে অধিক সংখ্যক প্ৰজাই বেয়া পথ বা কুপথো অৱলম্বন কৰে। তেতিয়া তুমি কি কৰিবা? বহুসংখ্যকৰ মতেই তুমি চলিবা নেকি? তেতিয়া গাটো বচাব পাৰিবা সামূহিকভাৱে; কিন্তু তোমাৰ ভিতৰখন বচাব পাৰিবা জানো, তেন্তেনো কি কৰা যায়! মহাজন শব্দটো মহাভাৰতৰ শব্দ আৰু সামগ্ৰিকভাৱে মহাভাৰতৰ লগত সংহতি ৰাখি মহা শব্দৰ অৰ্থ উলিয়াবলৈ চেষ্টা কৰিলে সি বোধহয় অপচেষ্টা নহ'ব।

অনেক পণ্ডিতে কয় বোলে মহাভাৰতখন গীতাৰ ব্যাখ্যা মাত্ৰ। গীতাৰ মতৰ লগত নিজৰ মত নিমিলা ৰবীন্দ্ৰনাথেও কৈছিল যে গীতাখন মহাভাৰতৰ বুকুৰ শ্ৰেষ্ঠ সম্পদ। তেনেহ'লে এতিয়া চাব পাৰি গীতাৰ বক্তাজনক মহাজন আখ্যা দিব পাৰি নেকি? গীতাৰ বক্তাজনে স্পষ্টকৈ কৈছে বোলে নিষ্কাম কৰ্মই মানব জাতিৰ পৰম ধৰ্ম, অৰ্থাৎ শ্ৰেষ্ঠ বা প্ৰকৃত পন্থা। তেওঁ কৈছিল, 'কৰ্মৰ দ্বাৰাইহে মোৰ উপাসনা হয় আৰু তাৰ দ্বাৰাইহে মানুহে সিদ্ধি লাভ কৰে।' আন হাতেদি তেওঁ ইয়াকো কৈছে যে শ্ৰদ্ধা ভক্তিৰে যিজনে যি দেৱ-দেৱীকেই উপাসনা কৰে তেওঁ অজ্ঞাতসাৰে হ'লেও মোকেই উপাসনা কৰে। গীতাৰ এই বক্তাজন নানা মুনিৰ নানা মতৰ মাজতো এটা বৃহৎ সমন্বয়ৰ আদৰ্শ দেখুৱাই মহাজন উপাধি পাবৰ উপযুক্ত হৈছে, কোনো প্ৰতিদ্বন্দ্বী ইয়াৰ ওচৰ চাপিব নোৱাৰে। মহাজন কোন? গীতাৰ নিষ্কাম কৰ্মৰ আদৰ্শ। এই মহাজনেই জগতত শান্তি আৰু সমন্বয়ৰ প্ৰেৰণা যোগাব পাৰে। এই মহাজনে উদ্ধৱক যি শেষ বাণী শুনাই গৈছিল তাৰ সকলোৰে শেহত আছিল সাৰ্বজনীন ধৰ্মৰ কথা, বাহ্যিক অনুষ্ঠান, প্ৰাৰ্থনা, উপাসনা আদিৰ কথাও তাত নাই। চমু কৰিবলৈ যাওঁতে কীৰ্তনৰ পদত সেই কথা নোসোমাল। এইখিনি কথা বৌদ্ধধৰ্মৰ মূল কথাৰ লগত একে বুলিয়েই ক'ব পাৰি। 'ঈশ্বৰসকলৰ বচনহে সত্য' (ভাগৱত ১০)। OO

# দিখৌপাৰৰ যদু কবি

সাধু সাধু সাধু খায় কঠালৰ বাদু। কোনোৱে বোলে বনফুল, কোনোৱে বোলে যাদু। যদু শব্দটো মৰমেৰে মাতিলে যাদু হয়। দুৱৰাক বেজবৰুৱাই যদু বুলি মতা মই নিজেই শুনিছোঁ। পুৰণি বাঁহীত চালে দেখিব দুৱৰাৰ ভালেখিনি কবিতা আৰু প্ৰবন্ধৰ তলত যদু বুলি লিখা আছে।

সি যি নহওক আমি স্কুলত পঢ়োঁতে দুৱৰা ডিব্ৰুগড়ৰ জৰ্জ ইন্সটিটিউশ্যনত (আজিকালি বাগ্মীবৰ নীলমণি ফুকন স্কুল) অলপদিন শিক্ষকতা কৰিছিল। সেই সময়ত তেওঁৰ ছাত্ৰৰ ভিতৰৰ পৰেশ নাথ বৰুৱা আৰু যোগীৰাজ বসুৰ মুখে দুৱৰাই ইংৰাজী কবিতা পঢ়োৱাৰ কথা শুনিছোঁ। দুৱৰা ডিব্ৰুগড়ত থকা কালডোখৰত বেজবৰুৱাই বাঁহীৰ প্ৰবন্ধবিলাক নিৰ্বাচন কৰি দুৱৰালৈ পঠিয়াই দিছিল আৰু দুৱৰাৰ তত্ত্বাৱধানত ডিব্ৰুগড়ত থকা আগৰৱালা প্ৰেছত বাঁহী ছপা হৈছিল। ইয়াৰ পাছত তেওঁ আকৌ কলিকতালৈ যায় আৰু তাত স্কটিচ চাৰ্চ কলেজিয়েট স্কুলৰ বুৰঞ্জী শিক্ষক নিযুক্ত হয় আৰু সেই কামতে তেখেতে প্ৰায় ডেৰ কুৰি বছৰমান কলিকতাত থাকে। শিক্ষক হিচাপে তেওঁৰ সুখ্যাতি আছিল। সেই সময়ত ইংৰাজী মাধ্যমত স্কুলৰ ওপৰৰ ক্লাছবিলাকত পঢ়োৱা হৈছিল। আৰু তলৰ ক্লাছত বঙলা মাধ্যমত পাঠদান কৰা হৈছিল। দুৱৰাই বঙালী ভাষাও ইমান সুন্দৰকৈ জানিছিল যে তেওঁক বঙালী বুলিয়েই ধৰি লৈছিল। মই কলিকতাত পঢ়োঁতে এওঁৰ প্ৰাক্তন ছাত্ৰকেইজনমান মোৰ সহপাঠী আছিল আৰু তেওঁলোকে 'ডাৱৰা'ক অসমীয়া বুলি কোৱাত আচৰিত হৈছিল। দুৱৰাৰ শিক্ষাদান কাৰ্যত সন্তুষ্ট হৈ কেইবছৰমানৰ ভিতৰতে তেওঁক স্কুল কৰ্তৃপক্ষই বুৰঞ্জীৰ প্ৰধান শিক্ষক নিযুক্ত কৰিছিল। সেই স্কুলখনত কলেজৰ দৰেই ইংৰাজী, অংক, বুৰঞ্জী আদি একোটা বিভাগ আছিল আৰু প্ৰত্যেক বিভাগৰ একোজন মুৰব্বী শিক্ষক আছিল। প্ৰত্যেক বিভাগৰ এটা কোঠালি আছিল আৰু সেই কোঠালিত নিজৰ নিজৰ বিষয়বিলাকৰ কিতাপৰ আলমাৰী আৰু শিক্ষাদানৰ আৱশ্যকীয় সজুলি ৰাখিছিল। সেই কোঠালিত বহি মুৰব্বী শিক্ষকৰ লগত আন শিক্ষকসকলে শিক্ষাদান সম্বন্ধে লাগতীয়াল আলোচনা কৰিছিল। উল্লেখযোগ্য যে এনে ব্যৱস্থা আমাৰ কলেজবিলাকতো এতিয়াও দেখিবলৈ পোৱা নাই।

মই কলিকতাত থকাৰ সময়ত আকৌ হাৰ্ট চাহাব স্কটিচ চাৰ্চ কলেজৰ অধ্যক্ষ আছিল আৰু স্কুলখন তেওঁৰে শাসনাধীন আছিল। স্কটিচ চাৰ্চ কলেজৰ কেইবাটাও ছাত্ৰাবাস আছিল, তাৰে এটা Duadas হোষ্টেলত দুৱৰাক আৱাসিক অধীক্ষক নিযুক্ত কৰিছিল, আকৌ হাৰ্ট চাহাবে দুৱৰাক বৰ ভাল পাইছিল।

আকৌ হাৰ্ট এবাৰ কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্যও হৈছিল। কলেজৰ ছাত্ৰবিলাকেও দুৱৰাক যথেষ্ট সন্মান কৰিছিল। আৰু তেওঁৰ অধীনত থকা হোষ্টেলখন নিয়াৰিকৈ চলি আছিল।

মই স্কুলত পঢ়ি থাকোঁতেই ২২/২৩ চনত মোৰ তিনি চাৰিটামান প্ৰবন্ধ বাঁহীত প্ৰকাশ হৈছিল। কলেজলৈ যোৱাৰ পাছত লেখাৰ অভ্যাস প্ৰায় নোহোৱাই হ'ল। কেৱল চেতনাত দুটা কি এটা প্ৰবন্ধ ওলায়। সেই সময়ত দুৱৰা গুৱাহাটীলৈ আহোঁতে তেওঁৰ লগত মোৰ প্ৰথম চিনাকি হয়। দুৱৰাই মোক ক'লে, 'তুমি লিখিবলৈ এৰি নিদিবা। বেজবৰুৱাই যাৰে—তাৰে প্ৰবন্ধ বাঁহীত প্ৰকাশ নকৰে। বেজবৰুৱাই তোমাৰ কথা এই বুলি কৈছে যে এই ল'ৰাটিয়ে ভৱিষ্যতে যত্ন কৰিলে লেখিব পাৰিব।' ১৯২৪ চনৰ ডিচেম্বৰ মাহত বেজবৰুৱা অসম সাহিত্য সভাৰ সভাপতি হৈ গুৱাহাটীলৈ আহে, লগতে দুৱৰাও আহিছিল। সেই উপলক্ষে গুৱাহাটীত গোট খোৱা বেজবৰুৱা, হেম গোঁসাই, গোহাঞিবৰুৱা, দুই আগৰৱালা, সত্য বৰা, শৰৎ গোস্বামী, যতীন দুৱৰা, অম্বিকাগিৰি, ৰঘু চোধুৰী, ৰত্ন বৰকাকতী, বেণু শৰ্মা, দণ্ডী কলিতা, পদ্ম চলিহা, লক্ষ্মী ফুকন প্ৰভৃতি নবীন-প্ৰবীণ সাহিত্যিকসকলক কটন কলেজৰ পক্ষৰ পৰা অল্ড কাৰ্জন হলত এখনি সভাত অভিনন্দন জনোৱা হৈছিল। সাহিত্যিকসকলৰ এনে সমাৱেশ বিৰল আৰু আমাৰ পক্ষে এইটো এটা স্মৰণীয় দিন আছিল। দুৱৰাই বিনন্দ বৰুৱা আৰু মোক বেজবৰুৱাৰ লগত চিনাকি কৰি দিয়ে। বেজবৰুৱাই মোক কৈছিল, 'তোমাৰ নামটো আৰু লেখা দেখি তুমি এটা শকত-আৱত ল'ৰা বুলি ভাবিছিলোঁ। ইমান ক্ষীণ বুলি ভবা নাছিলোঁ। অলপ শকত হোৱা আৰু লেখাৰ অভ্যাস নেৰিবা।' বেজবৰুৱাৰ উপদেশ সত্ত্বেও মই ইয়াৰ পিছতো কেইবাবছৰো লেখিবলৈ বিশেষ যত্ন কৰা নাছিলোঁ।

মই কলিকতাত স্নাতকোত্তৰ শ্ৰেণীত পঢ়া কালত দুৱৰাই মোক ভালেখিনি সহায় কৰি দিছিল। অসমীয়া কিতাপ ছপা কৰা কেইবাটাও ছপাশালৰ লগত তেওঁ মোক চিনাকি কৰি দিয়ে। এই ছপাশালবিলাকৰ পৰা আৰ্হিকাকত আদি চোৱাৰ বাবদ মোৰ কিছু লাভ হৈছিল। অসমীয়া পঢ়িব খোজা কেইবাজনো বঙালী ছাত্ৰ আৰু ভদ্ৰলোকৰ লগতো দুৱৰাই মোক লগ লগাই দিছিল। সেই সময়ত ভাৰতীয় ভাষাৰ এম-এ দিয়া পৰীক্ষাৰ্থীসকলে নিজৰ ভাষাৰ বাহিৰেও আন এটা ভাষাৰ দুখন প্ৰশ্নকাকতৰ উত্তৰ দিব লগা হৈছিল। কিছুমানে অসমীয়া আৰু কিছুমানে উৰিয়া বা হিন্দী লয়। মই কলিকতাত পঢ়ি থকা সময়ডোখৰত বন্ধত আৰু আজৰি সময়ত অসমীয়া পঢ়াই কিছু অৰ্থ উপাৰ্জন কৰিব পাৰিছিলোঁ। এই বিষয়ত মোক অম্বিকা বৰা আৰু দুৰ্গাধৰ বৰকটকীয়েও সহায় কৰি দিছিল।

মই যোৰহাট কলেজত যোগ দিয়াৰ এবছৰমানৰ পাছত দুৱৰাৰ এটা ডাঙৰ দুৰ্ঘটনা হয়, ভাগ্যক্ৰমে ৰক্ষা পৰে। কৰ্ণৱালিচ ষ্ট্ৰীটত (বৰ্তমান বিধান সৰণি) ট্ৰাম দুৰ্ঘটনাত তেওঁ গাল-মুখত ভীষণ আঘাত পায়। কিছু দিন হাস্পতালত থাকিব লগা হৈছিল। আকৌ হাৰ্ট চাহাবৰ মানুহ বুলি তেওঁ বিশেষ চিকিৎসা আৰু শুশ্ৰূষা পাইছিল। আমাৰ কলেজ জহৰ বাবে বন্ধ হোৱাৰ লগে লগে বিহুৰ বাবে ঘৰত এদিন ভুমুকি মাৰিয়েই কলিকতালৈ ওলালোঁ। সন্দিকৈয়ে এখন দ্বিতীয় শ্ৰেণীৰ টিকট যোগাৰ কৰি দিছিল। কলিকতা পাই গধূলি শিয়ালদহৰ ওচৰতে মোৰ এজন বন্ধুৰ ঘৰত থাকিলোঁ। বন্ধুৱে ক'লে বোলে দুদিনৰ আগতে দুৱৰা হাস্পতালৰ পৰা হোষ্টেললৈ আহিছে। পাছ দিনা ৰাতিপুৱাই মই uadas হোষ্টেল পালোঁগৈ। দুৱৰা বৰ চেণ্টিমেণ্টেল মানুহ। মোক দেখি তেওঁ আনন্দ অভিভূত হ'ল। চকুৰ পানীও ওলাল।

তেওঁ ক'লে, 'মই পৰি থাকোঁতেই তোমালোকৰ কেইজনমানৰ চিঠি মোক পঢ়ি শুনাইছিল। তোমাৰ কথা কালি মই ভাবি আছিলোঁ আৰু আজি তোমালৈ টেলিগ্ৰাম কৰাৰ কথাই আছিল। তুমি অহাটো বিধিৰ বিধান। তুমি এতিয়া টালি-টোপোলা লৈ মোৰ ইয়ালৈ আহাগৈ। মোৰ ইয়াত পৰিলে এমাহমান থাকা। মোৰ সেয়া দৰব যেন হ'ব। তদুপৰি মেট্ৰিকুলেশ্যন পৰীক্ষাৰ অসমীয়াৰ বহী মই কেইখনমান চাওঁতেই এই দুৰ্ঘটনা হ'ল, বাচিম বুলি ভবা নাছিলোঁ। বহীবোৰ সৌ লোহাৰ আলমাৰীতে আছে। ডেৰশমান কাগজ চাবলৈ বাকী। সদ্যহতে তুমি সেইখিনি চাব লাগিব।' মই ক'লোঁ, ''আজিৰ দিনটো মই মোৰ নিজৰ আৰু সন্দিকৈৰ কামৰ কাৰণে বিশ্ববিদ্যালয়ৰ অফিচলৈ যাম। আৰু গধূলিহে আপোনাৰ ইয়ালৈ আহিম।''

গধূলি কোনোমতে টালি-টোপোলা লৈ দুৱৰাৰ হোষ্টেললৈ আহিলোঁ। দুৱৰাই মোৰ হাতত এখন কাগজ দিলে। কনট্ৰ'লাৰৰ চিঠি। যোৰহাট কলেজৰ অসমীয়াৰ অধ্যাপক শ্ৰীযজ্ঞেশ্বৰ শৰ্মাক মেট্ৰিকুলেশ্যনৰ অসমীয়াৰ পৰীক্ষক নিযুক্ত কৰা হৈছে। তেওঁক বিশেষভাৱে অনুৰোধ কৰা হ'ল যেন কলিকতাতে থাকি অহা সপ্তাহত তলত বিৱৰণ দিয়া বহীখিনি চাই শেষ কৰিব পাৰে। তেওঁৰ অহা-যোৱাৰ খৰচ আদি বিশ্ববিদ্যালয়ে বহন কৰিব।

দুৱৰাই ক'লে, ''তুমি চাগৈ ভাবিছিলা মই তোমাৰ হতুৱাই বহী পৰীক্ষা কৰোৱাই মোৰ নামত বিশ্ববিদ্যালয়ত দিম। সেইটো হ'ব নোৱাৰে। অম্বিকা বৰাই এই চিঠি এইমাত্ৰ মোলৈ পঠিয়াই দিছে। তেওঁ নিজেও নিজৰ কাকতখিনি চাব পৰা নাই। তেওঁৰ কাগজো কিজানি তুমি চাব লাগিব।''

মই তিনি-চাৰিদিনলৈ বুলি কলিকতালৈ আহোঁতে প্ৰায় দহ-বাৰ দিন হ'ল। দুৱৰাক এতিয়াও আৰু ডেৰমাহলৈ জিৰণিত থাকিবলৈ কৈছে আৰু কোঠালিৰ

ভিতৰৰ পৰা বাহিৰ ওলাবলৈ নিষেধ কৰিছে। মই থকা দিনকেইটা দুয়ৰাই বৰ আনন্দেৰে কটালে। তেওঁৰ হাঁহি আৰু মাত একেই আছিল। শৰীৰটো দুৰ্বল হৈছিল।

মেট্ৰিকুলেশ্যনৰ ইংৰাজীৰ পৰীক্ষক মই ইয়াৰ দুবছৰ পিছতহে হ'ব পাৰিছোঁ। কিন্তু অসমীয়াৰ লগত যে এই সম্বন্ধ আৰম্ভ হ'ল সি গুৱাহাটী বিশ্ববিদ্যালয়লৈকো আহিল আৰু প্ৰায় ১৯৭০ চনলৈকে আছিল।

১৯৫১ চনৰ আৰম্ভণি। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ কোনোবা এটা ছাব-কমিটিত দুয়ৰাকো সভা কৰি লোৱা হৈছিল। সন্দিকৈৰ বাসস্থানত হোৱা সভাত দুয়ৰা উপস্থিত আছিল। সভাৰ পাছত সেইদিনা দুয়ৰাৰ লগত চাৰিবছৰমানৰ মূৰত দীঘলীয়া কথা-বতৰা হ'ল। তেওঁ মোৰ ল'ৰা-ছোৱালীৰ কথা সুধিলে, সাধাৰণতে তেওঁ এইবোৰ কথা বৰকৈ নোসোধে। তেওঁ মোক ক'লে, তোমাৰ ল'ৰাহঁতক কবিতাসেৰুৱা নকৰিবা। ভগৱন্তই সিহঁতক প্ৰেক্টিকেল মানুহ, কৰক— মই আশীৰ্বাদ দিছোঁ'। কবিৰ সেই আশীৰ্বাদ একেবাৰে বিফল, হোৱা নাই। তেওঁবিলাক কবিতাৰ প্ৰতি একেবাৰে উদাসীনো নহয়। OO

# দাৰ্শনিক কবি দুৰ্গেশ্বৰ

দাৰ্শনিক কবি কথাষাৰ বহুতে ব্যৱহাৰ কৰে। অসমৰ কবি দুৰ্গেশ্বৰ শৰ্মাকো দাৰ্শনিক কবি বুলি কোৱা হয়। আচলতে কবি জানো দাৰ্শনিক? কবিয়ে বছা-বছা শব্দৰ সহায়েৰে ভাব-চিন্তাবোৰ প্ৰকাশ কৰে; সেইবোৰৰ ভিতৰত কেতিয়াবা দাৰ্শনিক তত্ত্বও সোমাই থাকে। দাৰ্শনিকে যুক্তি-তৰ্কৰ সহায়েৰে কোনো-কোনো তত্ত্বৰ প্ৰতিপাদন কৰে; কবিৰ সেইটো ব্যৱসায় নহয়। কবিৰ কাৰ্য হ'ল সুন্দৰ ভাষাৰ মাধ্যমত তেওঁৰ মনৰ মনোৰম প্ৰকাশ। কেতিয়াবা-কেতিয়াবা কোনো-কোনো কবিৰ কবিতাত বিভিন্ন দাৰ্শনিক চিন্তাৰ প্ৰকাশ দেখা যায়। তেনে কবিকে মানুহে দাৰ্শনিক কবি বুলি কয়। ইংৰাজীত শপ্তদশ সতাব্দীত metaphysical poet বোলা এটা কবি সম্প্ৰদায়ৰ উদ্ভৱ হৈছিল। মানুহে ভবা-চিন্তা নকৰাকৈয়ে তেওঁলোকক metaphysical নাম দিছিল। তেওঁলোকৰ কবিতাত metaphysics-অৰ নামগোন্ধেই নাছিল।

যি হওক, কবিসকলৰ কবিতাত জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰ উপাদান সোমাই থাকে। তেওঁলোকে কেৱল মনোৰঞ্জক ভাষাৰে অজ্ঞাতসাৰেই সেইবোৰ প্ৰকাশ কৰে; তাত কি অভিজ্ঞতাৰ কথা আছে নিজেই নাজানে। ইলিয়টে এটা উপমাত এই কথা প্ৰকাশ কৰিছে— মকৰাই মুখৰ পৰা সূতা উলিয়াই জাল বান্ধে; সূতাত কি উপাদান থাকে মকৰাই জনাৰ কথা নহয়; জালবন্ধাহে মকৰাৰ কাম।

পূৰ্ব কবি চন্দ্ৰ কুমাৰ আগৰৱালাৰ কবিতাতো হিন্দু দৰ্শনৰ তত্ত্ব কিছুমান সোমাই আছে। মনোযোগেৰে পঢ়ি চালে ধৰিব পাৰি। তেওঁৰ কবিতাত ইংৰাজ কবি স্কটৰো দুই-চাৰিটা ভাব তেওঁৰ অজ্ঞাতসাৰে সোমাই আছে। দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাত হিন্দু উপনিষদ আৰু দৰ্শনৰ বাহিৰেও গীতা, ভাগৱত আদিৰ মাজৰ পৰা অহা ভাব আৰু আধুনিক কালৰ ব্ৰহ্মবিদ্যা সমিতিয়ে (Theosophical Society) গ্ৰহণ কৰা বহু কথাও লুকাই আছে। তেওঁৰ কবিতাত ইংৰাজী কবিতা সংগ্ৰহ Golden Teasuryৰ ভালেখিনি কবিতাৰ ভাব লীন হৈ আছে। Ben Johnoson, Marlowe, Shakespeare আদি সপ্তদশ শতাব্দীৰ কোনো কোনো কবি আৰু Colins, Blake, Wordsworth, Shelly, Keats, Tennyson আদি কেইবাগৰাকীও কবিৰ প্ৰভাৱ স্পষ্ট। তেওঁ As you like it নামৰ শ্যেক্সপিয়েৰৰ নাটকখনৰ 'চন্দ্ৰাৱলী' নাম দি অসমীয়া ৰূপ দিছিল। ইয়াৰ অভিনয়ো অনেকবাৰ হৈছিল। আৰু এখন নাটক তেওঁ অনুবাদ কৰিছিল, কিন্তু সেইখন তেওঁৰ জীৱন কালত ছপা নহ'ল।

চন্দ্ৰাৱলী বোলোঁতে এটা ঘটনালৈ মনত পৰিল। প্ৰায় ১৯৫১-৫২ চনৰ কথা। চেনিকুঠীৰ তেওঁৰ বাসভৱনৰ বাৰাণ্ডা পাওঁতেই তেওঁৰ বৰ বোৱাৰীয়েকে ক'লে, "তেখেতে আপোনাৰ কথা আজি দিনটো কৈ আছে। কালি আপুনি নাহিল। তেখেতৰ আজি জ্বৰ; ১০২° হৈছিল। ড° ঘনশ্যাম দাসে চাই দৰব দিছে। তাপ কমিছে। বতৰৰ জ্বৰ বুলি কৈছে।"

মই গুৱাহাটীলৈ গ'লেই অন্ততঃ ২-৩ দিন কবি শৰ্মাৰ ঘৰত নাথাকিলে তেওঁ ভাল নাপায়। কিন্তু বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ কামত গ'লে ১০-১২ দিন হয়গৈ। গতিকে কামৰ সুবিধাৰ কাৰণে বিশ্ববিদ্যালয়ে নিৰ্দিষ্ট কৰা হে'ড এগ্‌জামিনাৰৰ কেম্পতে থাকোঁ। গধূলি বেলিকা প্ৰায়েই শৰ্মাদেৱৰ তালৈ যাওঁ।

মই তেওঁৰ কোঠালৈ সোমাই গ'লোঁ। দুৱাৰমুখ পায়েই শুনিলোঁ—জ্বৰীয়া কবিজনে সৰু ল'ৰাৰ দৰে গুণ গুণকৈ গান গাইছে, কোনে কয় জীৱন গ'লে মৰণ কাৰো ভাল নালাগে।

'চন্দ্ৰাৱলী'ৰ গীতটিৰ সম্পূৰ্ণ পাঠ

কোনে কয় জীৱন গ'লে
মৰণ কাৰো ভাল নালাগে,
জীৱন-মৰণ দুয়ো সমান
দুখে সুখে তাৰ ভাগে ভাগে।
যেয়ে শুনে সেয়ে বোলে
প্ৰাণ বিহনে স্বৰগ ভোগে
আহাঁ আমি সকলোৰে
কওঁ বিধাতাক মৰণ লাগে।
(সংগ্ৰহ কৰিছে প্ৰাপ্তিকে)

চন্দ্ৰাৱলী নাটকৰ গান। মোক দেখি জ্বৰীয়া মুখত হাঁহি বিৰিঙিল। তেওঁ ক'লে, "মই নিজে ৰচা গান মই নিজেই নাগালে আন কোনে গাব?" মোৰ হাতখন তেওঁৰ কপাললৈ নিলে। হাত দি চালোঁ, ১০০ ডিগ্ৰিমান আছে। তেওঁ ক'লে, "তোমাৰ হাতখন অলপ কপালত দি থাকাচোন। শীতল লাগিছে। তুমি চাহ-তাহ কিবা খালানে?"

মই ক'লোঁ, "বোৱাৰীয়ে গম পাইছে। চাহ আহিব।"

তেতিয়া তেওঁ মোক ক'লে, "তোমাৰ উচ্চাৰণেৰে স্তোত্ৰ দুটা-এটা পাঠ কৰাচোন।"

মই পাঠ কৰিলোঁ। উপনিষদৰ শ্লোক। তেওঁ পৰম তৃপ্তি পালে। ক'লে, "আজি ল'ৰাহঁতৰ এটাও ঘৰত নাই। তুমি আজি ইয়াতে থাকা। তোমাৰ আগৰ বিচনা আছেই। তুমি ইয়াত থাকিবা বুলি ৰেণুৱে ৰেজিষ্ট্ৰাৰলৈ ফোন কৰি দিয়ক।"

তাৰ পাছত তেওঁ ক'লে, "সংস্কৃত শব্দবিলাকৰ এটা মন্ত্ৰ-শক্তি আছে। নুবুজিলেও সেইবোৰে ক্ৰিয়া কৰে। বোধাদপি গৰীয়সী। শীতল পানীৰে গা নুধুলেও— দেখিলেও মনটো ভাল লাগে।

মই ক'লোঁ, "গঙ্গা স্নান নকৰিলেও,— গঙ্গাৰ পাৰলৈ গ'লেও হ'ব তেন্তে।"

তেওঁ হাঁহিলে।

এই দাৰ্শনিক কবিজন অতি সৰল। শিশুৰ দৰে সৰল। অফিচত থকা সময়খিনিহে তেওঁ অফিচৰ কথা চিন্তা কৰে; অফিচৰ পৰা ওলাই আহিলেই অফিচটো গাৰ পৰা একেবাৰে একেবাই পেলায়। বাহিৰত তেওঁ এজন অতি সাধাৰণ সৰল মানুহ। তেওঁৰ কবিতাৰ কথা ক'লে বা প্ৰশংসা কৰিলে তেওঁ বাধা দিছিল; কৈছিল ' "ঋষিভিঃ বহুধা গীতং, ছন্দোভিঃ বিবিধৈঃ পৃথক্।' বহুত মহামহা ঋষিয়ে বিবিধ ছন্দেৰে আমৰণ গীত গাই গৈছে। মোৰবোৰ মাত্ৰ ল'ৰাৰ ধেমালি।"

অসম সাহিত্য সভাৰ সভাপতিৰ পদ বহুতে ধৰাতো তেওঁ লবলৈ ইচ্ছা নকৰিলে। কুৰি শতিকাৰ অসমীয়া কবিতালৈ তেওঁ বৌদ্ধিক প্ৰভাৱ আনি দি গ'ল। আমাৰ সাহিত্যালৈ এয়ে তেখেতৰ বিশেষ অৱদান। ○○

# অধ্যাপক ব্ৰাউনৰ কথা

মহাৰাণীৰ দিনত ভাৰতৰ শিক্ষা বিভাগৰ সঞ্চালক আৰু মহাবিদ্যালয়বিলাকৰ মুৰব্বী অধ্যাপকৰ দৰে দায়িত্বশীল পদবিলাকৰ কাৰণে বিলাতৰ পৰা মানুহ অনা হৈছিল। বিদেশৰ পৰা এই বিষয়াসকলে ভাৰতৰ একে ধৰণৰ গুণসম্পন্ন লোকতকৈ অনেক বেছি বেতন আৰু সা-সুবিধা লাভ কৰিছিল। বিলাতৰ বিশেষ গুণ-সম্পন্ন লোকে ভাৰতলৈ আহিবলৈ প্ৰায়েই ইচ্ছা নকৰিছিল। তাত আদৰ নোপোৱা মানুহবিলাকহে প্ৰায়েই ভাৰতলৈ আহিছিল। তথাপি ভাৰতলৈকো মাজে-সময়ে বিশেষ গুণসম্পন্ন লোক নহাকৈ নাছিল।

এনে এজন লোক এ.ই. ব্ৰাউন কটন কলেজৰ অধ্যাপক হৈ কুৰি বছৰৰো অধিক কাল গুৱাহাটীত আছিল। ব্ৰাউন চাহাব কেমব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা বিশেষ দক্ষতাৰে উত্তীৰ্ণ হোৱা পণ্ডিত লোক। আন্তৰ্জাতিক আইন আৰু বুৰঞ্জী বিষয়ত তেওঁৰ অধিকাৰ আছিল। প্ৰথম মহাযুদ্ধৰ সময়ত ভাৰত চৰকাৰে তেওঁক আন্তৰ্জাতিক আইনৰ উপদেষ্টাৰূপে দুবছৰমান দিল্লীত ৰাখিছিল। এই বুৰঞ্জী আৰু আইন বিষয়ৰ লোকজনক পলিটিকেল ইকনমি বিষয়ৰ অধ্যাপক-ৰূপে নিযুক্তি দিয়া হৈছিল। আজিকালি অৰ্থনীতি আৰু ৰাজনীতি দুটা বিভিন্ন বিষয়; কিন্তু অলপ দিনৰ আগলৈকে পলিটিকেল ইক'নমি বোলা বিষয়টোৱে দুইটা বিষয় সামৰি লৈছিল। এখন প্ৰশ্নপত্ৰত ৰাজনীতি, এখনত অৰ্থনীতি আৰু তৃতীয়খনত ভাৰতীয় অৰ্থনীতি আৰু শাসন প্ৰণালীৰ কথা সুমোৱাই দিয়া হৈছিল। ব্ৰাউন চাহাবে বুৰঞ্জী আৰু আইন নপঢ়াই এইকেইটা বিষয় নিয়াৰিকৈ পঢ়াইছিল। অনাৰ্চ লোৱা ছাত্ৰসকলৰ বাবে বাণিজ্য আৰু বেঙ্ক সম্বন্ধে এখন পত্ৰ আৰু ৰাজনীতি বিষয়ক দুখন গ্ৰন্থ (যেনে, মিলৰ লিবাৰ্টি, হবচৰ লেভায়াথান) অতিৰিক্ত পাঠ্য আছিল। ব্ৰাউন চাহাব কেইবছৰমান আৰ্ল ল কলেজৰ অধ্যাপকো আছিল। সেই সময়তে কিছুকাল দেশভক্ত তৰুণৰাম ফুকনো এই কলেজৰ এজন অধ্যাপক আছিল। অৱশ্যে পাচলৈ দুয়োজনেই তাৰ পৰা গুচি আহিছিল।

বিশেষ উল্লেখযোগ্য যে ব্ৰাউন চাহাবৰ শ্ৰেণীবিলাকত কেৱল পাঠ্যপুথিৰ কথাবিলাককে কোৱা নহৈছিল। তেওঁ শ্ৰেণীত দেশ-বিদেশৰ ৰাজনীতি আৰু অৰ্থনীতি সম্পৰ্কে অনেক কথা কৈছিল আৰু সেইবিলাক কথাৰহে বেছি মূল্য আছিল। আমাৰ দেশত প্ৰচলিত মামুলি শিক্ষা প্ৰণালী, মাহিলী পৰীক্ষা আদি তেওঁ সমূলি ভাল নাপাইছিল। আমি পঢ়া দুবছৰত তেওঁৰ শ্ৰেণীত পঁচিশজন মানহে ছাত্ৰ আছিল, আৰু সুবিধা পালেই তেওঁ ল'ৰাবিলাকৰ লগত কথা পাতি

ঠাট্টা-তামাচা কৰি বৰ আমোদ পাইছিল। আমাৰ লগৰ ড° মথুৰানাথ গোস্বামী আৰু স্বৰ্গীয় জগদীশ চন্দ্ৰ মেধি তেওঁৰ বিশেষ প্ৰিয় ছাত্ৰ আছিল। তেওঁলোক দুয়োজনৰে অনাৰ্চ আছিল। সেই সময়ত কটন কলেজত প্ৰায় মাহে-মাহেই একোটা পৰীক্ষা হৈছিল। পৰীক্ষাৰ হেঁচাত ল'ৰাবিলাকে পাঠ্যৰ বাহিৰে আন বিষয়ত মন দিবলৈ বিশেষ সুবিধা নাপাইছিল। সেইদিনবোৰ একোটা দুঃস্বপ্ন যেন লাগে। ব্ৰাউন চাহাবে সেই পৰীক্ষাবোৰক ইতিকিং কৰিছিল। মাহেকীয়া পৰীক্ষাবোৰত তেওঁ কেৱল এটা প্ৰশ্নৰ উত্তৰ কৰিবলৈ দিছিল আৰু বছৰেকীয়া পৰীক্ষাবোৰত দুটা বা তিনিটাৰ অধিক প্ৰশ্ন নিদিছিল।

এই মানুহজন rationalist, যুক্তিবাদী আছিল। তেওঁৰ ধৰ্মবিশেষৰ প্ৰতি আগ্ৰহ নাছিল। ধৰ্মবিলাকক তেওঁ একোটা Human Institution ৰূপে জ্ঞান কৰিছিল। কলেজৰ সৰস্বতী পূজালৈ তেওঁ সদায় আহিছিল, ফোঁট আৰু নিৰ্মালি লৈছিল; মাহ-প্ৰসাদ খাইছিল। আন নিমন্ত্ৰিত অতিথিৰ লগতে জলপান খাইছিল আৰু ৰসগোল্লা (juicy bal) খুজি-খুজি খাইছিল। তেওঁ যি কোনো দেৱতাকে সন্মান কৰিবলৈ বেয়া নাপাইছিল; মূৰ্তিও চাইছিল আৰু প্ৰসাদো ভুঞ্জিছিল।

তেওঁ এখন চাইকেলত উঠি কলেজলৈ আহে আৰু সেই চাইকেলতে উঠি গধূলি সময়ত বন্ধু-বান্ধৱৰ ঘৰলৈ যায়। ৰাতি হয় বুলি তেওঁ চাইকেলত এটা লণ্ঠন ওলোমাই লৈ ফুৰিছিল। কটন কলেজৰ সংস্কৃতৰ অধ্যাপক মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য বিদযাবিনোদৰ ঘৰলৈ তেওঁ মাজে-সময়ে গৈছিল। অধ্যাপক ভট্টাচাৰ্য অতি নিষ্ঠাৱান আৰু প্ৰাচীন-পন্থী হিন্দু আছিল। তেওঁ ব্ৰাউন চাহাবৰ কাৰণে এটা কাঁহৰ বাতি বেলেগে থৈ দিয়ে, চাহাব গলে নিজেই সেই বাতিটো ধুই লয়, আৰু অধ্যাপক ভট্টাচাৰ্যই সেই বাটিটোত চাহ বাকী দিয়ে। ব্ৰাউন চাহাবে খায় আৰু হাঁহে। চাহ খাই বাটিটো আওখালি আওহতীয়াকৈ থৈ আহে। ভট্টাচাৰ্যৰ লগত তেওঁ বৰ ৰসিকতা কৰিছিল। তেওঁ ভট্টাচাৰ্যক কৈছিল, "আপুনি হিন্দুবিলাকক কুকুৰা খাবলৈ বাধা দিয়ক, কিয়নো আজিকালি সকলো হিন্দুৱেই কুকুৰা খাবলৈ ধৰাত এইবিধ চৰাইৰ দাম বাঢ়ি গৈছে।"

ইতিপূৰ্বে কোৱা হৈছে যে অধ্যাপক ব্ৰাউন শ্ৰেণীত কেৱল পৰীক্ষাৰ পাঠ্যপুথিতেই আবদ্ধ হৈ নাথাকিছিল। আইন, বুৰঞ্জী আৰু ৰাজনীতিৰ উপৰিও নৃতত্ত্ব, সমাজবিজ্ঞান বিষয়ত তেওঁৰ বিশেষ ৰাপ আছিল। বিলাতত নতুন কিতাপ ওলালেই তেওঁ পঢ়িব খোজা কিতাপ অনাই পঢ়িছিল আৰু কিতাপৰ কাৰণে যথেষ্ট পইচা খৰচ কৰিছিল। তেওঁ পঢ়োৱা বিষয়ত মোৰ অনাৰ্চ নাছিল যদিও, মই তেওঁৰ ওচৰলৈ মাজে-সময়ে গৈছিলোঁ। মোৰ ইংৰাজীত অনাৰ্চ আছিল আৰু অনাৰ্চৰ গদ্য-পত্ৰৰ কাৰণে লিটন ষ্ট্ৰেছিৰ 'এমিনেণ্ট ভিক্টৰিয়ানচ' (Eminent Victorans) বোলা কিতাপখন পঢ়িব লগা হৈছিল। এদিন কথা

প্ৰসঙ্গত তেওঁক মই সেই কিতাপখনৰ কথা সোধাত তেওঁ ক'লে যে তেওঁ প্ৰকাশ হোৱা মাত্ৰকে সেই কিতাপখন অনাইছে। সেইখন এখন নতুন ধৰণৰ জীৱনীৰ সমষ্টি-গ্ৰন্থ। তাত মহাৰাণী যুগৰ কেইবাগৰাকীও মূৰ ৰিজিলিকা ব্যক্তিৰ জীৱনী আছিল; যেনে— ফ্লৰেন্স নাইটিংগল, ড° আৰ্নল্ড (মেথিও আৰ্নল্ডৰ পিতৃ), নিউমেন, গৰ্ডন ইত্যাদি। সৰ্বসাধাৰণ জীৱনীত দেখা যায়, গ্ৰন্থকাৰে বৰ্ণিত ব্যক্তিৰ কেৱল গুণবোৰহে বখানে। কিন্তু ষ্ট্ৰেছিয়ে সেই পুথিত বৰ্ণিত ব্যক্তিসকলৰ দোষ-দুৰ্বলতা কিছুমানো দাঙি ধৰিছে। এইবিলাক জীৱনী-স্তোত্ৰ নহয়, চিত্ৰহে। এই গ্ৰন্থকাৰজনৰ ৰচনা-ৰীতি উইট (wit) আৰু ব্যঙ্গৰে পৰিপূৰ্ণ আৰু কিছুমান বাক্যৰ অৰ্থ বিশেষকৈ ভাৰতীয় ছাত্ৰৰ পক্ষে বুজা কঠিন। ইংৰাজীৰ অধ্যাপক গফিন চাহাবে আমাক এই পুথি পঢ়াইছিল। কিন্তু তেওঁ এই গ্ৰন্থকাৰৰ ৰস আমাক দেখুৱাই দিবলৈ অপাৰগ আছিল। তেওঁ নিজে পঢ়িছিল আৰু হাঁহিছিল; কিন্তু কিয় হাঁহিছিল, সেইটো আমাক বুজাই দিব নোৱাৰিছিল। ব্ৰাউন চাহাবক এই কথা কোৱাত তেওঁ কিছু সহায় কৰিম বুলি ক'লে। কাৰণ তেওঁৰ সময় অতি কম। ষ্ট্ৰেছিয়ে লিখা আৰু দুখন কি এখন কিতাপ তেওঁ মোক পঢ়িবলৈ দিলে। তাৰ পৰা এই গ্ৰন্থকাৰজনৰ দৃষ্টিভঙ্গী আৰু ৰচনা-ৰীতি অলপ বুজিব পৰা হৈছিলোঁ। ব্ৰাউন চাহাবে মোক এডৱাৰ্ড কাৰ্পেণ্টাৰৰ চিভিলিজেশ্যন ঃ ইট্‌চ কজ এণ্ড কিয়'ৰ নামৰ কিতাপখন পঢ়িবলৈ দিছিল। তেওঁ মোক কৈছিল যে গান্ধীজীৰ কথা বুজিবলৈ হ'লে তোমালোকে এইখন কিতাপ পঢ়া উচিত। কটন-কলেজ লাইব্ৰেৰিত এইখনৰ ফটাছিটা কপি এটা আছিল। বোধহয় সেই কিতাপৰ সঁচ এতিয়া নাই। সেই সময়ত নতুনকৈ ওলোৱা ডিন ইঙৰ এচেজৰ (Essays) এটা খণ্ড তেওঁ মোক দিছিল। কলেজ লাইব্ৰেৰিত সেই কিতাপ নাছিল। তদুপৰি কাৰ্পেণ্টাৰৰ Last Coming of Age বোলা এখন কিতাপো তেওঁ মোক দিছিল। এইবোৰ কিতাপ পঢ়ি ভালেখিনি কথা জানিছিলোঁ। The Other Side of the Medal বোলা কিতাপখনো তেওঁ মোক চাবলৈ দিছিল। সেই কিতাপখনত ভাৰতবৰ্ষৰ স্বাধীনতাকামী বিদ্ৰোহীসকলৰ কথা আছিল।

ব্ৰাউন চাহাবে সৰহভাগ সময় পঢ়াতেই কটাইছিল। গুৱাহাটীত যেতিয়া বৰ গৰম হয়, তেতিয়া তেওঁ ডাঙৰ চৰীয়া এটাত চেঁচা পানী লৈ তাত গাৰ মাজভাগ তিয়াই বহি থাকে আৰু লগে লগে কিতাপো পঢ়ে।

এই আনকন্‌ভেনশ্যনেল পণ্ডিতজন কোনো বিশ্ববিদ্যালয়ত থকাৰহে লায়ক আছিল। তেওঁ গণতন্ত্ৰৰ চোকা সমালোচক আছিল। তেওঁ গণতন্ত্ৰক দেখিব নোৱাৰিছিল। তেওঁৰ মতে গণতন্ত্ৰ পৃথিৱীত কৃতকাৰ্য হ'ব নোৱাৰে। এই সম্পৰ্কে তেওঁ দিয়া এটা মন্তব্য মোৰ এতিয়াও মনত আছে ঃ "মতা মানুহে সন্তান প্ৰসৱ কৰাটো সম্ভৱ হ'ব পাৰে, কিন্তু গণতন্ত্ৰ কৃতকাৰ্য হোৱাটো অসম্ভৱ।" তেওঁ

অনেক সময়তে ব্যঙ্গ উক্তি কৰি ভাল পাইছিল আৰু বহুত আচাৰ-অনুষ্ঠানক তীব্ৰ বিদ্ৰূপ কৰিছিল। তেওঁ কৈছিল যে মানুহবিলাক স্বভাৱতে বিদ্বেষপূৰ্ণ, স্বাৰ্থপৰ আৰু উচ্চাভিলাষী। এনে মানুহে এনে মানুহৰ সমাজত সাম্য আৰু শান্তিৰ সন্ধান নাপাব।

আমি পঢ়া সময়ত গুৱাহাটীত আধুনিক গ্ৰন্থকাৰসকলৰ কিতাপৰ কথা বৰকৈ শুনা নগৈছিল। H.G. Wells, Thomas Hardy, Shaw আদি গ্ৰন্থকাৰৰ কিতাপ দুই-এজনেহে পঢ়িছিল। টলষ্টয়ৰ কিতাপ পোৱা গৈছিল। কিন্তু ডষ্টয়েভস্কিৰ কিতাপ গুৱাহাটীত নাছিল। চুটি গল্পৰ লেখক চেখভৰ কিতাপো গুৱাহাটীত তেতিয়া পোৱা নগৈছিল। নতুন কিতাপ মাত্ৰ কাৰ্জন হলত পোৱা গৈছিল। কটন কলেজৰ লাইব্ৰেৰিত নতুন কিতাপ প্ৰায় অনা নহৈছিলেই। অধ্যাপক আশুতোষ চট্টোপাধ্যায়ৰ যত্নত লাইব্ৰেৰিলৈ আধুনিক লেখকৰ দুই-এখন কিতাপ আহিছিল। ব্ৰাউন চাহাবৰ পৰাই মই প্ৰথমতে ব্ৰাৰ্ট্ৰেণ্ড ৰাছেলৰ কথা শুনো। তেওঁৰ হাতত থকা Why I am not a Christian বোলা পুস্তিকাখন তেওঁ মোক পঢ়িবলৈ দিছিল। মুঠৰ ওপৰত, সেই সময়ত কটন কলেজত মহাৰাণীৰ ৰাজত্বই চলি আছিল।

সি যি হওক, ব্ৰাউন চাহাব আন অধ্যাপকতকৈ বেলেগ আছিল, কিয়নো তেওঁ কেৱল ৰুটিনৰ অধ্যাপকেই নাছিল; ছাত্ৰবিলাকৰ মাজত নতুন নতুন ভাবৰ ধাৰা সুমোৱাবলৈ তেওঁ যত্ন কৰিছিল। কিন্তু আমাৰ ইয়াত তেনে অধ্যাপকে সুখ নাপাইছিল। সেইবাবেই বোধহয় তেওঁ কেইবছৰমানৰ আগতেই অৱসৰ লৈ তেওঁৰ নিজৰ মাতৃ কেম্‌ব্ৰিজৰ কাষত থাকিবলৈ ললে। ব্ৰাউন চাহাব অধ্যাপক, প্ৰিন্সিপাল ছুডমাৰ্ছন বেত্ৰহস্ত স্কুল মাষ্টৰ। অৱশ্যে দুয়োজনেই ভাৰতবৰ্ষত বৃটিচ সাম্ৰাজ্যৰ অধিৰক্ষা বাহিনীৰ লোক। ○○

# সাংবাদিকতাৰ বাটকটীয়া কৃষ্ণ পেছকাৰ

অসমত সাংবাদিকতাৰ জন্মৰ ডেৰশ বছৰীয়া উৎসৱ পালনৰ কালত এগৰাকী বাটকটীয়া, ত্যাগী, স্বাধীনচিতীয়া, দেশব্রতী সাংবাদিকৰ কথা স্মৰণ কৰাটো ভাল কাম হ'ব।

১৯৩০-৩১ চনৰ কথা। চাৰি কুৰিৰ ওচৰ চপা, এটা ভৰি নোহোৱা এজন মানুহে এটা ভৰিৰেই দুডাল পেঙৰ (crutch) ওপৰত ভৰ দি মাজে-সময়ে পুৱা-গধূলি তৰাজানৰ নিজ ঘৰৰ পৰা জগন্নাথ বৰুৱা কলেজৰ সন্মুখলৈকে অহা-যোৱা কৰে। অৱশ্যে সেই কালত ৰাষ্ট্ৰীয় পথত যান-বাহনৰ ইমান ভিৰ নাছিল। নিশ্চিন্তমনে, নিৰ্ভয়ে বিকলাঙ্গ আৰু দুৰ্বল মানুহেও ফুৰা-চকা কৰিব পাৰিছিল। মানুহগৰাকীৰ চকু দুটা উজ্জ্বল, মুখত মুকলি হাঁহি;— যেন তেওঁৰ একো হানি আৰু কষ্ট হোৱা নাই। যোৰহাটৰ এখন বিয়াত সন্মানিত, জ্যেষ্ঠ দৰাঘৰীয়া হৈ তেওঁ ডিব্ৰুগড়লৈ গৈছিল। ঘূৰি আহোঁতে দুৰ্ভাগ্যক্ৰমে বাটত মটৰৰ দুৰ্ঘটনা ঘটিল। ফলত তেওঁ কেইবামাহো চিকিৎসাধীন হৈ শয্যাশায়ী হ'ব লগা হৈছিল আৰু শেষত এটা ভৰিৰ তল ভাগ হেৰুৱাই ঘৰলৈ ঘূৰি আহিব লগা হৈছিল। চিকিৎসালয়ত মই তেওঁক দেখা কৰিবলৈ যাওঁতে তেওঁৰ কথা-বতৰাৰ পৰা মোৰ এনে ধাৰণা হৈছিল— তেওঁক যেন গজাল এটাইহে বিন্ধিলে। বিপদক এনেকৈ আনন্দেৰে গ্ৰহণ কৰিব পৰা মানুহ সংসাৰত বৰ সৰহ পোৱা নাযায়। এইজনেই কৃষ্ণকান্ত ভট্টাচাৰ্য। যোৰহাট অঞ্চলত মানুহে তেওঁক কৃষ্ণ পেছকাৰ বুলি জানিছিল।

আহোম ৰজা ৰুদ্ৰ সিংহৰ দিনত অসমৰ বাহিৰৰ পৰা কেইজনমান পণ্ডিত ব্ৰাহ্মণৰ পৰিয়াল অনাই অসমত স্থাপন কৰা হৈছিল। ভট্টাচাৰ্যৰ পূৰ্বপুৰুষো এইকেইটা পৰিয়ালৰে এটা। এই পৰিয়াল যোৰহাট চহৰৰ পুৰণি অধিবাসী। যোৰহাটলৈ ৰাজধানী লৈ অহাৰ আগতেই এই পৰিয়ালে যোৰহাটত বসতি কৰিবলৈ লৈছিল। বেজবৰুৱাৰ জীৱন সোঁৱৰণত তোষধৰ শৰ্মা নামে এজন পণ্ডিতৰ উল্লেখ আছে। কৃষ্ণকান্ত ভট্টাচাৰ্য এই পণ্ডিতৰে ভতিজা পুতেক। তোষধৰ শৰ্মাৰ পুত্ৰ লক্ষ্মীনাথ শৰ্মা অসমৰ স্কুলৰ হে'ডমাষ্টৰসকলৰ ভিতৰত এগৰাকী লেখত লব লগীয়া শিক্ষাবিদ আছিল। সাহিত্যিক সাংবাদিক ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যও এই বংশৰে লোক।

মহাৰাণীৰ দিনত শিক্ষানুষ্ঠানৰ সংখ্যা অতি কম আছিল। যোৰহাট নগৰত এখন চৰকাৰী মধ্য ইংৰাজী স্কুল আছিল। ১৮৯০ চনতহে সেই স্কুলত হাইস্কুলৰ

শ্ৰেণী খোলা হৈছিল। জিলাৰ সদৰ ঠাই শিৱসাগৰতহে এখন চৰকাৰী স্কুল আছিল। সেইখনক জিলা স্কুল বোলা হৈছিল। প্ৰতি জিলাতে তেনেকুৱা এখন হাইস্কুল আছিল। যোৰহাট নগৰত তোষধৰ শৰ্মাৰ চ'ৰা ঘৰত এখন অনা-আনুষ্ঠানিক পাঠশালা আছিল। সেই পাঠশালাত কোনোৱে পাটীগণিত, কোনোৱে সংস্কৃত ব্যাকৰণ, কোনোৱে বা জ্যোতিষ বিদ্যা পঢ়িছিল আৰু শিক্ষকে প্ৰায় গোটেই দিনটো বিভিন্ন ছাত্ৰৰ ৰুচি আৰু গুণ অনুযায়ী পাঠদান কৰিছিল। সেই শিক্ষা লাভ কৰিবলৈ বাধ্যতামূলক একো মাচুল নাছিল; চাউল-পাত, গামোচা, কাপোৰ, লাও-কোমোৰা আদি যেয়ে যি পাৰে দিছিল, নোৱাৰিলে নিদিছিল। এনে শিক্ষানুষ্ঠানৰ কথা আজিকালি আমি কল্পনাকে কৰিব নোৱাৰোঁ। খুৰাকৰ সেই স্কুলতে কৃষ্ণকান্তই শিক্ষা লাভ কৰি মধ্য ইংৰাজী স্কুলৰ শ্ৰেণীকেইটা শেষ কৰি কাছাৰিত কিছু দিন উমেদাৰি কৰিলে আৰু তেওঁৰ বুদ্ধিৰ গুণত অলপ দিনৰ ভিতৰতে পেচকাৰ পদলৈ যাব পাৰিলে। তেতিয়াৰ পৰা তেওঁক মানুহে কৃষ্ণ পেচকাৰ বুলি জানিছিল। আজিও বহুত মানুহে তেওঁৰ ঘৰখনক কৃষ্ণ পেছকাৰৰ ঘৰ বুলিহে কয়।

সেই সময়ত মাজুলীৰ আউনীআটি সত্ৰত দত্তদেৱ গোস্বামী নামে এগৰাকী অতিশয় ধাৰ্মিক আৰু বিদ্যানুৰাগী সত্ৰাধিকাৰ আছিল। সেই কালতে তেখেতে সত্ৰলৈ ধৰ্মপ্ৰকাশ যন্ত্ৰ নামে ছপাখানা এটা অনাই লৈছিল আৰু সেই ছপাখানাত "অসম বিলাসিনী" নামেৰে সাদিনীয়া বাতৰিকাকত এখন ছপাই উলিয়াইছিল। সেই বাতৰিকাকতত তেখেতে ঘাইকৈ ধৰ্ম বিষয়ক আৰু সামাজিক কথা আলোচনা কৰিছিল। তদুপৰি কাণখোৱা, গুণমালা, ৰুক্মিণীহৰণ আদি জনপ্ৰিয় সৰু-সৰু পুথিবিলাক ছপাই সামান্য মূল্যত প্ৰচাৰ কৰিছিল। তেখেতৰ কামক অসমৰ জনশিক্ষাৰ ক্ষেত্ৰত এটা লেখত লবলগীয়া কাম বুলি ক'ব পাৰি। এই সত্ৰাধিকাৰজনাৰ বৃদ্ধ অৱস্থা হোৱাত বাতৰিকাকত আৰু কিতাপ বন্ধ হ'ল। কিন্তু কৃষ্ণ পেচকাৰে ধাৰে-বান্ধে কোনো ৰকমে ধৰ্ম প্ৰকাশ যন্ত্ৰ কিনি আনি যোৰহাটৰ নিজৰ ঘৰত স্থাপন কৰিলে আৰু তাৰ পৰাই তেওঁ "অসম বিলাসিনী"ৰ নতুন পৰ্যায় আৰম্ভ কৰিলে।

সেই সময়ত গোটেই ভাৰতবৰ্ষতে ভাৰতীয় প্ৰজাৰ মাজত এটা ৰাজনৈতিক চেতনা আৰম্ভ হৈছিল; কোনো ঠাইত অলপ প্ৰবল কোনো ঠাইত মৃদু। ভাৰতৰ বিভিন্ন ভাষাৰ অনেক বাতৰিকাকত এই নতুন জাতীয় চেতনাৰ বাহন হ'ল। অসম বিলাসিনীয়েও সেই দায়িত্ব গাত লৈ আমাৰ অঞ্চলৰ ৰাইজৰ মাজত ভাৰতৰ নতুন জাতীয় চেতনাৰ কাৰ্য আৰম্ভ কৰিলে।

কৃষ্ণকান্ত ভট্টাচাৰ্য চৰকাৰী চাকৰিয়াল আছিল বুলি তেওঁৰ কাৰণে চৰকাৰবিৰোধী প্ৰচাৰকাৰ্য চলোৱা অসম্ভৱ আছিল। সেইকাৰণে তেওঁ অতি

সামান্য পেনচন লৈ পেচকাৰৰ কাম এৰি দিলে। চাকৰি এৰি দি তেওঁ মুকলিমূৰীয়া হৈ বাতৰিকাকতৰ জৰিয়তে দেশৰ সেৱা কৰিবলৈ সুবিধা পালে। মন কৰিব লগীয়া যে সেই সময়ত অসম উপত্যকাত, অসম বিলাসিনী আছিল একমাত্ৰ বাতৰিকাকত। ডিব্ৰুগড়ৰ পৰা Times of Assam নামেৰে এখন ইংৰাজী সাপ্তাহিক ওলাইছিল যদিও সেই কাকতে সাধাৰণ প্ৰজাৰ চাহিদা পূৰাব নোৱাৰিছিল। তদুপৰি সেই কাকতে চৰকাৰৰ পৃষ্ঠপোষকতাৰ ওপৰত নিৰ্ভৰ কৰিছিল; গতিকে শাসকসকলৰ বিৰুদ্ধে সত্য কথাও প্ৰকাশ কৰিবলৈ সাহ নকৰিছিল।

কৃষ্ণকান্ত ভট্টাচাৰ্যৰ অৱস্থা সমূলি স্বচ্ছল নাছিল। আধিৰ ধানেৰে কোনোমতে তেওঁৰ ঘৰখনৰ ভাতমুঠিৰ যোগাৰ হৈছিল। অসম বিলাসিনীৰ পৰাও তেওঁৰ আৰ্থিক লাভ বিশেষ একো নহৈছিল। দেশৰ স্বাৰ্থৰ কাৰণেহে তেওঁ ত্যাগৰ আদৰ্শত কাকতখন কোনোমতে চলাই আছিল। ধৰ্ম প্ৰকাশ যন্ত্ৰত দুই-চাৰিখন পুথি ছপা হৈছিল আৰু ৰাইজৰ সৰু-সুৰা কাম কৰি ছপাখানাটোৱে যৎসামান্য উপাৰ্জন কৰিছিল। কিন্তু তেওঁৰ অসম বিলাসিনীয়েই সেই সময়ত প্ৰজা সাধাৰণৰ অভাৱ-অভিযোগ আদি প্ৰকাশৰ একমাত্ৰ মাধ্যম আছিল। ইংৰাজ শাসকসকলৰ কাৰ্যৰ প্ৰতিবাদ নিৰ্ভীকভাৱে অসম বিলাসিনীত প্ৰকাশ কৰা হৈছিল। বিশেষকৈ, ইংৰাজ চাহ-খেতিয়ক কিছুমানে সৰ্বসাধাৰণৰ ওপৰত কৰি থকা অত্যাচাৰৰ কথা নিৰ্ভয়ে প্ৰকাশ কৰা হৈছিল। গতিকে বৃটিচ শাসকসকলে, বিশেষকৈ অত্যাচাৰী বৃটিচ লোকে ভট্টাচাৰ্যক অলপো ভাল নাপাইছিল। অসম বিলাসিনীয়ে মহাত্মা গান্ধীৰ অসহযোগ আন্দোলন সমৰ্থন কৰি মহাত্মাৰ বাণী অসমীয়া ভাষাত গাৱেঁ-ভূঁয়ে প্ৰচাৰ কৰিছিল আৰু সেই সময়ত অসম বিলাসিনীয়েই একমাত্ৰ অসমীয়া বাতৰিকাকত আছিল।

প্ৰথম মহাযুদ্ধৰ পাছতহে ডিব্ৰুগড়ৰ পৰা চন্দ্ৰকুমাৰ আগৰৱালাই 'অসমীয়া' নামে সাপ্তাহিক কাকত প্ৰকাশ কৰে।

বৃটিচ শাসকসকলে কৃষ্ণকান্ত ভট্টাচাৰ্যক নানা প্ৰকাৰে জুলুম কৰিবলৈ ভাল পাইছিল। তেওঁলোকে কিছু দিনলৈ তেওঁৰ কাকতখনো বন্ধ কৰি থৈছিল আৰু তেওঁ পোৱা সামান্য পেনচনৰ টকাকেইটাও কিছুদিনলৈ বন্ধ কৰি দিছিল। জাতীয়তাবাদী নিৰ্ভীক কাকতৰ প্ৰকাশকে এনে অত্যাচাৰ মূৰ পাতি লোৱাৰ উদাহৰণ ভাৰতত ভালেখিনি আছে। অসম বিলাসিনীও এইবিলাক বলিৰ লগৰে এটি বলি।

যোৰহাট নগৰৰ দাস এণ্ড কম্পেনিৰ ওচৰতে এদিন কোনো এখন চাহ-বাগিচাৰ ইংৰাজ মেনেজাৰ নে উপ-মেনেজাৰ এজনে তেওঁৰ মটৰ গাড়ীৰ পৰা নামি গৰুগাড়ী চলাই অহা গাৱঁলীয়া মানুহ এজনক চাবুকেৰে এনেকৈ কোবালে

যে বেচেৰা মানুহজন অচেতন হৈ পৰিল আৰু দেখি থকা মানুহে তেওঁক ডাক্তৰখানালৈ নি চিকিৎসা কৰাব লগা হ'ল। মানুহজনৰ জগৰ আছিল এয়ে যে তেওঁ গাৱঁৰ পৰা গৰুগাড়ীত বাঁহ লৈ নগৰত বেচিবলৈ আহিছিল। এনেকুৱা অনেক খবৰ অসম বিলাসিনীয়ে প্ৰকাশ কৰিছিল আৰু ৰজা-প্ৰজা সকলোৱে গম পাইছিল। ১৯১৫ চনত সাজি উলিওৱা যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ নতুন ঘৰ হ'লত আষাঢ়-শাওণ মহীয়া এদিন আবেলি পুৰস্কাৰ বিতৰণী সভা বহিছিল। সেই সভাৰ সভাপতি জিলাৰ বৰ চাহাবৰ তপা মূৰত ওপৰৰ পৰা ধাৰাসাৰে বৰষুণৰ পানী পৰিছিল। এনে একোটা ঘটনাৰ বাতৰিও অসম বিলাসিনীৰ সম্পাদকে ৰসালকৈ প্ৰকাশ কৰিছিল। বিলাসিনীৰ এই বাতৰিবোৰ গোটালেও এখন সুখপাঠ্য আৰু তথ্যপূৰ্ণ পুথি হয়।

বি.এ. জগন্নাথৰ চেষ্টাত যোৰহাটত সাৰ্বজনিক সভা নামে এখনি সভা স্থাপিত হৈছিল। এই সভাৰ লগতো ভট্টাচাৰ্যদেৱ সংস্পৃক্ত আছিল। ৰাইজৰ অভাৱ-অভিযোগ চৰকাৰক জনাই চৰকাৰৰ কাৰ্যৰ সমালোচনা কৰা এই সভাৰ উদ্দেশ্য আছিল। সেই সময়ৰ এনে ধৰণৰ সংগঠন Assam Association-অৰ এই সভা স্বীকৃত সভা আছিল। কিন্তু জাতীয় কংগ্ৰেছৰ সভা বাঢ়ি অহাত এই সভা ক্ৰমে ম্লান হৈ ১৯২৭-২৮ চনত লোপ পালে। ১৯২২ চনৰ চেপ্টেম্বৰ মাহত মহাত্মা গান্ধী যোৰহাটলৈ অহা উপলক্ষে তেওঁক ৰাইজৰ হৈ সাৰ্বজনিক সভাই অভিনন্দন জনাইছিল আৰু সেই অভিনন্দনপত্ৰ অসম বিলাসিনীৰ সম্পাদক কৃষ্ণকান্ত ভট্টাচাৰ্যদেৱে পাঠ কৰিছিল।

ভট্টাচাৰ্যদেৱৰ আৰ্থিক অৱস্থা যে স্বচ্ছল নাছিল, সেই কথা আগতেই কোৱা হৈছে। তেওঁৰ ছপাশালৰ অৱস্থাৰো ক্ৰমে অৱনতি ঘটিবলৈ ধৰিলে। তেনে অৱস্থাতো তেখেতে কৃষিবিষয়ক.এখনি সৰু মাহেকীয়া কাকত সেই ছপাশালৰ পৰাই প্ৰকাশ কৰিছিল। সেই কাকতখনৰ নাম আছিল, অসম কৃষক আৰু তাৰ সম্পাদক আছিল অসমৰ এজন আদৰ্শ কৃষক ভট্টাচাৰ্যৰ বিয়েয়েক ৰায় চাহাব নাৰায়ণ চন্দ্ৰ বৰুৱা। বিয়েয়েকৰ কাকতত ভালেখিনি কথা ভট্টাচাৰ্যদেৱেও যোগ দিছিল। দুৰ্ভাগ্যবশতঃ ধৰ্ম প্ৰকাশ যন্ত্ৰ, অসম বিসাসিনী কাকত আদি লয় পোৱাৰ লগতে কৃষিবিষয়ক কাকতখনো অদৃশ্য হ'ল।

অধ্যাপকৰ বংশৰ অধ্যয়নৰ স্বভাৱে ভট্টাচাৰ্যক কোনোদিনে নেৰিছিল। তেওঁ ধৰ্মীয় বিধি-বিধান আৰু স্মৃতি, জ্যোতিষ আদিৰ বাহিৰেও নানা পুৰাণ আদি পুথি পঢ়িছিল। যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলত সৰস্বতী পূজাৰ দিনা ছাত্ৰসকল গধূলি সময়ত সাৰস্বত সভা নামে এখন সভা পাতে। ছাত্ৰ আৰু শিক্ষকৰ বাহিৰেও গণ্যমান্য অনেক লোক সেই সভালৈ আহে। সভাত স্তোত্ৰ আবৃত্তি, গীত, অভিনয়, প্ৰবন্ধ পাঠ, বক্তৃতা আদি হয়। এবাৰ এনে সভালৈ আমি

ভট্টচাৰ্যদেৱক বক্তৃতা দিবলৈ নিমন্ত্ৰণ কৰিছিলোঁ। হে'ডমাষ্টৰ ৰামেশ্বৰ বৰুৱাদেৱে বৰ ভাল পালে। সভাত ভট্টাচাৰ্যদেৱে বিভিন্ন পুৰাণৰ উদ্ধৃতি দি ভাৰতবৰ্ষত সৰস্বতী পূজা আৰু সৰস্বতী ভাৱনাৰ ক্ৰমবিকাশ সম্বন্ধে এটি পাণ্ডিত্যপূৰ্ণ বক্তৃতা দিলে। তাৰ ভালেখিনি কথা মোৰ মনত আছে।

অসমৰ এজন বাটকটীয়া, স্বাধীনচিতীয়া, ত্যাগী সাংবাদিক ভট্টাচাৰ্যদেৱ শেষ জীৱনত ৰাজনীতিৰ পৰা ক্ৰমে আঁতৰি গৈছিল। শেষ জীৱনত তেওঁ অসম সাহিত্য সভা পত্ৰিকাত আহোম ৰজাৰ দিনৰ তামৰ ফলি সম্পৰ্কে প্ৰবন্ধ লিখিছিল। যোৰহাটৰ সামাজিক জীৱনত তেখেত এগৰাকী অপৰিহাৰ্য ব্যক্তি আছিল। সামাজিক আৰু ধৰ্মবিষয়ক মত বিচাৰি বহুত লোক কৃষ্ণ পেছকাৰৰ ওচৰলৈ গৈছিল। সকলোকে তেওঁ সামাজিক কৰ্তব্য হিচাপে যথাযোগ্য উপদেশ দিছিল।

যোৰহাটত মহাবিদ্যালয় পতাৰ কাৰণে অবৈতনিক সেৱা আগবঢ়োৱা অধ্যাপকসকলক তেখেতে সদায় উৎসাহ উদগনি দিছিল। তেখেতৰ ত্যাগৰ তুলনাত আমাৰ ত্যাগ অতি সাধাৰণ বুলি আমি ভাবিছিলোঁ। তেখেতে মোক এবাৰ এখন খদ্দৰৰ ধুতি বিহুৰ বাবে উপহাৰ দিছিল। সেই উপহাৰটি মোৰ পক্ষে কেৱল আশীৰ্বাদেই নাছিল, মোৰ বস্ত্ৰ-সমস্যাৰ সামাধানতো সহায় কৰিছিল। ভট্টচাৰ্যদেৱৰ শেষ অৱস্থা জাগতিক দিশৰ পৰা সুখৰ নাছিল; কিন্তু তেখেতৰ ভিতৰত অমূল্য আধ্যাত্মিক শক্তি ভাণ্ডাৰ আছিল। এইজন লোকক অসমীয়া ৰাইজে পাহৰি গৈছে। কৃষ্ণ-ৰুক্মিণী ৰথত উঠি দ্বাৰকাৰ ফালে গুচি গ'ল; বেদনিধি বাপুক তেওঁলোকে তেনেই পাহৰি পেলালে। OO

## ‘কাঠফুলা আৰু কোঠীয়া’
### (ভাগৱত পুৰাণৰ সৰল উপমা)

মহৎ আৰু পবিত্ৰ গ্ৰন্থবিলাকৰ দুৰ্ভাগ্য, এই গ্ৰন্থবিলাকক মানুহে অধ্যয়ন কৰাতকৈ সেৱাহে বেছিকৈ কৰে। এইবিলাক গ্ৰন্থৰ ঠাই পঢ়া মেজতকৈ সৰহ থাপনাতহে। আমাৰ মানুহে সৰহ ভাগেই মৃতকৰ শ্ৰাদ্ধত প্ৰয়াতজনৰ মুক্তিৰ অৰ্থেহে গীতা পাঠ কৰায়, কম সংখ্যক লোকেহে গীতাক কেৱল মৰণৰ গ্ৰন্থ বুলি নাভাবি কৰ্ম-জীৱনৰ সাৰথি বুলি ভাবে। অৱশ্যে আজিকালি চিন্তাধাৰা আগতকৈ ক্ৰমে বেলেগ হৈ আহিছে।

ভাগৱত পুৰাণ গোটেই ভাৰতবৰ্ষতে মুক্তিসাধক ৰূপে পূজনীয় গ্ৰন্থ। ভাৰতৰ আঞ্চলিক ভাষাবিলাকৰ আৰম্ভৰ যুগত ভাগৱতৰ অৱদান বিশেষ গুৰুত্বপূৰ্ণ। আজিও জনসমাজত ভাগৱত পুৰাণ আৰু ভাগৱতক আশ্ৰয় কৰি সৃষ্টি হোৱা সাহিত্যৰ প্ৰভাৱ অতি প্ৰৱল।

ভাগৱতৰ এজন টীকাকাৰে মন্তব্য কৰিছে যে এই পুৰাণ শাস্ত্ৰ, দৰ্শন আৰু কাব্যৰ সমন্বয়। শাস্ত্ৰই গুৰুৰ দৰে মানুহৰ কৰ্তব্য সম্বন্ধে আদেশ দিয়ে, দৰ্শনে বন্ধুৰ দৰে যুক্তি-তৰ্কৰ মাধ্যমেৰে শিক্ষা দিয়ে আৰু কাব্যই কান্তাৰ দৰে আদেশ আৰু যুক্তি নোহোৱাকৈয়ে ইঙ্গিতেৰে মানুহৰ মনত প্ৰভাৱ বিস্তাৰ কৰে। এই মহাপুৰাণ আলোচনা কৰিবৰ বাবে যি ভক্তি আৰু পাণ্ডিত্যৰ আৱশ্যক তাৰ এফেৰিও মোৰ গাত নাই। তথাপি ভাগৱত পুৰাণৰ বিস্তীৰ্ণ অৰণ্যৰ মাজেদি সাধাৰণ সংসাৰী মানুহৰ দৰে বিচৰণ কৰোঁতে কেতিয়াবা দুই-এপাহ ফুল, দুই-এজোপা গছ, দুই-চাৰিটা ডাল, চাৰি-পাঁচোটা পাত দেখি মনত আনন্দ পাইছিলোঁ। তাৰে দুই-এটা কথা আগ্ৰহী পাঠকলৈ আগ বঢ়ালোঁ।

ভাগৱত পুৰাণত বৰ্ণনা কৰা কথা এক অলৌকিক আৰু অপাৰ্থিৱ জগতৰ কথা; আমাৰ দৈনন্দিন সাংসাৰিক জীৱনৰ পৰা এইখন সংসাৰ ভালেখিনি উৰ্ধ্বত। প্ৰাচীন কালৰ আঁচহুৱা দেশৰ বিভিন্ন মনৰ কাহিনী, ইংৰাজ কবি Wordsworthএ কোৱাৰ দৰেই প্ৰায় old unhappy far off things and battles long ago. দেশ আৰু কালৰ দূৰত্ব আঁতৰাই ঘটনাবোৰ সাধাৰণ মানুহৰ মনত সোমাব পৰাকৈ দাঙি ধৰিবৰ কাৰণে কবিয়ে মাজে মাজে উপমা আৰু উদাহৰণৰ ব্যৱহাৰ কৰে। এই উপমাবিলাকক আমাৰ অতি পৰিচিত জগতখনৰ সাধাৰণ জীৱ-জন্তু, পোক-পৰুৱা, গছ-গছনি, ব্যৱসায়-বাণিজ্য, বিজ্ঞান, সমাজ নীতি আদিৰ উপমা উদাহৰণ ব্যৱহাৰ কৰে।

বৃহদাৰণ্যক উপনিষদত এটা উপমা আছে, অতি সাধাৰণ কথা। জোকে

এজোপা বনৰ পৰা আন এজোপা বনলৈ বগাই গৈছে। এই উপমাটি মানুহৰ আত্মা আৰু শৰীৰৰ সম্বন্ধ বুজাবলৈ ব্যৱহাৰ কৰিছে। উপনিষদৰ পৰা ভাগৱত পুৰাণৰ মাজেদি বাগৰি অহা এই উপমাটি মহাপুৰুষ শঙ্কৰদেৱেও অবিকল অনুবাদ কৰিছে—

'যেন জোকে তৃণ পাইলে এৰে আউৰ তৃণ' (দশম)। আমাৰ কবিসকলে কেতিয়াবা জোকৰ কথা লেখিছে নে? ইংৰাজ কবি এজনে কিন্তু 'Leech-gatherer' শীৰ্ষক এটা বঢ়িয়া কবিতা লেখি গৈছে।

প্ৰতিদ্বন্দ্বিতা আৰু হিংসা বিষয়ত মানুহ আৰু ইতৰ জন্তুৰ প্ৰভেদ নাই। ভাগৱতৰ পৰা আৰু দুটা উপমা লোৱা যাওক—

'মাংসৰ কাৰণে যেন যুজন্ত দোগোটা শেন' (স্যমন্ত হৰণ)।
'সৰ্পে যেন ধৰিল এন্দুৰ।
নিশবদ দানৱ দন্দুৰ।।' (প্ৰহ্লাদ চৰিত্ৰ)

সাপ-এন্দুৰৰ বৰ্ণনা কৰোঁতেও কবি শঙ্কৰে অনুপ্ৰাসলৈ পাহৰা নাই। উলেখযোগ্য যে বৌদ্ধসকলৰ চৰ্যাগীততো ঘঁৰিয়ালে তেঁতেলি খোৱা, কাছৰ গাখীৰ খীৰোৱা, নিগনি পিতপিতাই ফুৰাৰ নিচিনা অদ্বিজ কথাবোৰ পোৱা যায়।

লক্ষ্মীদেৱী আহি বিষ্ণুৰ কাষত বহিছে, কবিয়ে উপমা দিছে—

উৰো স্থলে লক্ষ্মী দিলন্ত দেখা।
কষটিত যেন সোণৰ ৰেখা।।

বিষ্ণু কষতি শিল লক্ষ্মীদেৱী শিলৰ গাত সোণৰ ৰেখা এইটো স্বৰ্ণকাৰ ব্যৱসায়ৰ কথা। প্ৰহ্লাদে কৈছে, চুম্বকে লোহা টনা দি বিষ্ণুৱেও মোৰ মন আকৰ্ষণ কৰিছে—

চুম্বকৰ কাছে লোহা ভ্ৰমে যেন ঠানে।
ভিন্ন ভৈল বুদ্ধি মোৰ বিষ্ণু সন্নিধানে।।

ভগৱন্ত কৃষ্ণই এখন হাতৰেই হেলাৰঙে গোৱৰ্ধন পৰ্বত দাঙি লৈ ৰাইজক বাত-বৃষ্টিৰ পৰা ৰক্ষা কৰিলে। ভাগৱতে উপমা দিছে যে সৰু ল'ৰাই যেনেকৈ বিনাকষ্টে কাঠফুলা হাতেৰে দাঙি লৈ ফুৰায় কৃষ্ণইও সেইদৰেই গোৱৰ্ধন ধাৰণ কৰিলে। বৰ্ষা বৰ্ণন প্ৰসঙ্গত ভাগৱতে এঠাইত ৰামধনুৰ (rainbow) উল্লেখ কৰিছে। সংস্কৃতত ইন্দ্ৰধনু বোলে। মহাপুৰুষ শঙ্কৰদেৱে অনুবাদ কৰি লেখিছে—

পঞ্চবৰ্ণে নিৰ্মিত ইন্দ্ৰৰ যেন ধনু।

আমি আজিকালি ৰামধনু সাত বৰণীয়া বুলি পাইছোঁ, তেতিয়া বোধহয় পাঁচ বৰণীয়া বুলি ধাৰণা আছিল। দেখা যায় পদাৰ্থবিদ্যা, উদ্ভিদবিদ্যা আদিৰ পৰাও ভাগৱতৰ কবিয়ে উপমা সংগ্ৰহ কৰিব পাৰিছিল। গৰ্ভত থকা শিশু সাত-আঠমহীয়া হ'লে কেতিয়াবা কেতিয়াবা হাত-ভৰি মাৰি মাকক গুৰিয়ায়।

ভাগৱতৰ কবিৰ ভক্তই ভগৱন্তক কৈছে— হে প্ৰভু গৰ্ভস্থ শিশুৱে মাকক গুৰিয়ালে শিশুক জানো মাকে কেতিয়াবা জগৰ ধৰে? সকলো জীৱ তোমাৰ গৰ্ভতে সোমাই আছোঁ, আমি কিবা অপৰাধ লগালে তুমিও নিশ্চয় দায় নধৰা।

গৰ্ভত থাকন্তে উদৰত হানে পাৱ।
তাহাৰ দোষক নধৰন্ত যেন মাও।।

বিষ্ণুৱে কৈছে, কুষ্ঠ ৰোগীৰ গাত এঠাইত কুষ্ঠ ওলালেও সেই ৰোগীৰ গোটেই শৰীৰতে বিষ বিয়পি থাকে; সেইদৰে বৈকুণ্ঠৰ এজন লোকৰ গাত দুৰ্নীতি দেখা পালেও ক'ব লাগিব যে গোটেই বৈকুণ্ঠত দুৰ্নীতি বিয়পি আছে। এই উপমাটো মূল ভাগৱতত আছে, অনুবাদত বাদ পৰিছে। ভ্ৰূণতত্ত্ব আৰু চিকিৎসা শাস্ত্ৰৰ পৰাও ভাগৱতৰ কবিয়ে উপমা গোটাইছিল। এজন মল্লযুদ্ধত হাৰিল; জিকাজনে হৰাজনক ঘূৰাইছে কুমাৰৰ চাকৰ দৰে। Potters Wheelৰ উপমা ইংৰাজী কবিতাৰ পাঠকে জানে বুলিয়েই ধৰি লৈছোঁ।

জগতৰ সকলো জীৱ ব্ৰহ্মাই লুকাব পাৰে, যিদৰে সকলো জন্তুৰে খোজ হাতীৰ খোজত লুকাই পৰে।

যতেক আছে খোজ সমুদাই।
হস্তীৰ খোজত সবে লুকাই।।

এই হাতীৰ খোজৰ উপমাটো কালিদাসৰ শকুন্তলাতো ব্যৱহাৰ কৰিছে। কংস ৰজাৰ কুঁজী বুঢ়ী ভগৱন্তৰ পৰশ পাই ষোল বছৰীয়া যুৱতীলৈ পৰিৱৰ্তিত হ'ল। যুৱতী কুঁজী ভক্তিত গদ গদ হৈ নিৰ্জীৱৰ দৰে অচল হৈ পৰিল, যেন চিত্ৰকৰে অঁকা এগৰাকী যুৱতীহে।

চিত্ৰৰ পুতলী আছে যেন ৰহি কৃষ্ণত অৰ্পিয়া মন।

এই চিত্ৰৰ উপমা কালিদাসেও কেইবাঠাইতো ব্যৱহাৰ কৰিছে। ইংৰাজী সাহিত্যৰ ছাত্ৰসকলে নিশ্চয় Ancient Mariner ৰ Like a painted ship on a painted oceanৰ কথা মনত পেলাব। এটা ৰাজনীতিৰ উপমাৰ কথা বস্তু। গোকুলৰ গোপিনীসকলে গভীৰ দুখেৰে কৈছিল বোলে কৃষ্ণই আমাক চিৰকাললৈ এৰি গ'ল, যিদৰে প্ৰজাবিলাকে দুৰ্জন ৰজাক ঘৃণাৰে ত্যাগ কৰে। অত্যাচাৰী ৰজাৰ বিৰুদ্ধে প্ৰজাৰ আন্তৰিক বিদ্ৰোহ চিৰকালৰ পৰাই থকা দেখা যায়; কেতিয়াবা সেই বিদ্ৰোহ দমন কৰি ৰখা হয়, কেতিয়াবা সেই বিদ্ৰোহ ফলপ্ৰসূ হৈ প্ৰকাশ পায়।

মাজে-সময়ে ৰাষ্ট্ৰীয় পথৰ পৰা নামি দুই কাষৰ হাবি-বননিৰ লুংলুঙীয়া বাটেদি সোমাই গ'লেও ভালেখিনি আনন্দৰ উপাদান পোৱা যায়। ভাগৱত পুৰাণ শাস্ত্ৰত ঘোৰ সংসাৰী মানুহেও কেতিয়াবা ভুমুকিয়ালে নিৰাশ হ'ব নালাগে। চকু থকা মানুহৰ কাৰণে য'তে ত'তে সুন্দৰৰ উপাদান পৰি পৰি আছে। ○○

# আষাঢ়স্য

জিজ্ঞাসু ছাত্ৰ আৰু অ-ছাত্ৰ বহুতো মোৰ ওচৰলৈ আহে। জিজ্ঞাসুলোক মই ভাল পাওঁ। তেওঁলোকৰ জীৱন আছে আৰু শুনিবলৈ-জানিবলৈ আগ্ৰহ আছে। তেনেকুৱা এজন জিজ্ঞাসু ছাত্ৰ সিদিনা মোৰ ওচৰলৈ আহি মোক প্ৰশ্ন কৰিছিল, কালি দাস Classic নে Romantic ? Classic আৰু Romantic এই শব্দবোৰো বিদেশৰ পৰা অহা বীজাণুৰ দৰেই সংক্ৰামক আৰু ব্যাপক। ভাৰতীয় ভাষাত ইহঁতৰ প্ৰতিশব্দ বিচাৰি উলিওৱা অলপ কঠিন। কিয়নো এই দুয়োটা শব্দ আৰু ইয়াৰ আদৰ্শ ভাৰতত অলপ বেলেগ ৰূপেহে প্ৰকাশ পাইছে। পশ্চিম দেশত Classic বুলিলে সমাজৰ প্ৰচলিত আৰু বহু কালৰ পৰা গৃহীত নীতি নিয়মৰ প্ৰতি আনুগত্য বুজায়। ইয়াৰ বিপৰীতেই ৰোমাণ্টিক। ৰোমাণ্টিক বুলিলে অলপ বা বেছি বিদ্ৰোহৰ ভাৱ থকাটো বুজায়। কিয়নো ৰোমাণ্টিক মনে সমাজৰ প্ৰচলিত প্ৰথাতকৈ নিজৰ মতটোকহে বেছি প্ৰাধান্য দিয়ে।

প্ৰতি সমাজৰে ব্যক্তি আৰু সমষ্টিৰ অন্তৰত দুটা চিন্তাৰ ধাৰা থাকে। এটা শৃঙ্খলাৰ ধাৰা, এটা উচ্ছৃঙ্খলাৰ ধাৰা। যেনে প্ৰাচীন গ্ৰীক সভ্যতাৰ এপল'নিয়ান আৰু বাকানেলিয়ান। বুৰঞ্জী চালি-জাৰি চালে এই দুয়োটা ধাৰা পৃথিৱীৰ প্ৰত্যেক অঞ্চলৰ সভ্যতা-সংস্কৃতিৰ মাজত পোৱা যায়। সাধাৰণতে উচ্ছৃঙ্খলতাৰ ধাৰা বহুজনৰ প্ৰভাৱত suppressed আৰু অৱদমিত হৈ থাকে। অভ্যাসৰ গুণত শৃঙ্খলাবোধ সমাজৰ ব্যক্তিৰ মাজত স্বভাৱজাত হৈ পৰে। কম সংখ্যক ব্যক্তি ব্যতিক্ৰম। এই সংখ্যালঘিষ্ঠ ব্যতিক্ৰমৰ দলটো সমাজৰ ঘৃণা আৰু ভয়ৰ পাত্ৰ হৈ পৰাও দেখা যায়। পুৰণিৰ পৰিৱৰ্ত্তন হয়, নতুন আহি তাৰ ঠাই লয়। অনেক সময়ত এই পৰিৱৰ্ত্তন সমাজৰ মঙ্গলৰ কাৰণে অতি জৰুৰী হৈ পৰে, কিয়নো এসময়ত যিবোৰ ৰীতি-নীতি সমাজৰ মঙ্গলজনক হয় সেইবোৰেই আকৌ আন এসময়ত পৃথিৱীৰ বিঘ্নকৰ হৈ উঠিব পাৰে। Old order changes yielding place to new; And God fulfils themselves in many ways, Lest one good custom should corrupt the world. এই ফালৰ পৰা চালে দেখা যায় যে কেতিয়াবা সংখ্যালঘিষ্ঠবিলাকৰ বিদ্ৰোহো পৃথিৱীৰ মঙ্গলৰ কাৰণে আদৰণীয় হৈ পৰে।

এতিয়া আমি আকৌ কালিদাসৰ কথালৈ আহোঁ। কালিদাসৰ ঘাই প্ৰেৰণা আছিল প্ৰাচীন ভাৰতৰ মহাকাব্য মহাভাৰত আৰু ৰামায়ণ। এই দুয়ো মহাকাব্যই ভাৰতীয় জীৱনৰ মূল আদৰ্শৰ কথা দাঙি ধৰিছে। এইখিনিতে মহাভাৰতৰ এটা কথা মনত পৰিছে। দ্ৰৌপদীয়ে যুধিষ্ঠিৰৰ লগত ভিতৰত কথা পাতি আছে,

এনেতে প্ৰহৰীয়ে খবৰ দিলেহি দেৱৰ্ষি নাৰদ তেওঁলোকৰ ওচৰলৈ আহিব লাগিছে। দ্ৰৌপদীয়ে তেতিয়াই উঠি গাৰ কাপোৰ-কানি বোৱাৰীৰ দৰে সামৰি-সুতৰি লৈ মহামুনি জনাক অভ্যৰ্থনা কৰিবলৈ প্ৰস্তুত হ'ল। মহাভাৰতত উল্লেখ কৰা এই সামান্য কথাটিয়েই এটা আদৰ্শৰ ইঙ্গিত দিয়ে; তিৰোতা মানুহে গুৰুজনৰ আগত সংযত হৈ ওলাব লাগে। এই নিয়ম আজিও ভাৰতত অলপকৈ হ'লেও প্ৰচলিত আছে। আন হাতে স্বৰ্গৰ অপেচৰী উৰ্বশীৰ চৰিত্ৰত এনে সংযম দেখা নাযায়; সেয়েহে ৰবীন্দ্ৰ নাথে উৰ্ব্বশীক সম্বোধন কৰোঁতে 'অয়ি অসম্বৃতে' বুলি কৈছে।

কালিদাসৰ 'শকুন্তলা' নাটকৰ প্ৰথম অঙ্কত আমি দেখা পাওঁ দুষ্যন্ত ৰজাই কণ্ব মুনিৰ আশ্ৰমত পৰিস্ফুট যৌৱনা শকুন্তলাক দেখি মুগ্ধ হৈ পৰাটো অতি স্বাভাৱিক। সংস্কৃত নাটকৰ ৰজাবিলাক দেখা যায় (ভৱভূতিৰ ৰাম ব্যতিক্ৰম) নায়ক ৰজাবিলাক বহুত স্ত্ৰীৰ সম্ভোগত আসক্ত। শকুন্তলা নাটকৰ হংসপদিকাৰ গানেও দুষ্যন্তৰ চৰিত্ৰৰ এই দিশটোৰ প্ৰতি আঙুলিয়াই দিয়ে। ৰাজধানীৰ পৰা আঁতৰি কেইদিনমান হাবিয়ে-বননিয়ে ফুৰা ৰজা দুষ্যন্তৰ পক্ষে sexual starvation অৰ্থাৎ যৌন অনাহাৰ। শকুন্তলাক দেখি তেওঁৰ প্ৰথমে সম্ভোগৰ কথাটোৱে মনলৈ আহিছে—ন জানে ভোক্তাৰং কম ইহ, ইত্যাদি। সেই বুলি কিন্তু সেই বিলাসী ৰজাজনেও ইতৰ মানুহৰ দৰে ব্যৱহাৰ কৰিব খোজা নাই। তেওঁ নিজে বুজে যে তেওঁ আৰ্য। সমাজৰ প্ৰচলিত ৰীতি-নীতিৰ প্ৰতি তেওঁৰ সম্পূৰ্ণ আনুগত্য আছে। সেই গুণে তেওঁৰ ইচ্ছা থাকিলেও ক্ষত্ৰিয় হৈ ব্ৰাহ্মণ কন্যাৰ পাণিগ্ৰহণ কৰিব নোৱাৰে। (অসংশয়ং ক্ষত্ৰপৰিগ্ৰহক্ষমা যদাৰ্যমস্যামভিলাষি মে মনঃ)। কিন্তু তেওঁ যেতিয়া গম পালে যে শকুন্তলা কণ্ব মুনিৰ পালিতা কন্যাহে, তেওঁ কোনো ব্ৰাহ্মণ কন্যা নহয়, শকুন্তলাৰ মাতৃ মেনকা, পিতৃ বিশ্বামিত্ৰ। এই কথা জনাৰ পিচতহে ৰজাই শকুন্তলাক গন্ধৰ্ব্ব বিবাহ কৰি গ্ৰহণ কৰিবলৈ আগ বাঢ়ি আহিল। ৰজা দুষ্যন্তই যে নিজকে আৰ্য বুলি কৈছে এই আৰ্য শব্দটো ইংৰাজী ক্লাছিক শব্দৰ প্ৰতিশব্দ বুলি ধৰি লব পাৰি। কিয়নো ক্লাছিক শব্দৰ দৰে আৰ্য শব্দয়ো সমাজৰ সৰ্বজন-গৃহীত আৰু প্ৰতিষ্ঠিত প্ৰাচীন ৰীতি-নীতিৰ প্ৰতি আনুগত্য বুজায়। এইখিনিতে উল্লেখ কৰিব পাৰি যে অৰ্জুনে যেতিয়া যুদ্ধ ক্ষেত্ৰত থিয় হৈ যুদ্ধ আৰম্ভ হোৱাৰ ঠিক আগতে ক্ষত্ৰিয় ধৰ্মৰ বিমুখ হব খুজিছিল তেতিয়া সখিয়েক শ্ৰীকৃষ্ণই তেওঁক বন্ধুৰ দৰে অতি মৃদু ভৰ্ৎসনা কৰি অনাৰ্যৰ নিচিনা বুলি কৈছিল।

হস্তীৰ পাৱ পিছলাৰ দৰেই আৰ্য ধৰ্মপালক এনে এজন পৌৰৱ স্বাধিকাৰ-প্ৰমত্ত হব সেইটোহে অতি আচৰিত কথা হ'ব। এনে এজন আদৰ্শ ৰজাই যে পাণিগ্ৰহণৰ কেইমাহমানৰ পিচতে তেওঁৰ বিবাহিতা পত্নীৰ কথা সম্পূৰ্ণ পাহৰিব

আৰু তেওঁক অমানুষিকভাৱে প্ৰত্যাখ্যান কৰিব এই কথা বিশ্বাস কৰিবলৈকে টান। তথাপি নাট্যকাৰে ৰজাজনৰ দোষ ক্ষালনৰ কাৰণে চেষ্টা কৰিছে। আৰু শকুন্তলাৰ প্ৰতি দুৰ্ব্বাসাই দিয়া অভিশাপকে দুৰ্ভাগ্যজনক প্ৰত্যাখ্যানৰ কাৰণে দায়ী কৰিছে। এইখিনিতে নাট্যকাৰৰ দুৰ্ব্বলতা অলপ ওলাই পৰিছে যেন লাগে, তেওঁ যিমানেই ঢাকিবলৈ চেষ্টা কৰক লাগিলে।

শকুন্তলাৰ হাতৰ আঙুঠি হেৰোৱাটো দুৰ্ভাগ্যবাহক ঘটনা। গুড়ি-চালনীৰে চলা পিঠা গুড়িৰ মাজতো মাজে মাজে খৰচী থাকি যোৱাৰ দৰে কালিদাসৰ অপূৰ্ব নাটকৰ অকণমানি দোষ যেন লাগে। ব্ৰহ্মশাপ আৰু সাধুকথাৰ ওপৰত সৌভাগ্যক্ৰমে যাৰ আস্থা বেছি সেইসকল পাঠকে অৱশ্যে এইবিলাক ঘটনা অতি সহজে গ্ৰহণ কৰি লয়। কবিগুৰু ৰবীন্দ্ৰনাথেও এটা প্ৰাচীন সাহিত্যৰ প্ৰবন্ধত কৈছে যে একাধিক স্ত্ৰীৰ প্ৰতি অনবৰত আসক্ত হৈ থকাৰ কাৰণেই দুষ্যন্তৰ এনে বিস্মৃতি।

শকুন্তলা নাটক যে ভাৰতীয় আদৰ্শৰ বাহক সেই কথা সমালোচক সকলোৱে স্বীকাৰ কৰে। ৰবীন্দ্ৰনাথৰ কালিদাস বিষয়ক প্ৰবন্ধত যিখিনি কথা কৈছে ৰাধাকৃষ্ণণেও তেওঁ ইংৰাজীত লিখা মুখবন্ধত (Foreword) সেই কথাকেই দোহাৰিছে। কালিদাসৰ কাব্য আৰু নাটক সকলোতেই এটা প্ৰধান সুৰ—ব্যক্তি আৰু পৰিৱাৰৰ সমাজৰ প্ৰতি অপৰিহাৰ্য দায়বদ্ধতা। প্ৰেম, বিবাহ, ধনবল, বুদ্ধিবল, ৰণবল সকলোবোৰেই সমাজৰ ৰক্ষা আৰু পৰম মঙ্গলৰ কাৰণে উৎসৰ্গি থব লাগে। আৰ্ত ত্ৰাণৰ কাৰণে তোমাৰ অস্ত্ৰ, দুৰ্বলীক প্ৰহাৰ কৰিবলৈ নহয়; ৰাজ্যৰ শাসকে সমস্ত প্ৰজাৰ অনবৰত হিত চিন্তা কৰিব; নিজৰ সুখলৈ অভিলাষ নকৰি প্ৰজাৰ কাৰণে কষ্ট সহ্য কৰিব—কালিদাসৰ এনে বাণীবোৰে এই কথাকেই প্ৰমাণ কৰে।

দুষ্যন্ত-শকুন্তলাৰ পুনৰ্মিলনৰ দৃশ্যত গভীৰভাৱে অনুতপ্ত দুষ্যন্তই বিৰহ-কষ্ট ক্লীষ্টা শকুন্তলাৰ চৰণত প্ৰণত হৈ পৰা দৃশ্য সৰ্বসাধাৰণে আচৰিত বুলি ভাবিব পাৰে। কিন্তু প্ৰাচীন ভাৰতীয় আদৰ্শ অনুসৰি ই কোনো আচৰিত ব্যৱহাৰ নহয়। কালিদাসৰ শকুন্তলা প্ৰতীকধৰ্মী নাটক, আদৰ্শাত্মক। গতিকে ই শিক্ষামূলকো। পৰম ত্যাগৰ ওচৰত ভোগ-বিলাস অৱনত নহ'লে জগতত শান্তি হ'ব নোৱাৰে। এই দৃশ্যৰ সেয়ে সাৰমৰ্ম। উত্তৰ ইউৰোপৰ এজন আধুনিক নাট্যকাৰে কোনো এক পুৰুষ চৰিত্ৰৰ মুখেদি স্ত্ৰী জাতিৰ সম্বন্ধে এনে এটি মন্তব্য কৰিছে— The creature that bleeds thirteen times a year অৰ্থাৎ তিৰোতা এটা শ্ৰেণী যি বছৰেকত তেৰ বাৰ অশুচি হয়। সৰ্বসাধাৰণৰ বহুতে হয়তো এনে মত পোষণ কৰে, ই এটা গ্ৰাম্য দৃষ্টিভঙ্গী। কোনো আদৰ্শবাদীয়ে স্ত্ৰী জাতি সম্বন্ধে কেৱল বায়লজিকেল দৃষ্টিভঙ্গী লৈ নাথাকে। শিল্পীয়ে নিজৰ

মনোবৃত্তি আৰু অনুভূতিৰ সহায়ত সংসাৰৰ ঘটনাবিলাকৰ সম্পৰ্কে একোখন জগত সৃষ্টি কৰি ভাষাৰে হওক বা ৰং আৰু তুলিকাৰে হওক শিল্প সৃষ্টি কৰি সমাজলৈ আগ বঢ়ায়। সেইবোৰ কেতিয়াবা অতিবাস্তৱ কেতিয়াবা আদৰ্শাত্মক, কবৰ আৱশ্যক নাই যে কালিদাস আদৰ্শাত্মক শিল্পী। শিল্পীয়ে শিল্পৰ সৃষ্টি কৰে পাঠক-দৰ্শকৰ মনত আনন্দ দিবলৈ; শিক্ষাদান তেওঁৰ মুখ্য উদ্দেশ্য নহয়। তথাপি অভিজ্ঞতা মাত্ৰেই শিক্ষা। গতিকে শিল্পৰ মাধ্যমত পোৱা অভিজ্ঞতায়ো শিক্ষাদান কৰাটো স্বাভাৱিক। Bad art has a moral, Good art is a moral. প্ৰকৃত শিল্পই দিওঁ বুলি শিক্ষা নিদিলেও মানুহৰ মন অজ্ঞাতসাৰে সমৃদ্ধ কৰে। কালিদাস সাম্প্ৰদায়িক নহয়, আন্তৰ্জাতিক। পৃথিৱীৰ সকলো নৰ-নাৰীয়েই তেওঁৰ সৃষ্টি সাধাৰণ মানুহ ৰূপে উপভোগ কৰিব পাৰে। তেওঁ ক্লাছিকেল বা ৰোমাণ্টিক সাহিত্য ৰচনা কৰা নাছিল, যদি কোনো লোকে তেওঁক মূল্যায়ন কৰিব খোজে, তেনে হ'লে কব লাগিব তেওঁ মানৱিকবাদী ক্লাছিকেল Standard of sanity সুষ্ঠ মানৱৰ কালিদাসৰ শকুন্তলা নাটকত কণ্বমুনি স্থিতধী (Standard of serenity)। OO

# এটা বিখ্যাত বিষাদৰ কাহিনী

আধুনিক কালত বৈজ্ঞানিক পণ্ডিতসকলৰ বিদ্যা সাধনাৰ ফলস্বৰূপে আচৰিত-আচৰিত যন্ত্ৰৰ দিনে দিনে আৱিষ্কাৰ হ'ব লাগিছে। আমি নিজে চকুৰে দেখিব লাগিছোঁ। এইবিলাক আৱিষ্কাৰৰ এটা হ'ল দূৰদৰ্শন আৰু ইয়াৰ সহায়ত মানুহে অতি দূৰ দেশৰ দৃশ্য দেখি আৰু শব্দ শুনি জ্ঞান আৰু আনন্দ লাভ কৰে। পূৰ্ব কালত গভীৰ সাধক ঋষি-মুনিসকলে সাধনাৰ বলত অনেক দূৰৰ শব্দ আৰু দৃশ্য দেখা পাইছিল যদিও কেৱল নিজেহে দেখা পাইছিল। বৈজ্ঞানিক ধাৰকযন্ত্ৰই (Receiver) ধাৰণ কৰিব পৰা দৰেই। অৱশ্যে অতীতৰ এনে সাধকসকলে দৃশ্য দেখা আৰু শব্দ শুনাৰ নিজৰ শক্তি আৱশ্যক হ'লে উপযুক্ত লোককো সাময়িকভাৱে হ'লেও প্ৰদান কৰিব পাৰে।

ঋষিসকলে লাভ কৰা এই অলৌকিক শক্তিক ঐশ্বৰ্য বোলা হৈছিল। এই শক্তিক আঠটা ভাগত ভাগ কৰিছে, যেনে পৰমাণুতকৈও সৰু হ'ব পৰা এই ক্ষমতা (অণিমা), মানুহে গম ধৰিব নোৱাৰা অতিশয় লঘু (লঘিমা), একে সময়তে গোটেই পৃথিৱীতে ব্যাপক হ'ব পৰা (ব্যাপ্তি), কাম আদি কৰি ৰিপুবিলাকক সম্পূৰ্ণ দমন কৰিব পৰা ক্ষমতা। ইত্যাদি।

ভাগৱত পুৰাণৰ কবিজনে লিখিছে যে বহুতে মোক এই প্ৰশ্ন কৰে— "গোপযুৱতীসকলক মাজত লৈ শ্ৰীকৃষ্ণই কামুক ক্ৰিয়া কৰাটো কেনে কথা? ভগৱন্ত কৃষ্ণৰ তেনে ব্যৱহাৰ সমৰ্থনৰ যোগ্য হয় নে? মহা-মহাপুৰুষসকলৰ দৰে আন মানুহেও আচৰণ কৰাটো স্বাভাৱিক আৰু সেইটো সমাজৰ পক্ষে কিমান মাৰাত্মক সেই বিষয়ে আপুনি কি ক'ব?" কবি ব্যাসে তাৰ উত্তৰত কৈছে যে সৰ্বসাধাৰণ মানুহে মহাপুৰুষসকলে উপদেশ দিয়াৰ মতেহে আচৰণ কৰিব। তেওঁলোকৰ কৰ্মৰ অনুকৰণ নকৰিব। শ্ৰীকৃষ্ণক ভগৱন্ত বোলা হয় আৰু ভগৱন্তৰ গাত আঠোটা ঐশ্বৰ্য থাকে আৰু আঠোটা ঐশ্বৰ্য থাকিলেহে ঈশ্বৰ বোলা হয়। ভগৱন্তৰ ছয়টা গুণৰ ভিতৰত ঐশ্বৰ্যই প্ৰধান। ঈশ্বৰ মানে ঈশ্বৰ আৰু ভগৱন্ত। কথা প্ৰসঙ্গতহে এইখিনি কথা কোৱা হ'ল, এতিয়া আচল কথালৈ অহা যাওক।

অৰ্জুনৰ গাত খণ্ডেকীয়া অনাৰ্যৰ লক্ষণ—বিষাদযোগ। কুৰুক্ষেত্ৰত কুৰু-পাণ্ডৱৰ যে যুদ্ধ হ'বই এইটো ঠিক হ'ল। অন্ধৰজা ধৃতৰাষ্ট্ৰই এই হ'ব লগা যুদ্ধৰ প্ৰত্যেক শব্দ, প্ৰত্যেক ঘটনা যাতে মুহূৰ্তে মুহূৰ্তে জানি থাকিব পাৰে সেই বাবে দিব্যদৃষ্টিসম্পন্ন সঞ্জয়ে অন্ধ ৰজাক কৈ থাকিব পৰাকৈ ব্যৱস্থা কৰা হ'ল। ধৃতৰাষ্ট্ৰ ঘৰতে বহি থাকে আৰু সঞ্জয় তেওঁৰ ওচৰতে বহি দিব্যদৃষ্টিৰে দেখি থকা প্ৰতিটো ঘটনা ৰজাৰ আগত লগে লগেই বৰ্ণনা কৰি গৈ থাকে।

ৰজাই সুধিলে, ''হে'ৰা সঞ্জয়, মোৰ এশ ল'ৰা কৌৰৱ আৰু পাণ্ডুৰ পাঁচোটা ল'ৰা পাণ্ডৱে ধৰ্মক্ষেত্ৰ কুৰুক্ষেত্ৰত যুদ্ধ কৰাৰ মনেৰে গোট খাই কি কৰিলে মোক কোৱাচোন।''

চাবলৈ গ'লে ধৃতৰাষ্ট্ৰই সোধা 'কি কৰিলে' কথাষাৰ সম্পূৰ্ণ অনাৱশ্যক। কিন্তু ধৃতৰাষ্ট্ৰই তেওঁৰ মনৰ পৰা এটা ইচ্ছা তেতিয়াও একেবাৰে পৰা নাছিল— তেওঁ ভাবিছিল যুদ্ধখন যদি কেনেবাকৈ নহয়গৈ তেতিয়া তেওঁৰ ল'ৰাহঁত যুদ্ধত নমৰি জীয়াই থাকিব পাৰে। তেওঁৰ সম্পূৰ্ণ বিশ্বাস আছিল যে পাণ্ডৱৰ লগত যুদ্ধ কৰি তেওঁৰ ল'ৰা বিজয়ী হ'ব নোৱাৰে আৰু জীয়াই থাকিবলৈকো আশা কৰিব নোৱাৰে। উদ্যোগ পৰ্বত পোৱা যায় যে কুৰুক্ষেত্ৰ যুদ্ধৰ আগে আগে— 'নাশংসে বিজয়ায় সঞ্জয়'— হে সঞ্জয় মোৰ ল'ৰাহঁতৰ বিজয় হ'ব বুলি অকণমানো আশা নকৰোঁ। ধৃতৰাষ্ট্ৰৰ বিলাপত মহাভাৰতৰ প্ৰায়বিলাক বিশেষ ঘটনা সোমাই আছে। এইখিনি শ্লোকক সংক্ষেপ মহাভাৰত বুলিব পাৰি। আমি স্কুলত পঢ়া কালত আমাৰ মেট্ৰিকুলেচনৰ সংস্কৃতৰ পাঠ্যক্ৰমত এই গোটেইখিনি শ্লোক আছিল। প্ৰত্যেক শ্লোকৰ শেষৰ শাৰী আছিল 'তদা নাশংসে বিজয়ায় সঞ্জয়'।

ইয়াৰ আগেয়েই ৰজাই সঞ্জয়ক লগ পাওঁতে একুৰিমান শ্লোকত অন্ধৰজাই কৌৰৱ আৰু পাণ্ডৱ দুইপক্ষৰ গুণ-চৰিত্ৰৰ বৰ্ণনা কৰিছে, ওপৰত এই কথা উল্লেখ কৰিছোঁ। এই শ্লোকৰ প্ৰত্যেকটোতেই নিজৰ ল'ৰাহঁততকৈ চৰিত্ৰ আৰু শক্তিত পঞ্চ-পাণ্ডৱ যে অশেষ শ্ৰেষ্ঠ এই কথা অতি কষ্টেৰে বৰ্ণাইছে। এটা উদাহৰণ দিয়া যাওক। ধৃতৰাষ্ট্ৰই কৈছে— হে সঞ্জয় যেতিয়াই মই শুনিবলৈ পালো দ্ৰুপদৰ জীয়েকৰ স্বয়ম্বৰ সভাত মধ্যম পাণ্ডৱ অৰ্জুনে কোনেও দাঙিব নোৱৰা অলৌকিক ধনুখন দাঙি লৈ সেই ধনুত শৰ লগাই আচৰিত লক্ষ্যভেদ কৰি সেই মৎস্য মাটিত পেলালে আৰু এই প্ৰতিযোগিতাত জয়লাভ কৰাত ৰাজনন্দিনী দ্ৰৌপদীক পত্নী ৰূপে লাভ কৰিলে, তেতিয়াই মই মোৰ ল'ৰাহঁতৰ বিজয়ৰ আশা এৰি দিওঁ। এই কথাখিনিৰ দ্বাৰাই ধৃতৰাষ্ট্ৰই ইয়াকে বুজাইছে যে দুখীয়া বামুণৰ ল'ৰাৰ বেশেৰে পলাই ফুৰা আৰু সভাত লক্ষ্য ভেদ কৰোঁ বুলি উঠোঁতে সকলোৰে উপহাস কৰা ল'ৰাহঁতে গোটেই ভাৰতত বিশেষকৈ ক্ষত্ৰিয় সমাজত খ্যাতৱন্ত হৈ স্বীকৃতি লাভ কৰিলে। ইয়াৰ পিছত তেওঁবিলাকৰ হিতাকাঙক্ষী বন্ধুৰ অভাৱ নহ'ব আৰু দ্ৰুপদ ৰজাৰ জোঁৱাই হৈ আন আন বহুত ৰজাক পাণ্ডৱে মিত্ৰৰূপে লাভ কৰিব। দ্ৰৌপদীৰ বিবাহৰ দ্বাৰাই পঞ্চ-পাণ্ডৱৰ মাতৃৰ প্ৰতি অগাধ ভক্তি আৰু নিজৰ মাজত ভ্ৰাতৃস্নেহ আৰু ঐক্যৰ প্ৰমাণ দিলে।

মানুহ বুলিলেই আশাধাৰী প্ৰাণী। ধৃতৰাষ্ট্ৰই নিজৰ ল'ৰাহঁতৰ বিজয়ৰ কোনো আশা নেদেখিছিল (এই সম্পৰ্কত ৰবীন্দ্ৰনাথৰ কবিতা 'জিজ্ঞাসু' পাঠকে পঢ়িব পাৰে)। তথাপি ভাবিছিল, কুৰুক্ষেত্ৰৰ স্থান-মাহাত্ম্যই যুঁজিবলৈ অহা দুই

পক্ষৰ মনলৈ দৈৱাৎ কিবা পৰিৱৰ্তন আনিবও পাৰে। কবিয়ে ধৰ্মক্ষেত্ৰ শব্দটো ব্যৱহাৰ কৰাৰ খুব সম্ভৱ ইও এটা কাৰণ। মহাভাৰত যুদ্ধৰ বহু যুগৰ আগৰ পৰাই কুৰুক্ষেত্ৰ অঞ্চলটোৰ ধৰ্মস্থানৰূপে এটা খ্যাতি আছিল। পণ্ডিত ৰাজনীতিজ্ঞ কে এম মুন্সীয়ে তেওঁৰ বিদ্যা ভৱনৰ পৰা তেওঁৰ নিজৰ প্ৰাচীন ভাৰতৰ বিষয়ে কেইবাখনো ৰচনা আজি প্ৰায় চল্লিশ-পঞ্চাশ বছৰৰ আগেয়ে প্ৰকাশ কৰিছিল। তাৰ ভিতৰত এখন আছিল কুৰুক্ষেত্ৰৰ বিষয়ে। কুৰুক্ষেত্ৰৰ প্ৰাচীন ঐতিহ্যৰ বিষয়ে এই পুথিখন পঢ়িলে আনন্দ আৰু জ্ঞান দুয়োটাই লাভ কৰিব পাৰিব।

ভাৰতীয় সংস্কৃতিত কুৰুক্ষেত্ৰৰ বিষয়ে আজিও শ্ৰদ্ধাৰে উল্লেখ কৰা দেখা যায়। আমাৰ পূৰ্বপুৰুষসকলৰ শ্ৰাদ্ধত পিণ্ড দিওঁতেও তীৰ্থস্থানবিলাকৰ উল্লেখ কৰোঁতে প্ৰথমতে কুৰুক্ষেত্ৰৰ নামহে উচ্চাৰণ কৰিছে—

'কুৰুক্ষেত্ৰ-গয়া-গঙ্গা-প্ৰভাস-পুষ্কৰাণি চ শ্ৰাদ্ধকালে পঠেৎ যেস্তু গয়াপিণ্ডফলং লভেৎ।'

ধৃতৰাষ্ট্ৰ যে কেৱল শাৰীৰিকভাৱেই অন্ধ আছিল এনে নহয়। তেওঁ মানসিকভাৱেও অতি দুৰ্বল আছিল। পুত্ৰসকলক সিহঁতৰ দোষৰ বাবে নিন্দা কৰাৰ ক্ষমতাও তেওঁৰ একেবাৰে নাছিল। অথচ সিহঁতৰ যে পতন অনিবাৰ্য এইটো তেওঁ নিশ্চয়কৈ জানিছিল। এনে পতনৰ পৰা সিহঁতক ৰক্ষা কৰাৰ সাহস তেওঁৰ অকণো নাছিল; অথচ ৰাষ্ট্ৰৰ গুৰি ধৰোঁতা হিচাপে ক্ষমতা প্ৰয়োগ কৰাৰ অধিকাৰ তেওঁৰ আছিল। ধৃতৰাষ্ট্ৰৰ চৰিত্ৰৰ এইটো এটা অস্বাভাৱিক দুৰ্বলতা। মহাভাৰতৰ কবিয়ে এঠাইত দুটা শ্লোকেৰে পাণ্ডৱ আৰু কৌৰৱ দুই পক্ষৰ বিষয়ে তেওঁৰ মত দাঙি ধৰিছে। শ্লোক দুটা এই—

যুধিষ্ঠিৰো ধৰ্মময়ো মহাদ্ৰুমঃ,
স্কন্ধঃ অৰ্জুনো ভীমসেনো তস্য শাখা;
মাদ্ৰীসুতৌ পুষ্পফলে সমৃদ্ধে,
মূলং কৃষ্ণো ব্ৰহ্মশ্চ ব্ৰাহ্মণশ্চ।

দুৰ্যোধনৌ মনোময়ো মহাদ্ৰুমঃ,
স্কন্ধঃ কৰ্ণ শকুনি তস্য শাখা,
দুঃশাসনঃ পুষ্পফলে সমৃদ্ধে,
মূলং ৰাজা ধৃতৰাষ্ট্ৰো অমনীষি।

ভাৰতীয় হিন্দুৰ কোনো কোনো ধৰ্ম কাৰ্যত এই শ্লোক দুটা আজিও পাঠ কৰা হয়। অসমীয়া কবি ৰাম সৰস্বতীয়ে মূল মহাভাৰতত নথকা ধৃতৰাষ্ট্ৰৰ

বিষয়ে এটা কাহিনী তেওঁৰ পদত বৰ্ণনা কৰি থৈ গৈছে। এই কাহিনী মতে ধৃতৰাষ্ট্ৰই হেনো সাত দিনৰ কাৰণে সম্পূৰ্ণ ৰূপে দৃষ্টিশক্তি লাভ কৰিছিল। আন মানুহ হোৱা হ'লে এই সময়ছোৱাত নানা কৎ-কৰ্ম অনুষ্ঠান কৰিলেহেঁতেন, কিন্তু ধৃতৰাষ্ট্ৰই তেওঁৰ জীৱনত সুবিধা নোপোৱা ৰাজ্য জয় কৰিবলৈ ওলাই গৈ অনেকৰ ৰক্তপাত কৰি তেওঁৰ ৰাজ্য বঢ়াবৰ লিপ্সা মাত্ৰ পূৰণ কৰিলে।

ওপৰত উল্লেখ কৰা সংস্কৃত শ্লোক দুটা কবি ৰাম সৰস্বতীয়ে এনেদৰে অনুবাদ কৰিছে—

ধৰ্ম্মময় বৃক্ষ যুধিষ্ঠিৰ মহাবল।
নকুল সহদেৱ তাতে ভৈল ফুল ফল।।
ভীম ধনঞ্জয় দুই ভাই ভৈল ডাল।
মই দৃঢ় শিক্ষা মূলে ভেদিছোঁ পাতাল।।
ফল পুষ্পে শোভন সম্পূৰ্ণ দেখি যাক।
সহস্ৰ বতাসে মিলি কি কৰিবে তাক।।
অধম আচাৰ বৃক্ষময় দুৰ্যোধন।
দুই ডাল ভৈল তাৰ কৰ্ণ দুঃশাসন।।
ফল পুষ্প ভৈল তাৰ ঊনশত ভাই।
পচা শিক্ষা ভৈল তাৰ শকুণি মমাই।।
প্ৰচণ্ড বতাস হইবে পাণ্ডৱসকল।
পাণ্ডৱ বায়ুৰ সখা মই নিজ বল।।
অল্প বতাসতে সিটো বৃক্ষ ভাগি পৰি।
বৃক্ষৰূপ সমস্তে কৌৰৱ যাইবে মৰি।।

(মূল সংস্কৃতৰ পৰা ৰাম সৰস্বতী আঁতৰি নগ'লেও বিভিন্ন প্ৰকাশ ৰীতিৰ আশ্ৰয় লৈছে।)

অতি উৎসুক ৰজাৰ অনুৰোধ মতে গুৰুদত্ত দিব্য-চক্ষু লাভ কৰা সঞ্জয়ে লাগোঁ লাগোঁ হৈ থকা কুৰুক্ষেত্ৰ যুদ্ধৰ বিপুল আৰু ভয়াৱহ আয়োজনৰ সবিশেষ দি যাবলৈ ধৰিলে। সঞ্জয়ে ক'লে, "হে মহাৰাজ, দুই পক্ষৰ সেনা আৰু অধ্যক্ষসকলে ৰণক্ষেত্ৰৰ নিজ নিজ ঠাই লোৱা দেখি ৰজা দুৰ্যোধনে প্ৰথমে গুৰু দ্ৰোণাচাৰ্যৰ কাষ চাপি গুৰুৰ লগত অলপ আলোচনা কৰিলে। দুৰ্যোধনে ক'লে যে মোৰ কাৰণে জীৱন আগ বঢ়াই অহা ক্ষত্ৰিয় সেনা আৰু বীৰসকলৰ উপৰিও পাণ্ডৱ পক্ষৰ বিৰাট, দ্ৰুপদ, সাত্যকি, কাশীৰাজ, কুন্তীভোজ, পুৰুজিৎ দ্ৰৌপদীৰ পঞ্চপুত্ৰ আৰু কুৰুপক্ষৰ হৈ যুঁজ কৰিবলৈ অহা ভীম, কৰ্ণ, কৃপাচাৰ্য তাৰ উপৰিও অশ্বত্থামা, বিকৰ্ণ, জয়দ্ৰথ ইত্যাদি বিখ্যাত বীৰসকল গোট খাইছে। এই

প্ৰায়বিলাক বীৰেই ৰণবিদ্যাত পাৰ্গত আৰু মোৰ কাৰণে প্ৰাণ দিবলৈ প্ৰস্তুত। আমাৰ সৈন্য সংখ্যা অধিক কিন্তু পাণ্ডৱৰ সংখ্যা কম।" দুৰ্যোধনে তেতিয়া গুৰু দ্ৰোণাচাৰ্যক নিজৰ সৈন্যক আৱশ্যক মতে ৰক্ষা দি থাকিবলৈ অনুৰোধ কৰিলে। প্ৰথমে পিতামহ ভীষ্মই দুৰ্যোধনৰ মনত হৰ্ষ দিবলৈ সিংহনাদ কৰিলে। লগে লগে বিবিধ ৰণ-বাদ্য বাজি এটা তুমুল শব্দৰ সৃষ্টি হ'ল। তেতিয়া শ্ৰীকৃষ্ণ-অৰ্জুনেও নিজ নিজ শঙ্খ বজালে। পাণ্ডৱ পক্ষৰ আন আন বীৰসকলেও নিজ নিজ শঙ্খ বাদ্য কৰিলে। সঞ্জয়ে তেতিয়া ক'লে, "হে ধৃতৰাষ্ট্ৰ কুৰুসৈন্য যুদ্ধ কৰিবলৈ উদ্যত হোৱা দেখি অৰ্জুনে সাৰথি শ্ৰীকৃষ্ণক দুই পক্ষৰ ৰথী-মহাৰথীবিলাকক দেখা পাবৰ কাৰণে মাজতে ৰথ ৰাখিবলৈ অনুৰোধ কৰিলে। সঞ্জয়ে তেতিয়া ধৃতৰাষ্ট্ৰক ক'লে যে অৰ্জুনে পাণ্ডৱ আৰু কুৰু দুয়ো পক্ষৰ মাজত অসংখ্য গুৰু, পিতামহ, ভাই-ককাই, বংশ পৰিয়ালৰ মানুহ আৰু মিতিৰ-কুটুম্বৰ ভিতৰৰ মানুহ দেখিবলৈ পালে। সঞ্জয়ে ধৃতৰাষ্ট্ৰক ক'লে যে এনে সময়তে অৰ্জুনৰ মনত এটা আচৰিত ভাব উপস্থিত হ'ল আৰু তেওঁৰ সাৰথি শ্ৰীকৃষ্ণক ক'লে, "হে কৃষ্ণ, মই এতিয়া যাৰ লগত যুদ্ধ কৰিবলৈ আহিছোঁ এইবিলাক দেখোন মোৰ পূজনীয় আৰু আপোন মানুহ। এওঁবিলাকক দেখি মোৰ মন কেনেবা কেনেবা লাগিছে, মুখ শুকাই গৈছে, মোৰ শৰীৰত কঁপনি উঠিছে, গাৰ নোম শিয়ঁৰি উঠিছে, মোৰ হাতৰ গাণ্ডীৱ ধনু খহি গৈছে আৰু গাত পোৰণি উঠিছে। মই অস্থিৰ হৈ পৰিছোঁ। কি কৰোঁ কি নকৰোঁ লাগিছে। মই নানা অশুভ লক্ষণ দেখিছোঁ।"

"অৰ্জুনে ক'লে, এই যুদ্ধত নিজৰ আত্মীয়ক বধ কৰি মই একো মঙ্গল দেখা নাই। হে কৃষ্ণ, যুদ্ধত জিকিবলৈ মোৰ অলপো আকাঙক্ষা নাই, ৰাজ্য বা সুখো মোক নালাগে। হে গোবিন্দ, যাৰ নিমিত্তে আমি ৰাজ্য, ভোগ আৰু সুখ কামনা কৰোঁ, সেই আচাৰ্য, পিতৃ, পুত্ৰ, পিতামহ, মাতুল, শ্বশুৰ, পৌত্ৰ, শ্যালা, সম্বন্ধী, কুটুম্ব— সকলোবোৰে ধন-প্ৰাণ বিসৰ্জন দি যুদ্ধ কৰিবলৈ প্ৰস্তুত। আমাৰ ৰাজ্য, ভোগ আৰু জীৱনৰ কি প্ৰয়োজন? হে মধুসূদন, এওঁবিলাকে আমাক বধ কৰিলেও বা ত্ৰিভুৱনৰ ৰাজ্য প্ৰাপ্তিৰ নিমিত্তে হ'লেও, আমি এওঁবিলাকক মাৰিবলৈ ইচ্ছা নকৰোঁ— (অকল) পৃথিৱী লাভৰ নিমিত্তে যে নকৰোঁৱেই সেই কথা আৰু ক'ব লাগিছে নে? হে জনাৰ্দন, ধৃতৰাষ্ট্ৰ পক্ষক বিনাশ কৰি আমাৰ কি সুখ হ'ব।"

(ৰাধা ফুকনৰ 'গীতা'ৰ পৰা।)

অৰ্জুনে ক'লে, "আততায়ীক ("অগ্নিদো গৰদশ্চৈব শস্ত্ৰপাণিৰ্ধনাপহঃ। ক্ষেত্ৰদাৰাপহাৰী চ ষড়েতে আততায়িনঃ", অৰ্থাৎ বিহ দিয়া, ঘৰত জুই দিয়া, স্ত্ৰী-হৰণকাৰী আদি দুৰ্জনক আততায়ী বোলে) বধ কৰিলে পাপ নহয় যদিও শাস্ত্ৰত কোৱা হৈছে, তথাপি আততায়ী যদি আত্মীয় হয় তেন্তে কিয় পাপ নহ'ব?

আত্মীয়-স্বজনক বধ কৰি মই ৰাজ্য ভোগ কৰিব নোখোজোঁ। আত্মীয়বিলাক মোৰ হাতত মৰাতকৈ মই তেওঁলোকৰ হাতত মৰা শ্ৰেয় বুলি ভাবোঁ। তেওঁলোকক বধি ৰাজ্য লাভ কৰাটো মই সমূলি ইচ্ছা নকৰোঁ। তদুপৰি যুদ্ধত বহুত বীৰে প্ৰাণ ত্যাগ কৰে। সেই মৃত বীৰবিলাকৰ পত্নী অনেক সময়ত উচ্চ জাতীয় বীৰৰ পত্নী আৰু সেই উচ্চ জাতীয় বিধবা বীৰ-পত্নীসকলে নীচ জাতীয় পুৰুষক পতিৰূপে গ্ৰহণ কৰে আৰু ফলত যি সন্তান উৎপত্তি হয় তেওঁলোকক বৰ্ণসঙ্কৰ বোলা হয় আৰু বৰ্ণসঙ্কৰ সমাজৰ নানা বিশৃঙ্খলতাৰ মূল। মই এনে কাৰ্য কৰাত সহায় হ'ব নোখোজোঁ।''

এইখিনিতে উল্লেখ কৰি থ'ব পাৰি যে আধুনিক কোনো কোনো সমাজতত্ত্ববিদ (Sociologist) পণ্ডিতে সিদ্ধান্ত কৰিছে যে আধুনিক কালৰ যুদ্ধবিলাকতো সাধাৰণতে স্বাস্থ্যৱন্ত, বুদ্ধিৱন্ত, উৎসাহী ডেকাবিলাকে যুদ্ধত অংশ গ্ৰহণ কৰি ডেকা কালতে প্ৰাণ দিয়ে। ইয়াৰ পিচত এনে ডেকাবিলাকৰ ঠাই পূৰাব নোৱৰা হীনস্বাস্থ্য আৰু ক্ষীণ বুদ্ধিৰ ডেকাই যি সন্তান উৎপাদন কৰে সেইবিলাক স্বাভাৱিকতে স্বাস্থ্য আৰু বুদ্ধিৰ ফালৰ পৰা নিম্ন শ্ৰেণীৰ হয়। সমাজতত্ত্ববিদ পণ্ডিতসকলে এনে ঘটনাক 'dysgenic effects of war' বুলি কয়। অৰ্জুনৰ যুক্তিও কিছু পৰিমাণে এনে ধৰণৰ বুলিয়ে ক'ব পাৰি। আমাৰ চিন্তাশীলসকলৰ মাজত আধুনিক কালৰ সমাজতত্ত্ববিদসকলৰ মত আলোচিত হৈছে আৰু যুদ্ধৰ বিপক্ষে দাঙি ধৰিবলৈ এটা বিশেষ যুক্তি পোৱা গৈছে। সাৰথি শ্ৰীকৃষ্ণৰ লগত এনেবিলাক কথা কৈ অৰ্জুন অতি বিষাদ মনেৰে ধনুশৰ পৰিত্যাগ কৰি ৰথত বহিল।

গীতাৰ বিষয়ে আলোচনা কৰি ভাৰতবিখ্যাত মহাৰাষ্ট্ৰৰ ৰাজনীতিজ্ঞ পুৰুষ আৰু অগাধ পণ্ডিত লোকমান্য তিলকে 'গীতা-ৰহস্য' নাম দি তেওঁৰ মাতৃভাষাত যি পুথি লিখি থৈ গৈছে সেই পুথি কেইবাটাও আঞ্চলিক ভাষালৈ আৰু ইংৰাজী ভাষালৈ অনূদিত হৈছে। গীতা বুজিবলৈ হ'লে আমাৰ মানুহেও এই পুথি পঢ়া উচিত। ইয়াৰ বাঙ্গালী অনুবাদ কবি ৰবীন্দ্ৰনাথৰ এজন ককায়েক জ্যোতিৰিন্দ্ৰ নাথে প্ৰকাশ কৰি থৈ গৈছে। লোকমান্য তিলকে তেওঁৰ অৰ্জুনৰ বিষাদ আলোচনা প্ৰসঙ্গত চেক্সপীয়েৰৰ 'Coriolanus' নামে নাটকৰ বীৰ Coriolanusৰ উল্লেখ কৰিছে। এই বীৰ গৰাকীও যুদ্ধক্ষেত্ৰত কি কৰোঁ কি নকৰোঁ এনে এটা দোধোৰ-মোধোৰ অৱস্থাত পৰিছিল। জিজ্ঞাসু কোনো পাঠকে এই নাটক পঢ়ি ভাল পাব পাৰে বুলি এই নাটকৰ উল্লেখ কৰিলোঁ। নাটকত এনে মানসিক সংঘৰ্ষ প্ৰায়ে দেখা যায়। নাটক মাত্ৰেই সংঘৰ্ষৰ প্ৰকাশ (conflict)। সি যি নহওক নাটকত উল্লেখ কৰা বীৰজনৰ লগত অৰ্জুনৰ সাদৃশ্য বিশেষ গুৰুত্বপূৰ্ণ নহয়। অৰ্জুন ক্ষত্ৰিয় বীৰ আৰু আমাৰ শাস্ত্ৰমতে ক্ষত্ৰিয় বীৰৰ কৰ্তব্য

অতি স্পষ্টভাৱে কোৱা আছে। অৰ্জুনৰ সংঘৰ্ষ শাস্ত্ৰনিৰ্দিষ্ট ক্ষত্ৰিয় বীৰৰ আদৰ্শ আৰু সৰ্বসাধাৰণ লোকৰ যুক্তিহীন অনুভূতি। মানুহৰ জীৱনত অনুভূতিৰ ঠাই আছে সঁচা, অনুভূতি নাথাকিলে আমাৰ ব্যক্তিগত, পাৰিবাৰিক আৰু সামাজিক জীৱন অচল হ'ব। কিন্তু অনুভূতিৰ উপযুক্ত ক্ষেত্ৰ আছে। কোনো এজন বিচাৰক যদি কোনো অপৰাধীৰ বিচাৰ কৰোঁতে অবাঞ্ছিত অনুভূতিৰ দ্বাৰা বশীভূত হয়, তেন্তে তেওঁ বিচাৰকৰ আসনত বহাৰ অযোগ্য, তেনে বিচাৰকৰ দ্বাৰা আমাৰ সমাজ কলুষিত হ'ব। অনুভূতিৰ উপযুক্ত ব্যৱহাৰেই আমাৰ সকলোৰে ধৰ্ম। ক্ষত্ৰিয় বীৰৰতো কথাই নাই। আৰ্যশাস্ত্ৰৰ নিৰ্দিষ্ট নিৰ্দেশ বন্ধন কৰিলে সেই আচৰণ অনাৰ্য আচৰণ হয়। সি অৰ্জুনৰে হওক বা আন কাৰোবাৰেই হওক। ধৰ্মযুদ্ধত অংশগ্ৰহণ কৰি যুদ্ধত অংশগ্ৰহণ কৰিবলৈ প্ৰস্তুত হৈ অহা অৰ্জুনৰ পক্ষে এনে অদ্ভুত আচৰণ দেখি সখি আৰু সাৰথি শ্ৰীকৃষ্ণই অৰ্জুনক অনাৰ্য সদৃশ বুলি অতি ভদ্ৰভাৱে হ'লেও নিন্দা কৰিছে আৰু অৰ্জুনৰ দৰে বীৰৰ এনে দুৰ্বলতা সৰ্বপ্ৰকাৰে গৰ্হিত বুলি ক'বলৈ বেয়া পোৱা নাই, কিয়নো অৰ্জুনক যেনেতেনে এই আকস্মিক আৰু অশোভন ক্লৈব্যৰ পৰা মুক্ত কৰিব লাগিব। যুদ্ধৰ আৰম্ভৰ সময়তে যদি অৰ্জুনৰ মনৰ এনে ভাব সমূলি দূৰ কৰিব পৰা নাযায়, তেন্তে পৃথিৱীৰ ক্ষত্ৰিয় সমাজত এটা ঘটিব নলগা ঘটনা হৈ যাব পাৰে।

এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি যে প্ৰাচীন ভাৰতৰ ক্ষত্ৰিয় বীৰসকলেও আৰ্য-শাস্ত্ৰৰ নিৰ্দেশ গ্ৰহণ কৰি কেতিয়াও অনাৰ্যৰ দৰে আচৰণ নকৰি সেই ধৰণৰ কামৰ পৰা দূৰতে বিদূৰ হৈ আছিল। ইয়াৰ অনেক উদাহৰণ আমাৰ প্ৰাচীন কাব্য কাহিনীবিলাকতো পোৱা যায়। কালিদাসৰ শকুন্তলা নাটকত আমি পাওঁ যে কণ্ব মুনিৰ আশ্ৰমলৈ গৈ ক্ষত্ৰিয় দুষ্যন্ত ৰজাই আশ্ৰমত শকুন্তলাক দেখা পাই ৰজাৰ অপূৰ্ব সুন্দৰী কন্যাৰ পাণিগ্ৰহণ কৰিবলৈ অনুভূতিৰ সম্পূৰ্ণ বশীভূত হৈ পৰিছিল; কিন্তু ৰজাৰ তৎক্ষণাত মনলৈ আহিল যে এজন ক্ষত্ৰিয়ই ব্ৰাহ্মণ কন্যাৰ পাণিগ্ৰহণ কৰাটো অনাৰ্যৰ কাম হ'ব, যি তেওঁৰ পক্ষে সম্পূৰ্ণ বৰ্জনীয়। কিন্তু পিছত ৰজাই জানিব পাৰিলে যে সেই কন্যাটিৰ বিশ্বামিত্ৰ ঋষিৰ ঔৰসত অপ্সৰা মেনকাৰ গৰ্ভত জন্ম, গতিকে তেওঁৰ দৰে ক্ষত্ৰিয় ৰজাৰ গ্ৰহণযোগ্য। শাৰীৰিক প্ৰেমৰ অনুভূতিৰ দাস নহৈ আৰ্য-ধৰ্ম আদৰ্শৰ চিন্তা কৰি নিজক দমন কৰিব পৰাটো এই ক্ষত্ৰিয় ৰজাজনৰ আদৰ্শ আচৰণ অৰ্থাৎ আৰ্যৰ দৰে আচৰণ। কিন্তু আচৰিত কথা এই যে অৰ্জুনৰ দৰে এজন জ্ঞানী ক্ষত্ৰিয় বীৰৰো যুদ্ধক্ষেত্ৰত উপস্থিত হৈ এনে অনাৰ্য মনোবৃত্তি খন্তেকলৈ হ'লেও আহিব পাৰে। সখি অৰ্জুনক এনে আকস্মিক পতনৰ পৰা নিজৰ পথলৈ তুলি আনিবলৈ দৰ্শন আৰু ধৰ্মৰ ভালেখিনি কথা ক'ব লগা হৈছে। এইখিনি কথা দ্বিতীয় অধ্যায় সাংখ্য যোগৰ পৰা আৰম্ভ কৰি শেষলৈকে গীতাৰ বিষয়বস্তু। শ্ৰীকৃষ্ণই যে যুদ্ধৰ আৰম্ভৰ

মুহূৰ্তত এই গোটেইখিনি কথা অৰ্জুনৰ আগত কৈছিল এনে নহয়, ইঙ্গিত মাত্ৰ দিছিল আৰু অৰ্জুনৰ দৰে জ্ঞানৱন্ত আৰু বুদ্ধিৱন্ত লোকে তাৰ পৰা সকলো কথা বুজি তৎক্ষণাত নিজকে শুদ্ধ পথলৈ ঘূৰাই আনিলে।

সংসাৰখন অতি বিচিত্ৰ। সেইদৰে সাহিত্যও বিচিত্ৰ। একেটা চৰিত্ৰৰ গাতেই বিভিন্ন আৰু বিৰোধী উপাদান লগালগিকৈ থাকে। অৰ্জুন তাৰ উদাহৰণ। ইয়াতেই গীতাৰ সাৰ্বজনীন সাহিত্যিক মূল্য। এজন ইংৰাজ কবি Blake-এ কৈছে—

This world is a fiction,
And is made up of contradiction.

ৰামায়ণ আৰু মহাভাৰতৰ দৰেই গীতাও ভাৰতীয় বুদ্ধিজীৱীসকলৰ মিলনভূমি। সেইবাবে এজন ভাৰততত্ত্ববিদ পণ্ডিতে থোৰতে কৈছে, The Gita is the compendium of Indian religion and culture ভাৰতৰ প্ৰত্যেক বুদ্ধিজীৱীৰ পক্ষে গীতাৰ অধ্যয়ন অপৰিহাৰ্য। বিবেকানন্দৰ পৰা আৰম্ভ কৰি মহাত্মা গান্ধীলৈকে আধুনিক ভাৰতৰ জন্মদাতা সকলোৱেই গীতাৰ পুত্ৰ। অৰ্জুন বিশ্বমানৱৰ প্ৰতীক, অৰ্জুনৰ দৰে হঠাৎ আদৰ্শৰ পৰা বিচলিত হ'ব-খোজা লোকে গীতাৰ পৰা চেতন লাভ কৰে আৰু প্ৰকৃত পথলৈ ঘূৰি আহে। OO

# শিক্ষা আৰু পৰীক্ষা

সাংখ্য আৰু যোগ দুটা বেলেগ বস্তু নহয়। দুয়োটা বস্তু এটা বুলিহে গীতাই কয়। অপৰিণত বুদ্ধিৰ লোকেহে সাংখ্য আৰু যোগক দুটা বেলেগ বস্তু বুলি ভাবে। শিক্ষা আৰু পৰীক্ষাও দুটা বেলেগ অনুষ্ঠান নহয়, দুয়োটা লগ লাগিহে শিক্ষা। পৰীক্ষা শিক্ষা নাটকৰ শেষ দৃশ্য। ছাত্ৰ-ছাত্ৰীয়ে নিৰ্দিষ্ট বিষয়ৰ এটা নিৰ্দিষ্ট সময়ত কিমান জ্ঞান লাভ কৰিলে তাকে জুখি চোৱাৰ আৰু আনৰ লব্ধ জ্ঞানৰ লগত তুলনা কৰি চোৱাৰ চেষ্টাই হৈছে পৰীক্ষা। পৰীক্ষা সেই গুণে শিক্ষাৰ অপৰিহাৰ্য্য অঙ্গ।

বছৰৰ বাৰিষাৰ আৰম্ভতে আমাৰ ভালেখিনি পৰীক্ষাৰো ফলাফল ঘোষণা আৰম্ভ হয়। লাখে লাখে পৰীক্ষাৰ্থীৰ ইয়াতেই ভাগ্যও নিৰ্ণয় হয়। স্বাভাৱিকতে এই সময়ত পৰীক্ষাৰ কথা মানুহৰ মনলৈ আহে, বছৰৰ আন সময়ত বিষয়টো তল পৰি থাকে। আমি সাধাৰণতে ছাত্ৰ-ছাত্ৰীয়ে কিমান জ্ঞান লাভ কৰিলে সেই কথা  নাভাবোঁ, পৰীক্ষা কেনেদৰে পাছ কৰিলে তাৰহে খবৰ লওঁ। আমি পৰীক্ষা পাছ কৰাটোহে বিচাৰোঁ, কিন্তু পৰীক্ষাই অন্ততঃ আমাৰ বৰ্তমান পৰীক্ষা ব্যৱস্থাই ছাত্ৰ-ছাত্ৰীৰ গুণ আৰু শুদ্ধকৈ আৰু সম্পূৰ্ণকৈ জুখিবও নোৱাৰোঁ।

জ্ঞান আহৰণৰ উদ্দেশ্যেৰে শিক্ষা এটা মানসিক অনুশীলন। আকৌ পৰীক্ষাৰ দ্বাৰা মানুহৰ সংযম, চিন্তাশীলতা, মূল্যবোধ আদি গুণৰো বিকাশ হ'ব লাগে। এইবিলাক গুণেহে মানুহটোক সম্পূৰ্ণ মানুহ কৰি ললে। শৰীৰ, মন আৰু আত্মা, তিনিওৰে বিকাশ হ'ব লাগিব। শিক্ষা লাভেইহে শিক্ষাৰ উদ্দেশ্য, কেৱল পৰীক্ষাত উত্তীৰ্ণ হোৱাটোৱেই নহয়। কিন্তু বাস্তৱ ক্ষেত্ৰত দেখা যায় অনেকেই শিক্ষাৰ দীঘলীয়া পথ অতিক্ৰম নকৰাকৈয়ে পৰীক্ষাত সৌভাগ্যক্ৰমে কেতিয়াবা কৃতকাৰ্যও হয়। সম্পূৰ্ণ শিক্ষাত গুৰুত্ব নিদি কেৱল পৰীক্ষাত উত্তীৰ্ণ হোৱাতেই গুৰুত্ব দিলে শিক্ষাৰ প্ৰকৃত উদ্দেশ্য ব্যাহত হয়।

প্ৰকৃততে আমাৰ দেশত পৰীক্ষা এই অতিকায় দানৱটোৱে শিক্ষাৰ পৰিৱেশটোকেই নানাভাৱে কলুষিত কৰিছে। আজি-কালি পৰীক্ষাবোৰত অনেকে অসৎ উপায় অৱলম্বন কৰে আৰু দুৰ্ভাগ্যক্ৰমে দুই-এজন ধৰাও পৰে। ধৰা নপৰাবিলাক সাধু পৰীক্ষাৰ্থী বুলিয়েই গণ্য হয় আৰু তেওঁলোক পৰীক্ষাত উত্তীৰ্ণ হৈ সমাজৰ নানা গুৰুত্বপূৰ্ণ পদবীত অংশ গ্ৰহণ কৰে। সমস্যাটোৰ প্ৰতি যিমান গুৰুত্ব দিব লাগে সংশ্লিষ্ট কৰ্তৃপক্ষই সিমান গুৰুত্ব দিয়া নাই। বহুতো পৰীক্ষা একোটা ৰাজসূয় যজ্ঞৰ দৰে। বহুতে খায়, বহুতে পায়, বহুতৰ আৰ্থিক

লাভো হয়। সেই কাৰণে পৰীক্ষাৰ কলুষিত দিশটোলৈ অনেকেই চকু মুদি থাকে। চকু মুদিলেই পিচে বিপদে এৰা নিদিয়ে। আমাৰ সৰহখিনি সময় আৰু শক্তি পৰীক্ষাই খাই পেলায়। সেই সময়  আৰু শক্তি আমি প্ৰকৃততে দৈনন্দিন শিক্ষা দানতহে খৰচ কৰা প্ৰয়োজন।

ছাত্ৰ-ছাত্ৰীয়ে দৈনন্দিন শিক্ষা-গ্ৰহণত নিয়মমতে আগ বাঢ়ি গৈছেনে নাই, সেইখিনিৰ মূল্যায়নৰ কাৰণে মাহেকত অন্ততঃ দুদিন খৰচ কৰিব পাৰি। শিক্ষা দিয়া শিক্ষকজনৰো এইটো কৰ্ত্তব্য, কাৰণ শিক্ষাদান পদ্ধতিৰো মূল্যায়ন প্ৰয়োজন। বছৰৰ মূৰত তিনি বা চাৰি ঘণ্টাত পৰীক্ষাৰ্থীৰ প্ৰকৃত মূল্যায়ন হ'ব নোৱাৰে। এই মূল্যায়ন শিক্ষাদান গ্ৰহণ কালত নিৰন্তৰভাৱে চলি থাকিব লাগে। এই কালছোৱাত যাতে ছাত্ৰ-ছাত্ৰীৰ প্ৰকৃত অনুশীলন হয়, সেইটোহে কাম্য। সেয়ে হ'লে পৰীক্ষা অনায়াসে পাৰ হোৱা পৰিৱেশ সৃষ্টি হ'ব। শিক্ষকে প্ৰত্যেক ছাত্ৰ-ছাত্ৰীৰ অনুশীলনৰ তথ্য ৰাখি যাব। ছাত্ৰ-ছাত্ৰীৰ প্ৰকৃত গুণ নিৰূপণ কৰোঁতে সেই তথ্য ব্যৱহাৰ কৰিব। এনে ব্যৱস্থা হ'লে শিক্ষক আৰু শিক্ষাৰ্থী কোনেও নিজৰ কামত ফাক ৰাখি যাবও নোৱাৰে। মোৰ বিশ্বাস এনে নিয়ম কঠোৰভাৱে অৱলম্বন কৰিলে, পৰীক্ষাৰ দুৰ্নীতি ক্ৰমে কমি যাব আৰু অনুপযুক্ত ছাত্ৰ-ছাত্ৰীয়ে বিষয়বস্তু আয়ত্ত নকৰাকৈ ফাঁকি দি বা সৌভাগ্যক্ৰমে উত্তীৰ্ণ হোৱাৰ প্ৰমাণপত্ৰ লাভ কৰিব নোৱাৰিব।

গোটেই পৃথিৱীতে এইটো সমস্যা হ'লেও আমাৰ ভাৰতবৰ্ষত শিক্ষাই দেশৰ সমস্যাৰ সমাধান কৰাৰ পৰিৱৰ্তে নিজেই এক বিৰাট সমস্যা হৈছে। জনসংখ্যা বৃদ্ধি, জধে-মধে য'তে ত'তে শিক্ষানুষ্ঠান প্ৰতিষ্ঠা, ছাত্ৰ অনুপাতে প্ৰকৃত শিক্ষকৰ সংখ্যা কম, অনুপযুক্ত লোকৰ শিক্ষক-শিক্ষয়িত্ৰী ৰূপে নিযুক্তি, শিক্ষানুষ্ঠানত শিক্ষণ সামগ্ৰী আৰু পৰিৱেশৰ অভাৱ, এই সমস্যাবোৰৰ যিকোনো চিন্তাশীল নাগৰিকে, অভিভাৱকে আৰু তথাকথিত জননায়কসকলে সন্মুখীন নহৈ নোৱাৰে।

মোৰ প্ৰধান বক্তব্য হৈছে, পৰীক্ষাতকৈ শিক্ষাৰ প্ৰতি আমাৰ দৃষ্টি অধিক পৰিব লাগে। ব্যয়বহুল, উৎসাহ আৰু শক্তিৰ অপব্যয় হোৱা পৰীক্ষাৰ প্ৰকৃততে আৱশ্যকেই নাই। প্ৰতি অনুষ্ঠানৰ শিক্ষক-শিক্ষয়িত্ৰীসকলে পাঠ্যক্ৰমত উত্তীৰ্ণ হোৱা বুলি দিয়া প্ৰমাণ-পত্ৰখনেই গ্ৰহণীয় হোৱাৰ ব্যৱস্থা হ'ব লাগে। আন হাতে পৰৱৰ্ত্তী উচ্চ পাঠ্যক্ৰমত বা বৃত্তিগত শিক্ষানুষ্ঠানত চিকিৎসা, অভিযান্ত্ৰিক আদিত—ভৰ্তি হ'ব খোজাসকলক কৰ্ত্তৃপক্ষই নতুনকৈ পৰীক্ষা লৈহে ভৰ্ত্তি কৰিব।

নিজৰ সৃষ্টিয়ে স্ৰষ্টাক হেঁচা মাৰি ধৰিবলৈ বিচাৰে, বধ কৰিবলৈকো বিচাৰেহে। পৰীক্ষায়ো শিক্ষাক ৰাহুৰ দৰে গ্ৰাস কৰিব নালাগে। ঋষিয়ে অনুগ্ৰহ

কৰি নিগনিক বাঘ কৰিছিল। কিন্তু সেই বাঘেই ঋষিক খাব খুজিছিল, যদিও নোৱাৰিলে। "পুনঃমুষিকো ভৱ" বুলি ক'ব পৰা মানুহ নাইকিয়া হৈছে।

নগাওঁ শিক্ষণ মহাবিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ হৰেশ্বৰ গোস্বামীয়ে শিক্ষা আৰু পৰীক্ষাৰ বিষয়ে কেইটামান লাগতিয়াল প্ৰবন্ধ লিখি অলপতে মোহন চন্দ্ৰ মহন্ত বিদ্যাভৱনৰ (যোৰহাট) হতুৱাই প্ৰকাশ কৰাইছে। কথাখিনি মাধ্যমিক স্তৰৰ পৰীক্ষা আগত ৰাখিহে কোৱা হৈছে। আশা কৰোঁ আমাৰ শিক্ষক-অভিভাৱকসকলে গ্ৰন্থখনি পঢ়ি চাব আৰু আমাৰ স্থিতি, উপলব্ধি কৰিব। OO

# বিহুৱা চৰায়ে কৰে বিহু বিহু

পক্ষীবিজ্ঞান আজিকালি অধ্যয়নৰ এটা পূৰ্ণাঙ্গ বিষয়। ইয়াক ইংৰাজীত ornithology বোলে। কবিয়ে কিন্তু চৰাইৰ বিষয়ে কবিতাহে লিখে, বৈজ্ঞানিকৰ দৃষ্টি লৈ নাচায়। চৰাইৰ বিষয়ে কবিতা আৰু পক্ষীবিজ্ঞান দুয়োটাকে শিক্ষিত মানুহে জানিব লাগে।

বিহুৰ সময়ত অৰ্থাৎ বসন্ত কালৰ আগমনত চৰাইবিলাকৰ একপ্ৰকাৰ সঙ্গীত সম্মিলনো আৰম্ভ হয়। জাৰ কালি দূৰ দেশলৈ যোৱা বা নিমাত হৈ থকা চৰায়েও মুখ খোলে। গছ-গছনিৰ লগতে চৰাইবিলাককো সজীৱ কৰে, উত্তেজিত কৰে। মণিধাৰৰ মণিবোৰ এডালি সূতাই একেলগে গোটাই লোৱা দি প্ৰকৃতিয়ে সকলো সুৰকে এৰাব নোৱৰাকৈ লগ লগাই থৈছে। গীতাত মণিৰ উপমাটো দিছে, 'সূত্ৰে মণিগণা ইব', ইংৰাজ কবি ৱৰ্ডচ্‌ৱৰ্থে বসন্ত কালৰ আগমনত এটি কবিতা লিখিছিল। তাৰ এটি অংশ—

To her Fair works did nature link,
The human soul that through me ran.

চৰাই-চিৰিকতি গছ-গছনি সকলো মানুহৰ বন্ধু-বান্ধৱ। বসন্ত কালত গছ-গছনি আৰু চৰাই-চিৰিকতিৰ আনন্দই মানুহকো আনন্দ দিয়ে। প্ৰকৃতি ৰাজ্যত এদিন যি মানুহে বন্ধু-বান্ধৱৰ লগত একেলগে আনন্দ-আহ্লাদ কৰিব নোৱাৰে, সেই মানুহক নিৰ্জীৱ পদাৰ্থ বুলিহে ক'ব লাগিব। অসমীয়া বিহু নামত আছে—

চ'তে চ'তে গৈ বহাগে পালেহি
ফুলিলে ভেবেলী লতা।

ভেবেলী লতা ফুলেও মানুহক আনন্দ দিয়ে, চৰাই-চিৰিকতি মাতেতো কথাই নাই। আমাৰ কবিসকলকো চৰাই-চিৰিকতিয়ে অলৌকিক আহ্বান দি আহিছে। কবিকো অপূৰ্ব আনন্দ দিয়ে আৰু সেই আনন্দ কবিয়ে উপযুক্ত ভাষাত প্ৰকাশ কৰি মানুহৰ প্ৰাণো গভীৰভাৱে স্পৰ্শ কৰে। ৰঘুনাথ চৌধাৰীৰ কেতেকী, দহিকতৰা অনেক অসমীয়া মানুহে পঢ়ি আনন্দ লাভ কৰিছে আৰু তেওঁক বিহগী কবি উপাধি দিছে। কেইবা শতাব্দী আগতো মহাপুৰুষ শঙ্কৰদেৱে কীৰ্তনৰ উপবনৰ বৰ্ণনাত কোকিলৰ কুহু-কুহু ধ্বনিৰ কথা বৰ্ণনা কৰিছে। আধুনিক কালত অনেক কবিয়ে কুলি-কেতেকীৰ বিষয়ে কবিতা লিখিছে, যদিও ভালেখিনি কবিতা— কবিতা নাম পোৱাৰ যোগ্য হোৱা নাই। কৃপাবৰ বৰবৰুৱাই তেওঁৰ বাঁহীত এটা কাৰ্টুন আঁকি তাত কবিতা নাম পোৱাৰ অযোগ্য কবিতাবোৰক জুইত পুৰি দেখুৱাইছে (বাঁহীৰ চতুৰ্থ বছৰ)।

বেজবৰুৱাই কদম-কলিত কুলি নাম দি এটা সৰু কবিতা লিখিছে, গানৰ সুৰত—আয়ে লুকাই পাৰিলে কণী।

এই কবিতাৰ সুৰটো বঙলা শাস্ত্ৰ কবি ৰাম প্ৰসাদৰ শ্যামা সঙ্গীতৰ সুৰত ৰচিত। যিটো সুৰ গোসানীৰ বন্দনাৰ গানত ব্যৱহাৰ কৰিছে সেই সুৰ বেজবৰুৱাই এটি সামান্য চৰাইৰ ক্ষেত্ৰত প্ৰয়োগ কৰিছে।

বেজবৰুৱাৰ গানটোৰ বিশেষত্ব এইখিনিতে, এইটো বেজবৰুৱাৰ লঘু অনুকৰণ (পেৰডি) আৰু এনে অনুকৰণ হাস্যৰসৰো উপাদান। কুলি কবিতাতো কৰিয়ে আমাক এটা হাস্যৰসৰ উপাদান দিছে Human is a metting of incongruities এই সৰু কবিতাটিত বেজবৰুৱাই লিখিছে যে কালিদাস, ভৱভূতি আৰু ছেলি, কিটচ এইবিলাক কবিয়ে কুলিৰ পিছে পিছে খেদি ফুৰিছে। মহাকবি কালিদাসে এখন ঋষিৰ আশ্ৰমত আমাক কুলিৰ মাত এবাৰ শুনোৱা যেন মনত পৰে। দুষ্মন্ত ৰজাই তেওঁৰ ৰাজচৰাত শকুন্তলাক প্ৰত্যাখ্যান কৰাৰ সময়ত শকুন্তলাক তিৰস্কাৰ কৰোঁতে কুলি চৰাইৰ উল্লেখ কৰিছে। ভৱভূতিৰ কিন্তু কুলিৰ কথা কোৱা মনত নপৰে দেখোন, মই পাহৰিবও পাৰোঁ, ইংৰাজ কবি কিটচে কুলিৰ বিষয়ে একো লেখা নাই; ৱৰ্ডচ্‌ৱৰ্থে কুলিৰ বিষয়ে এটা কবিতা লিখিছে আৰু আন এটা কবিতাত উল্লেখ কৰিছে। ইংৰাজ কবি ছেলিৰ 'Skylark' প্ৰিয় চৰাই। কিন্তু কবিৰ কল্পনাত চৰাই নহৈ এটা অদৃশ্য শক্তিত পৰিণত হৈছে। 'Skylark' ছেলিৰ কবিগুৰু, ছেলিয়ে তেওঁৰ পৰা কবিতা আৰু সঙ্গীতৰ ৰচনা কৰা কাৰণে স্বৰ্গৰ সীমাত থকা গুৰুজনাক প্ৰাৰ্থনা কৰিছে।

'Teach me half the gladness
That thy brain must know
Such harmonius madness
Form my lips will flow.'

দৈৱী উন্মাদনাৰ প্ৰভাৱত (divine madness) কবিয়ে কাব্য ৰচনা কৰে। কবিৰ অহিংস উন্মাদ এটা ছন্দ মানি চলে; সাধাৰণ অৱস্থাত মানুহে কবিতা লিখিব নোৱাৰে।

'Genious is to madness near allied;
A thin partition do thear bounds divide.'

প্ৰতিভা আৰু উন্মত্ততাৰ মাজৰ পৰ্দাখন অতি পাতল। এই প্ৰসঙ্গত চেক্সপিয়েৰৰ এটা কথা মনত পৰে, 'There is a method in his madness' এইটো হেমলেটৰ বিষয়ে কোৱা হৈছে।

ৱৰ্ডচ্‌ৱৰ্থৰ 'Skylark' বোলা কবিতাত কবিয়ে 'Skylark' বোলা চৰাইটিক স্বৰ্গৰ গায়ন যাত্ৰী বুলি গণ্য কৰিলেও তেওঁৰ চৰায়ে কিন্তু তলৰ

পৃথিবীখনৰ, সমাজৰ প্ৰতি থকা তাৰ দায়িত্বৰ কথাও সকলো মুহূৰ্ততে মনত ৰাখে। ৱৰ্ডচ্‌ৱৰ্থৰ চৰাইটি দায়িত্বপূৰ্ণ গুণী লোকৰ প্ৰতীক (type of the wise)। ছেলিৰ স্কাইলাৰ্ক কিন্তু এখন নতুন জগতৰ অগ্ৰদূত হ'লেও হাইঠা চৰাইৰ দৰে পৃথিৱীলৈ নামিবলৈ টান পায়। Shelly ৰ Skylark তেওঁৰ জীৱনৰ আশা-আকাঙক্ষা, সুখ-দুখেৰে নিৰ্মিত।

আজিকালি আমাৰ ইয়াত নগৰতহে নালাগে গাৱঁতো বসন্ত কালত কুলি-কেতেকীৰ মাত শুনিবলৈ নোপোৱা হৈছে। লাহে লাহে মানুহে কুলি-কেতেকী চিনি নোপোৱা হ'বগৈ। আনহে নালাগে কাউৰীৰ মাতো মই থকা চহৰত আজি ভালেমান দিন শুনিবলৈ পোৱা নাই। কাউৰীয়ে কা নকৰিলেও আজিকালি সূৰ্য কিন্তু ঠিক সময়তে ওলাই থাকে। এই কথাৰ পৰা মই নিজে অলপ অসুবিধা পাইছোঁ; কিয়নো আগতে কুলিয়ে মতাৰ লগে লগে ভালেখিনি সময় আশা কৰি থকা ৰাত্ৰিপুৱাৰ মোৰ প্ৰিয় চাহটুপি মুখৰ আগত পাওঁ। কাউৰীৰ মাত নোহোৱাৰ পৰা কৰ্তব্য-পৰায়ণ জীয়ৰী-বোৱাৰীয়েও পুৱা আঠমান বজাতহে চাহটুপি দিয়েহি, মানুহক ক'বলৈকো ভাল নালাগে।

মাজতে হঠাৎ মোৰ নিজৰ মনৰ কথাটো কৈ পেলালোঁ। আজিকালি প্ৰবন্ধৰ চৰিত্ৰই এনেকুৱা স্বৰ্গ, পৃথিৱী একেলগে সানি পেলায়।

আমাৰ বিহগী-কবি ৰঘু চৌধাৰীয়ে বিহগী কবি নাম পালেও তেওঁৰ চৰাইৰ বিষয়ে লেখা কবিতা বিশেষকৈ 'কেতেকী' অতি দীঘলীয়া হোৱাত অলপ সেৰেকা হৈছে; ইংৰাজ কবিসকলৰ বিশেষকৈ কিটচৰ 'Nightingle' অলপ ব্যতিক্ৰম বোলা কবিতাৰ অলপ কথাতে সাতকাণ্ড কেতেকীত আমাৰ ভাৰতীয় সংস্কৃতি আৰু জীৱনৰ আভাস আছে আৰু সেইখিনি কথা বহলাই কৈছে। সেই কথা দুই এশাৰীতে ইঙ্গিততে বুজাব পাৰিব লাগিছিল। তেওঁৰ 'দহিকত'ৰা' অলপ সংযত, কিয়নো ই অতি দীঘল নহয়। ফৰাচী কবি ব'ডলেয়াৰে খুব সম্ভৱ কৈছিল বোলে A long poem is a contradition in terms, অৰ্থাৎ দীঘল কবিতা এই শব্দ দুটা বিৰোধী। কিটচৰ 'নাইটিংগেল' বোলা কবিতাত জীৱনৰ শাৰীৰিক ক্লেশ, দুৰ্গতি, আৰু বিষাদ, তীব্ৰ, নিৰাশা-দুৰ্ভাগ্যৰ সুৰুঙাইদি Nighitingle-ৰ সঙ্গীত সুধাত এখন অস্থায়ী হ'লেও আনন্দময় দেশৰ বাতৰিও আছে আৰু সেই কবিতাৰ কেইটামান শাৰীৰ সহায়তেই মধ্যযুগীয় জগতখনৰ আত্মাকেইটা একেলগে বান্ধি থৈছে।

কবিৰ প্ৰতিভাই কেইটামান স্তৱকৰ মাজেদি এখন জগতৰ বহু কালৰ ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ এতিয়ালৈকে গোটাই ভৱিষ্যতৰ পাঠকলৈকো যেন দান দি গৈছে। এইখিনিতেই কিটচৰ গৌৰৱ, ইয়াতেই প্ৰতিভা। কবি প্ৰতিভাৰো বেলেগ বেলেগ মাহাত্ম্য আছে। মনুষ্য জন্ম দুৰ্লভ, মনুষ্য জন্ম পালেও বিদ্যা দুৰ্লভ, বিদ্যা

কেনেবাকৈ অৰ্জন কৰিব পাৰিলেও কবি হোৱা কঠিন, আৰু কবি নাম ল'ব পাৰিলেও কবিত্ব প্ৰতিভা সু-দুৰ্লভ।

কোনো কোনো কবি extrovert অৰ্থাৎ নিজৰ মনৰ বাহিৰৰ জগতখন অধিক পৰিমাণে দেখে; কিন্তু কোনো কোনো কবিৰ introvert তেওঁলোকে যি বস্তুৰ বিষয়ে লিখে সেই বিষয়টোত তেওঁৰ নিজৰ জীৱনৰ সুখ-দুখ, আশা-আদৰ্শ এইবোৰকেহে বেছিকৈ দেখে। ছেলি, কিটচ প্ৰভৃতি কবিসকল এই দ্বিতীয় শ্ৰেণীত পৰে আন হাতে ৱৰ্ডচৱৰ্থ বোলা কবিজনৰ গাত আত্মনিষ্ঠতা আৰু বস্তুনিষ্ঠতা দুয়োটাই প্ৰায়ে সমানে আছে। বৰ্তমান শতিকাৰ প্ৰথম ভাগৰ এজন কবিয়েও নাইটিংগেলৰ বিষয়ে এটি সৰু কবিতা লিখি থৈ গৈছে; আধুনিক কবিতাৰ কোনো কোনো সংগ্ৰহত এই কবিতা পোৱা যায়। এওঁৰ প্ৰভাৱ আমাৰ আধুনিক অসমীয়া কবিৰ দুই-এজনৰ গাত দেখা পাইছোঁ।

জগতৰ সাহিত্যত অনেক কবিয়ে চৰাইৰ বিষয়ে অজস্ৰ লিখি গৈছে, এহাজাৰ এৰাতি কলেও ওৰ নপৰে।

সকলো দেশৰ ভাষাতে গছ-গছনি, জীৱ-জন্তুৰ প্ৰভাৱ পৰি ভাষা চহকী হয়। ভাষাৰ প্ৰকাশিকা শক্তি গভীৰ হয়; আমাৰ অসমীয়া ভাষাৰ কথাকে কওঁ— ইন্দ্ৰৰ সভাত ফেঁচাৰ কুৰুলি; ফেঁচাৰ ফেচী, ইন্দ্ৰৰ শচী; শগুণৰ শাওত বুঢ়া গৰু নমৰে, বুঢ়া শালিকাই মাত লোৱা; ঘনচিৰিকাই ৰাজহাঁহৰ খোজ ল'বলৈ যাওঁতে আগৰ খোজটোও পাহৰে; মইনা মাত, ভাটৌৰ বিদ্যা; শেন চকুৱা; চিলনীৰ দৰে থপিওৱা; পাৰযুৰীয়া, কিনা হাঁহৰ ঠোঁটলৈকে মঙহ; ভেঁটিত হুদু পৰা ইত্যাদি অনেক উদাহৰণ দিব পাৰি। ইয়াৰ পৰা দেখা যায় চৰাইৰ জগতখনে আমাৰ ভাষা শক্তিমন্ত কৰে। আমাৰ পুৰণি সাহিত্যত মহাপুৰুষ শঙ্কৰদেৱে ৰুক্মিণীহৰণ কাব্যত ঢোঁৰা-কাউৰীয়ে সোন্দাকল লৈ যোৱাৰ কথা কৈছে। মাধৱদেৱৰ নামঘোষাত ডাউক চৰাইৰ কথা কৈছে, কুকুৰা চৰাইয়ে অকল যে ৰান্ধনী ঘৰৰ চৰুতহে আদৰ পায় এনে নহয়, কবিসকলেও কুকুৰা চৰাইক ঘিণ কৰা নাই। আমাৰ দেশৰ প্ৰাচীন লোকগীতত আছে, পুৱতি নিশা কুকুৰাৰ ডাক শুনি গুপ্ত প্ৰেমিক আৰু প্ৰেমিকাই বিচ্ছেদ যন্ত্ৰণা ভোগ কৰিব লগা হৈছে। এনে উপমা অসমৰ লোকগীততো আছে। মহাপুৰুষ শঙ্কৰদেৱেও তেওঁৰ কেলিগোপাল নাটকত এটা গীতত কৈছে—

'কুকুৰা আৰাও কৰে যানি ৰজনী শেষ
তাহাঙ্কু সপয় পুত্ৰ মাথে!
আজো বৈৰী নিশি নিমিষতে পুহায়লি
হামাক তেজলি প্ৰাণ নাথে।'

জগতৰ যি-কোনো বস্তুৱে কবিতাৰ বিষয় হ'ব পাৰে। প্ৰতিভাশালী কবিয়ে

তেওঁৰ শক্তিৰ প্ৰভাৱত বিষয়-বস্তুৰ ওপৰত মানুহৰ সুখ-দুখ, আশা-আকাঙ্ক্ষা, উপযুক্ত ভাষাৰে মিহলাই দি কাব্যৰ সৃষ্টি কৰে, কবিৰ নিজৰ বিদ্যা-বুদ্ধি অভিজ্ঞতাও একোটা কবিতাত ধৰা পৰে।

আমাৰ বিহু নামবোৰত অসমীয়া জীৱনৰ দুখ-কষ্টৰ কথা বৰকৈ ওলোৱা নাই। 'বিহুৱা চৰায়ে কৰে বিহু বিহু, আমাৰ বিহু কাপোৰ নাই। সমনীয়াই সুধিলে কম কিযে বুলি সৰুতে মৰি গ'ল আই।' এনে ধৰণৰ দুখৰ কথা বিহু নামত অতি কমহে শুনা যায়। বিহুৰ মাজেদি মানুহে যেন দুখ-দুৰ্দশাৰ কথা খন্তেকলৈ পাহৰিবলৈহে বিচাৰে। আমাৰ প্ৰাচীন ভাৰতৰ বৈদিক সাহিত্যৰ এটা শ্লোক আছে, বহুতে নিশ্চয় জানে, শ্লোকটোৰ অৰ্থ এয়ে, ''দুটা চৰাই নলে-গলে লগা বন্ধু সিহঁত দুয়ো এজোপা গছতে থাকে যদিও এটাই পকা পকা গুটিবোৰ খায়; কিন্তু সখীয়েকে একোকে মুখত নিদিয়ে, কেৱল আনটি চৰায়ে খোৱা চাইহে থাকে। এটি চৰাই সুখ-দুখত নিৰ্লিপ্ত। মোৰ কণিকা বোলা অকণমানি পুথিখনত প্ৰথমতে এই শ্লোকটিকে দিয়া হৈছে। বাল্মীকিৰ ৰামায়ণত জটায়ু পক্ষীয়ে বন্ধু কন্যা সীতাক হৰি নিয়া ৰাৱণৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ পৰাক্ৰমী ৰাক্ষসৰ লগত যুদ্ধ কৰি প্ৰাণ দিছে। জটায়ু পক্ষীৰ সাহস আৰু ত্যাগ আদৰ্শনীয়। মহাভাৰততো আদি পৰ্বৰ গুৰিতে থকা পক্ষী বিনতা আৰু তেওঁৰ পুত্ৰ গৰুড়ৰ কাহিনীয়ে কুন্তী আৰু তেওঁ পুত্ৰসকলক দুখ-কষ্টৰ জীৱনৰ ইঙ্গিত দিয়া যেন লাগে। ভাগৱতৰ এটা শ্লোকত পখীক মানুহৰ আত্মাৰ লগত তুলনা কৰিছে, হাতত কুঠাৰ লৈ গছৰ গুৰি কাটিবলৈ অহা কাঠকটীয়া দেখিলেই চৰাইয়ে সেই গছত থকা বাহ এৰি আঁতৰি যোৱাৰ দৰে মৃত্যুৰ আগমনত আত্মাই দেহ এৰি আঁতৰি যায়। কবি ৰবীন্দ্ৰ নাথেও তেওঁৰ মৃত্যুৰ আগতে লিখা অকণমানি কবিতা এটিত কৈছে 'যাবাৰ সময় এল বিহঙ্গেৰ। অৰ্থাৎ তেওঁৰ সংসাৰ এৰিবৰ সময় হৈছে। আমাৰ ভাৰতীয় সাহিত্যত সংস্কৃত আৰু আঞ্চলিক ভাষাবিলাকত চৰাই সম্বন্ধে অজস্ৰ কবিতা আজিও ৰচনা হ'ব লাগিছে। চিৰজীৱী মাৰ্কণ্ডেয় মুনিয়েও তেওঁ নিজে অকলে হাজাৰ হাজাৰ প্ৰশ্নকৰ্তাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ অসমৰ্থ হৈ তেওঁৰ জ্ঞান চৰাই কেইটামানক শিকাই দিছিল। এই চৰাইকেইটাই প্ৰশ্নকৰ্তাক প্ৰশ্নৰ উত্তৰ দিছে। এতিয়া নতুন দিল্লীত আমাৰ পাৰ্লিয়ামেণ্টৰ বৈঠক হৈ আছে। সেই গুণে মনত পৰিল মধ্যযুগীয় ইংৰাজী সাহিত্যৰ Parliament fowelos কবিতালৈ। fowelos মানে সকলো চৰাইকে বুজাইছে। আজিকালি ইয়াৰ অৰ্থ সীমাবদ্ধ হ'ল। সেই সময়ৰ আৰু এটা ইংৰাজী কবিতা।

'Owl and nightingle' দুটা বিভিন্ন মনোবৃত্তিৰ চিত্ৰ। ৰবীন্দ্ৰনাথৰ সজাৰ চৰাই আৰু মুকলি-মুৰীয়া চৰাইৰ কথা এই প্ৰসঙ্গত মনত নপৰে নে? আমি সৰুতে শুনিছিলোঁ 'ঢুলীয়া ককাইয়ে চৰাইবিলাকৰ নেলুৰ' কথা ঢোলৰ মাতত তুলি শুনায়।—

শুনিয়োক সৰ্বজনে কথাৰ বৰাই।
মেল পাতি বহি আছে যতেক চৰাই।।

বিহুৱা চৰাইৰ কথা ক'বলৈ যাওঁতে চৰাই বিষয়ে নানান কথা মনলৈ আহিছিল। আটাইবোৰ মনত পৰা নাই। যিখিনি মনত পৰিছে কৈ গৈছোঁ আনে লিখিছে। মই লিখিবলৈ অসমৰ্থ। ৰাইজে ইয়াকে ৰঙালী বিহুৰ জলপান বুলি গ্ৰহণ কৰে যেন।

পাহৰিছিলোঁৱেই, ৰবীন্দ্ৰনাথে তেওঁৰ জীৱনৰ শেষৰ ফালে লেখা বিখ্যাত কবিতা সংগ্ৰহৰ নাম বলাকা কিয় দিলে? ই কালিদাসৰ প্ৰভাৱ যেন লাগে। বলাকা শব্দটো কালিদাসে কেইবাৰমান ব্যৱহাৰ কৰিছে। চৰাই প্ৰতিও তেওঁৰ দৃষ্টি আছিল। 'মেঘদূত'ত এৰাতি যোৰ পাতি শুই থকা পাৰৰ উল্লেখ (সুপ্ত পাৰাৱত) পাঠকে নিশ্চয় লক্ষ্য কৰিছে। ইংৰাজ কবি ৱৰ্ডচৱৰ্থৰ কুলি কবিতাটো অসমীয়ালৈ ভাঙোতে মূলৰ পৰা আঁতৰি গৈছে; ভাঙনিৰ দ্বিতীয় শাৰীত থকা 'মাত শুনি বিহু লাগে গাত' এই বাক্যটিয়ে বহাগ বিহুৰ মাদকতাৰ আভাস দিয়ে। আমাৰ গাৱঁলীয়া মানুহে কথা-বতৰাত কয়—

ৰ'দে-বৰষুণে খৰা শিয়ালৰ বিয়া
ঘন চিৰিকাই তামোল কাটে,
আমাকো এখন দিয়া।

এই দুশাৰী কথা অৰ্থপূৰ্ণ। আমাৰ আগৰ গাৱঁলীয়া সমাজত বৰ-সৰু, ধনী-দুখীয়া, সকলো মানুহে বিভেদ পাহৰি মানুহৰ ঘৰত বিয়া-সবাহ, সকাম-নিকাম হ'লে গৃহস্থক সহায় কৰা সহযোগিতাৰ মনোভাৱে ইয়াত প্ৰকাশ পোৱা নাই নে? আমাৰ সাধুকথাত কেইবাটাও চৰাইৰ ভূমিকা আছে, যেনে—চিলনীৰ জীয়েকৰ সাধু। সেই সাধুকথাত থকা কোমল কবিতা ফাকি বহুতৰ মনতে নিশ্চয় আছে—

আগলি কলাপাত লৰে কি চৰে,
চিলনী আই মোৰ আগতে পৰে।
আন এটা সাধুকথাত পাওঁ— হুৰ হুৰ বটা চৰাই,
মোৰ ধান নাখাবি তোক দিম গোটা কৰাই।
আন এটা সাধুত আছে— দে পানী পখালোঁ ঠোঁট;
ভোজন কৰোঁ টিপচীগোট।
বহুতে নজনা আন এটা সাধু কথাত আছে—
ওকণি সখী মৰি গ'ল, তপত তেলত পৰি গ'ল,
বগে নিৰামুহী খায়।

বগলী চৰাইৰ উদাৰ হৃদয়খনে ওকণিৰ দৰে ক্ষুদ্ৰ জীৱকো সামৰি লৈছে। সাধুকথাৰ জগতখন অতি সৰল, অতি উদাৰ; গছ-গছনি, চৰাই-চিৰিকতি, আৰু

মানুহ-দেৱতা আটাইবোৰ যেন একেটা পৰিয়ালৰে জীৱ। কথা এটা মনত পৰিছে ৰজা দিনত শেনচোৱা বুলি কিছুমান মানুহৰ খেল আছিল। এই খেলৰ মানুহে শেন চৰাই পুহি শেনক যুঁজিবলৈ শিক্ষা দি ৰাইজক আৰু বিশেষকৈ ৰজাক কোনো কোনো উৎসৱৰ সময়ত শেন চৰাইৰ যুঁজ দেখুৱাইছিল। স্বৰ্গদেউ, এই বেলি শেনৰ এজাত। এনে ধৰণৰ ভৱিষ্যৎবাণী আমি আজিও কেতিয়াবা কেতিয়াবা ব্যাহাৰ কৰোঁ। চৰাই-মৰীয়া নিষাদৰ প্ৰতি প্ৰয়োগ কৰা অভিশাপৰ শ্লোকটোৱে এখন মহাকাব্যৰ জন্মৰ কাৰণ হ'ল।

'মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ'। ○○

# দুৰ্গাপূজা আৰু অসমীয়া শিল্পী

আমাৰ ইয়াত শাৰদীয় দুৰ্গাপূজাৰ ৰভাৰ সংখ্যা আগতকৈ অনেক গুণে বাঢ়িছে হয়; কিন্তু পূজাৰ লগত বিশেষভাৱে সম্বন্ধ থাকিব লগীয়া অসমীয়া শিল্পীৰ সংখ্যা খীণাই নোহোৱাৰ দৰেই হৈছে। ঘাইকৈ মৃৎশিল্পী, অৰ্থাৎ প্ৰতিমা গঢ়া কুমাৰ বা খনিকৰৰ কথা কৈছোঁ। আজি এই সম্পৰ্কে দুটামান কথা কওঁ বুলি ভাবিছোঁ।

শাৰদীয় দুৰ্গাপূজাৰ উপলক্ষ্য মহিষাসুৰ বধ। মহিষমৰ্দিনীৰ পূজাই ইয়াৰ কেন্দ্ৰ অনুষ্ঠান। কিন্তু আমি দেখি আহিছোঁ যে মহিষমৰ্দিনীৰ উপৰিও আৰু চাৰিগৰাকী দেৱতাৰ প্ৰতিমাও দুৰ্গা-প্ৰতিমাৰ লগতে অচ্ছেদ্য হৈ থাকে; যেনে— লক্ষ্মী, সৰস্বতী, গণেশ আৰু কাৰ্ত্তিক। দুৰ্গাপূজাৰ প্ৰতিমা মানে এই পাঁচ মূৰ্তিৰ প্ৰতিমা। অৱশ্যে তলত মহিষাসুৰৰ প্ৰতিমাও থাকে বহুত পণ্ডিতে অনুমান কৰে যে এসময়ত কেৱল মহিষমৰ্দিনীৰ প্ৰতিমাৰহে পূজা হৈছিল। এই নিয়ম ভাৰতবৰ্ষৰ বহুত ঠাইত এতিয়াও প্ৰচলিত বুলি জনা যায়। পণ্ডিতসকলে আৰু কয় যে সপ্তদশ শতাব্দীমানৰ পৰাহে পঞ্চপ্ৰতিমা পূজাৰ প্ৰথা আৰম্ভ আৰু প্ৰচলিত হয়। এই বিষয়ে সঠিককৈ একো ক'ব নোৱাৰি। আমাৰ ইয়াত আগতে পঞ্চপ্ৰতিমাৰ পূজা প্ৰচলিত আছিল নে কেৱল মহিষমৰ্দিনীৰ পূজাহে প্ৰচলিত আছিল, সিয়ো গৱেষণাৰ বিষয়। শিলঘাটৰ পৰা দুমাইলমান পূৱে ব্ৰহ্মপুত্ৰৰ পাৰৰ পাহাৰৰ শিলত কেৱল মহিষমৰ্দিনীৰ মূৰ্তিহে দেখা যায়; আন চাৰিগৰাকী শিলত কাটি থোৱা নাই। কছাৰী সম্প্ৰদায়ৰ কোনোবা এজন ৰজাৰ হাতত যি সোণৰ দুৰ্গামূৰ্তি থকাৰ কথা বুৰঞ্জীবিদে কয়, সেই মূৰ্তি বা কেনে আছিল তাকো জানিবৰ উপায় নাই। দেৱী সম্পৰ্কীয় পুৰাণ আৰু যিবিলাক দুৰ্গাপূজাৰ বিধি আমাৰ মাজত প্ৰচলিত আছে সেইবিলাকৰ প্ৰাচীনত্ব বেছি দূৰলৈ নাযায়। পাৰমাৰ্থিক তত্ত্বৰ ফালৰ পৰা অৱশ্যে এইটোও সত্য যে লক্ষ্মী, দুৰ্গা, সৰস্বতী এওঁলোকৰ কোনো ভেদ নাই; এওঁলোক একে মহাশক্তিৰ প্ৰকাশ।

কামৰূপ-কামাখ্যাৰ দেশ অসমত যে কেইবাশতিকাৰে পৰা দুৰ্গাপূজা প্ৰচলিত হৈ আহিছে তাত সন্দেহ কৰিবৰ কাৰণ নাই। অসমৰ ভাগৱতী নাম ধৰ্মৰ এগৰাকী প্ৰধান গুৰু মহাপুৰুষ শঙ্কৰদেৱ নিজে শাক্ত ধৰ্মৰ ফল; সেইটো সকলোৱে জনা কথা। মহাপুৰুষ মাধৱদেৱ আৰু তেওঁৰ মিতিৰৰ লগত বলিকটা ছাগলী ননাৰ বাবে কাঁজিয়া লগাৰ কথাও আমি জানো। মাধৱ কন্দলি ৰামায়ণতো অষ্টমীৰ ছাগৰ বলিৰ কথা উল্লেখ আছে। বাৰমাহী গীতবিলাকতো শৰত কালৰ পূজাৰ কথা বিৰহিনীৰ মুখেদি ওলোৱা দেখা পাওঁ। আহোম

ৰজাসকল কোঁচ ৰজাসকলৰ সংস্পৰ্শলৈ অহাৰ পূৰ্বৰ পৰাই উজনি অসমত দুৰ্গাপূজাৰ প্ৰচলন একেবাৰে নাই বুলি ক'ব নোৱাৰি। মালিনী থানৰ কথা সকলোৱে জানে। মালিনী দুৰ্গাৰ নাম। আহোম ৰজাসকলে পঠোৱা শিল্পীয়ে কোঁচ ৰাজ্যৰ পৰা কেনে ধৰণৰ প্ৰতিমা সাজিবলৈ শিকি আহিছিল তাকো আমি নাজানো। সি যি নহওক, অসমৰ ইমূৰৰ পৰা সিমূৰলৈ গৈ আমাৰ কুমাৰেই যে দুৰ্গাপ্ৰতিমাৰ খনিকৰ হৈছিলগৈ এইটো ঠিক কথা। আমি সৰুতে দেখালৈকে সেই ঐতিহ্যই অসমত চলি আহিছিল। স্বৰ্গীয় ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱে মোমায়েকৰ ঘৰত থাকি মাটিৰ দুৰ্গা-প্ৰতিমা আৰু আন-আন প্ৰতিমা সাজিবলৈ শিকিছিল (এই সম্পৰ্কে প্ৰান্তিকত মই ইতিপূৰ্বে লিখিছোঁ)। তেওঁৰ মোমায়েক যোৰহাটৰ পকামূৰাৰ মিশ্ৰৰ গাৱঁৰ ঘৰত বছৰি দুৰ্গাপূজা হৈছিল; কালীপূজা আৰু লক্ষ্মীপূজাও হৈছিল। এইবিলাকৰ প্ৰতিমা অসমীয়া কুমাৰে গঢ়িছিল আৰু প্ৰতিমাবিলাকৰ এটা নিজস্ব ঠগ বা গঢ় আছিল। বৰঠাকুৰদেৱে নিজে সজা দুৰ্গা-প্ৰতিমা কেইবাঠাইতো মই নিজে দেখা পাইছোঁ। তেওঁ যিবিলাক স্কুলত শিক্ষকতা কৰিছিল, তাত ছাত্ৰবিলাকক তেওঁ নিজে সৰস্বতী-প্ৰতিমা সাজি দিছিল।

আজি ছকুৰিমান বছৰ হ'ল, নগাৱঁৰ পুৰণিগুদামৰ লেৰেলা শৰ্মা নামে খনিকৰ এজনে বুঢ়া বেল গছৰ কাঠেৰে দুৰ্গাপূজাৰ প্ৰতিমা সাজি স্থানীয় ৰাইজক দি গৈছে। সেই প্ৰতিমা ৰাইজে আজিও বছৰি পূজা কৰে। কাঠত অলপো ঘূণে ধৰা নাই বা পোটোকাও পৰা নাই। খনিকৰজনাই দেৱপ্ৰতিমাবিলাকৰ মূৰ, হাত, ভৰি আদি বেলেগ-বেলেগ অংশ চাঁচি-কাটি উলিয়াইছিল। পূজাৰ আগে-অগে সেইবোৰ লগ লগাই (assemble কৰি) তাত ৰং সনা হয় আৰু কাপোৰ-কানি পিন্ধাই পাটত তোলা হয়। নজনা মানুহে সেয়া মাটিৰ প্ৰতিমা বুলিয়েই ভাবে। চকুৱাল লোকেহে কথাটো অলপ ধৰিব পাৰে আৰু অসমীয়া ৰীতি যিখিনি আছে তাকো ধৰে। মোৰ বিশ্বাস লেৰেলা শৰ্মা খনিকৰৰ এই কাঠৰ প্ৰতিমা নিৰ্মাণটো বিচ্ছিন্ন ঘটনা (isolated phenomenon) নাছিল। এই শিল্পৰ নিশ্চয় কিবা পৰম্পৰা আছিল। পাছলৈ সি লোপ পালে। এনে কাঠৰ প্ৰতিমা অসমৰ আন ঠাইত আছে বুলি এতিয়াও আমি নাজানো। এই শ্ৰেণীৰ শিল্পীৰ লেৰেলা খনিকৰেই শেষ উদাহৰণ।

মোৰ বক্তব্য এয়ে যে বৰ্তমান কালত আমাৰ শিল্পীসকলৰ সাহসৰ অভাৱত, বিশেষকৈ অসমীয়া ৰাইজৰ অৱজ্ঞাৰ ফলত, ঘৰুৱা শিল্পীসকল এইক্ষেত্ৰত পিছ হুঁহকি যাব লগা হ'ল আৰু বাহিৰৰ লোকে তেওঁলোকৰ স্থান অধিকাৰ কৰি বহিল। পূজাৰ ক্ষেত্ৰত আমাৰ মানুহে এইটো এটা ভাবি চাব লগীয়া বিষয়।

দুৰ্গাপূজাৰ বিধিৰ কেইবাখনতো এনেদৰেই নিৰ্দেশ দিয়া আছে যে পূজাৰ

কোনো কোনো অনুষ্ঠানৰ সময়ত (যেনে— বেলবোধন, নৱ-পত্ৰিকা স্থাপন, মহাস্নান, বলিদান আদি) শাস্ত্ৰীয় সঙ্গীতৰ বিশেষ বিশেষ ৰাগত (কেতিয়াবা বসন্ত ৰাগ, কোনো ঠাইত ভৈৰৱ ৰাগ আদিত) গাব-বজাব লাগে। বোধহয় শাস্ত্ৰীয় সঙ্গীতৰ চৰ্চা কমি যোৱাত এই কথাটো বাদ পৰিল। এই নিৰ্দেশ ৰক্ষা কৰিবলৈ খুব সম্ভৱ আমাৰ অসমৰ কোনো-কোনো অভিজ্ঞ ঢুলীয়া আগ বাঢ়ি আহিল। এই ঢুলীয়াসকলে পূজাৰ বিভিন্ন অনুষ্ঠানত ঢোলৰ বিভিন্ন ছেও (mode) বজায়। ঢুলীয়াৰ এনে অনুষ্ঠান সৰু কালত আমি দুৰ্গাপূজাত শুনিছিলোঁ। ঢোলৰ ছেও শুনিলেই জনা লোকে ক'ব পাৰে পূজা কোনখিনি পাইছেগৈ। প্ৰতিমা সজা খনিকৰৰ দৰে আমাৰ এই ঢুলীয়াসকলৰ পূজা সম্পৰ্কীয় এই কলা আজিকালি লোপ পালে বুলিয়েই জানো।

দুৰ্গাপূজা উৎসৱপ্ৰধান। দেৱীয়ে মহিষাসুৰক বধ কৰাৰ উপলক্ষ্যে দেৱতা, মানুহ সকলোৱে এই উৎসৱ। কিছুমান পুৰাণতো এই উপলক্ষ্যে হোৱা আনন্দ-উৎসৱৰ বৰ্ণনা আছে। মহাৰাণীৰ দিনত অনুষ্ঠিত ৰাজহুৱা আৰু ঘৰুৱা দুৰ্গাপূজাত নৃত্য-গীত আদিৰ ব্যৱস্থা হৈছিল। এই সম্পৰ্কত অনেক ঠাইত অপ্ৰীতিকৰ আৰু অবাঞ্ছিত ঘটনাৰ প্ৰতিবাদ স্বৰূপে আমাৰ অসমীয়া ডেকাসকলে দুৰ্গাপূজাৰ লগে-লগে অসমীয়া নাট অভিনয় আৰম্ভ কৰে। পূজাৰ সময়ত হোৱা এনে অভিনয়ৰ কথা ভোলা শৰ্মা এই ছদ্মনাম লৈ আত্মবিনোদক থিয়েটাৰৰ কথা লিখি থৈ গৈছে। বৰদলৈ গ্ৰন্থাৱলীত পাব। অসমৰ প্ৰায়বিলাক ৰঙ্গমঞ্চ দুৰ্গাপূজাৰ ৰভাৰ লগে লগে আৰম্ভ হয়। পাছলৈ এইবিলাকে স্থায়ী ৰূপ লয়। আধুনিক অসমীয়া ৰঙ্গমঞ্চ আৰু নাটক দুৰ্গাপূজাৰ দান বুলি ক'লে বঢ়াই কোৱা নহয়। এইবিলাক অনুষ্ঠানৰ পৰাই কেইবাগৰাকীও প্ৰতিভাশালী অসমীয়া অভিনেতা সমাজে লাভ কৰিছিল। বহু কালৰ পৰাই অনেক দেশতে নাটক আৰু অভিনয়ৰ উৎপত্তি ধৰ্মীয় জীৱনৰ পৰাই হোৱা বুলি বুৰঞ্জীয়ে কয়। ○○

# পেহী আইতা আৰু আহাৰৰ ষাঁঠ

আহাৰ সোমাওঁতেই মনত পৰিছে। নিচেই সৰু কালতেই পেহী আইতাই সাহিত্যৰ ৰতনপুৰৰ বাতৰি দিওঁতা, মৰম আৰু সাধুকথাৰ বৰপেৰা আমাৰ পেহী আইতালৈ সদায় মনত পৰি থাকে। আহাৰ মাহ ওচৰ চপাত বৰকৈ মনত পৰিছে। তেওঁ ঢুকাবৰে আজি চাৰিকুৰি বছৰ হৈ গৈছে, তেওঁ আছিল আমাৰ পিতাদেউহঁতৰ পেহীয়েক, আমাৰ আজোককাৰ একেটি জীয়েক। শিৱসাগৰৰ শিৱদৌলৰ ঠাকুৰ বংশৰ পিতৃ-মাতৃবিহীন দেখনিয়াৰ ডেকা এজন আমাৰ সেইখিনি ওলাইছিলগৈ। ডেকাজন অকল শুৱনি আৰু স্বাস্থ্যৱন্তই নহয়, অতি বিনয়ী আৰু ভদ্ৰ। অলপ ইংৰাজীও জানিছিল। আজোককাই ঠাকুৰ বংশটোৰ লগত যোগাযোগ কৰি তেওঁলোকৰ অনুমোদন লৈ নিজৰ ছোৱালীটিক এই ৰংপুৰীয়া ডেকাজনৰ সৈতে বিয়া দিবলৈ স্থিৰ কৰিলে। বিয়াখনো হৈ গ'ল। আজোককাই গাৱঁৰ হাবিতলীয়া ঠাইৰ পৰা ওলাই পথাৰৰ কাষত নিজে থাকিবলৈ বুলি আহল-বহলকৈ বাৰী পাতি আগ ফালে পুখুৰী খন্দাই তাত সৰু ঘৰ এটিও সজাইছিল। আজোককাই সেই বাৰী-ঘৰ জী-জোঁৱাইক দি দিলে।

সেই সময়ত আমাৰ গাৱঁৰ নিচেই কাষতে লাগি থকা ভালেখিনি চৰকাৰী মাটি চাহ কোম্পানী এটাই চৰকাৰৰ পৰা অতি সহজে চাহ-বাগিচা পাতিবলৈ বুলি অধিগ্ৰহণ কৰিলে আৰু হাবি-জঙ্ঘল কটাই বাগিচা পতাৰ কাম আৰম্ভ কৰিলে। কিছু অংশত চাহৰ পুলি ৰোৱালেও। সেই বাগিচাই ঘৰ সজা আদি নানা কাম 'প্লেন' (আঁচনি) মতে কৰাও সততে চাই থাকিবলৈ আৰু খৰচ-পাতি হিচাপ-পত্ৰ ৰাখিবলৈ কোম্পানীৰ চাহাবে এজন স্থানীয় মানুহ বিচৰাত আজোককাই জোঁৱায়েককে চাহাবৰ ওচৰলৈ পঠাই দিলে। এওঁক দেখি চাহাবে এজন উৎসাহী ডেকা পাইছোঁ বুলি সন্তুষ্ট হৈ তেওঁক বৰমহৰী পদত নিযুক্ত কৰিলে। ঘৰৰ নিচেই ওচৰতে হোৱা বাবে জোঁৱাইজনে তেওঁৰ কামত যথেষ্ট মনোযোগ দিবলৈ সুবিধা হ'ল। চাহাবে তেওঁৰ কামত অতি সন্তুষ্ট হৈ ককাদেউতাই তেওঁক দিয়া বাৰীখনত বৰমহৰীৰ কাৰণে ইটাৰ ভেটি বান্ধি ওপৰত টিনপাত দি গোসাঁই ঘৰ, ভঁৰাল আৰু আহল-বহল থকা ঘৰ এটাও সজাই দিয়ালে। গাৱঁতো বৰহমহৰী লেখৰ মানুহ হৈ পৰিল আৰু পেহী আইতাক 'বৰমহৰিনী' বুলিও বহুতেই সম্বোধন কৰিবলৈ ধৰিলে। বিয়াৰ কুৰি বছৰ মানৰ পাচতে তিনি-চাৰিটিমান ল'ৰাৰ মাতৃ হৈ পেহী আইতা বিধৱা হ'ল। বাগিচাৰ মানুহে অলপ কম বয়সীয়া হ'লেও আইতাৰ ডাঙৰ ল'ৰাটিকে বাগিচাৰ কাম-কাজ শিকাই বৰমহৰীৰ বাব দিলে। পেহী আইতাৰ দ্বিতীয় ল'ৰাই পঢ়াশুনা

বিশেষ একো কৰিব নোৱাৰিলে। বাৰী-ঘৰ আৰু খেতি-বাতি চাই ঘৰখনৰ একো ক্ষতি নোহোৱাকৈ ৰক্ষা কৰি থাকিল। সময়ত পেহী আইতাই দুয়ো ল'ৰালৈ বিয়া-বাৰু কৰাই ছোৱালীটিকো বিয়া দিলে। পেহী আইতা ঢুকোৱালৈকে দুয়ো ল'ৰা একেলগে আছিল আৰু পেহী আইতাই সকলোৰে পৰা অতি সন্মান পাই সম্ৰাজ্ঞী হৈ সুচাৰুৰূপে ঘৰ চলাইছিল। তেওঁৰ ছোৱালীটিও বিয়াৰ অলপ দিনৰ পাচতে বিধৱা হৈ নিজৰ ঘৰলৈকে ঘুৰি আহি সন্মানেৰে কাল কটাইছিল। চাহ বাগিচাৰ লগত পেহী আইতাৰ যোগেদি আমাৰ সম্পৰ্কৰ আৰম্ভ। ইয়াতে উনুকিয়াই থওঁ যে ককাদেউতায়ো তেওঁৰ এজনী জীয়েকক চাহ বাগিচাত কেৰাণী জীৱন আৰম্ভ কৰা ডেকা এজনলৈ বিয়া দিছিল আৰু এইজন পেহা ম'হবন্ধা 'টি কোম্পানী' সদৰ কাৰ্যালয়ত বৰকেৰাণী হৈছিল। এইজন পেহাই ভালৰো ভাল চাহপাত সীহৰ পেকেটত মেৰাই সঘনে আমাৰ ঘৰলৈ পঠিয়ায়। এনেদৰে চাহ দিয়া মানুহ মিতিৰ-কুটুম আৰু বন্ধু-বান্ধৱৰ ভিতৰত কেবাজনো আছিল। মোৰ দহ বছৰমানৰ পৰা চাহ খোৱাৰ অভ্যাস আৰম্ভ হয়। আৰু সেই কাৰণেই ভাল চাহপাত পোৱা সহজ নহ'লেও মই চাহপাত সম্পৰ্কে অতি fastidious অৰ্থাৎ অকণমান দোষ থাকিলেও অতিশয় অসন্তুষ্ট হওঁ। এইগৰাকী পেহাই প্ৰতি সপ্তাহে 'হিতবাদী' বা 'বঙ্গবাসী' যেই-সেই সাপ্তাহিক কাকত এখন আমাৰ ঘৰলৈ পঠিয়াই থাকে। বাতৰি পঢ়া আৰু আন বিবিধ জ্ঞান লাভ কৰাৰ উপৰি পঢ়া আৰু আন ভাষাৰ জ্ঞান লাভ হৈছিল। এখেতে শনিবাৰে আবেলি মাজে মাজে প্ৰকাণ্ড গৰু গাড়ী এখনত উঠি ধুতুৰা ফুলৰ নিচিনা amplifire লগোৱা গ্ৰামোফোনটো লগত লৈ গৈছিল। তেওঁ আমাৰ ঘৰলৈ অহা গম পালেই গাৱঁৰ মানুহ ভাগি আহে। বাহিৰে-ভিতৰে মানুহ ভৰি পৰে। গাওঁখনত ৰেকৰ্ড বজাই শুনায়। তেতিয়াৰ দিনত বঙলা গান যেনে— *বুটী তুই গাজার জোগার কর, জামাই এল দিগম্বর। তুমি কাদের কুলের বৌ। কাহা জীবন ধন বৃন্দাবনশ্যাম। হাসিচ কেন বলনা কুসুম। মুড়ির মহিমা অপার। পান খেয়ে যাও বধু তামাক খেয়ে যাও* ইত্যাদি। পাচ দিনা আবেলি তেওঁ যোৱাৰ আগলৈকে গাওঁখনৰ গান শুনা মানুহৰ অন্ত নাই। উল্লেখযোগ্য যে এইগৰাকী পেহাই বিশেষকৈ মোক ইংৰাজী শিকিবলৈ উৎসাহ দিছিল। তেওঁ Typewriter ৰ যোগেদি ইংৰাজী আখৰবোৰ চাৰি-পাঁচ বছৰতে মোক শিকাইছিল। দুৰ্ভাগ্যৰ বিষয় আৰু কেইটামান বছৰতে তেওঁ অকাল মৃত্যু হয়। তেওঁ মোক Law পৰ্যন্ত পঢ়াবলৈ গাত লৈছিল। বিধাতাই নিদিলে কৰিবা কি?

ইমান পৰে পেহী আইতাক পাহৰিয়েই গৈছোঁ। আমাৰ ওচৰত চাহ বাগিচা পতা কোম্পানীয়ে বাগিচাখন অসমীয়া চাহ খেতিয়ক এজনক বিক্ৰী কৰি যোৱাটো ঠিক হ'ল। তেনেতে পেহী আই তাৰ বৰ ল'ৰাজন তিনি-চাৰিটামান

ল'ৰাৰ পিতৃ হৈ অকালতে ঢুকায়। কোম্পানীয়ে পেহী আইতাৰ ডাঙৰ ল'ৰাটো উজনি অসমত থকা নিজৰ আন বাগিচালৈ লৈ গৈ কাম-কাজ শিকাই অফিচত কাম দিয়ে। আৰু সৰু ল'ৰাটোকো শিৱসাগৰ স্কুলত পঢ়াবলৈ লৈ যায়। পেহী আইতাকো কোম্পানীয়ে নগদ টকা কিছু দিয়ে। পেহী আইতাই অতি সাহস আৰু ধৈৰ্যৰে তেওঁৰ দ্বিতীয় ল'ৰাৰ সাহায্যত নিয়াৰিকৈ ঘৰ চলাই থাকে। কেইবিঘামান ৰূপিত মাটিও কিনি দিয়ে। তেওঁৰ মৃত্যুৰ আগলৈকে দুই পুতেকৰ পৰিয়াল একেলগে থাকি সংসাৰ চলাই আছিল।

পেহী আইতাৰ আচল গুণৰ কথাই কোৱা হোৱা নাই। তাঁত-সূতত অতি পাৰ্গত হোৱাৰ উপৰি তেওঁ সেই অঞ্চলত প্ৰসিদ্ধ নামতী আছিল। আমাৰ নিজৰ খেলৰ বাহিৰে আন খেলতো নামঘৰত হোৱা গোপিনী সবাহলৈ তেওঁ নগ'লে নহৈছিল। পাচলৈ মোৰ আইকো লগত লৈ যায়। আমাৰ ঘৰত সকাম-নিকাম হ'লে আৰু বিশেষকৈ ল'ৰা-ছোৱালীৰ অসুখ-বিসুখত তেওঁ কেবাদিনীয়াকৈ আমাৰ ঘৰতে থাকে। আমাৰ গোসাঁই ঘৰত পতা গোপিনী সবাহত তেওঁ অমৃত সুৰে গোৱা নামবোৰৰ কিছুমান এতিয়াও পাহৰিব পৰা নাই! কেতিয়াবা কেতিয়াবা দেওবাৰে ভৰ দুপৰীয়া চোতালত কাপোৰেৰে বেৰা দি চাৰি-পাঁচগৰাকী গোপিনী গোট খাই ওপৰ-সবাহ অৰ্থাৎ সূৰ্যৰ সবাহ পাতে। সেই সবাহবোৰ পেহী আইতাই পৰিচালনা কৰে। কেঁচা পিঠাগুৰি, পকা কল, এৰাঁ গাখীৰ, নৈবেদ্য আগবঢ়াই সূৰ্য দেৱতাক বন্দনা কৰে। কেইফাঁকিমান নামো গায়। পাচলৈ এই সকাম প্ৰায় নোহোৱা হৈছিল। পেহী আইতাই সেই সবাহত গোৱা নামৰ কেইশাৰীমান আইৰ মনত আছিল। কলেজত পঢ়া কালত মই লেখি থৈছিলোঁ। তাৰ নকল ডঃ বীৰেন দত্তক দিয়া মনত পৰে। আজি কেইবছৰমানৰ আগলৈকে এনে সকাম উজনি অসমৰ কোনো কোনো ঠাইত পতা দেখিছিলোঁ। বৈদিক সূৰ্য দেৱতাৰ প্ৰভাৱ আজিও হিন্দু-সংস্কৃতিৰ পঞ্চদেৱতা পূজাত আছেগৈ। এই পঞ্চদেৱতা হ'ল— গণেশ, সূৰ্য, বিষ্ণু, শিৱ, দুৰ্গা। ভাৰতীয় হিন্দু ধৰ্মৰ এই পাঁচোটা প্ৰধান ধৰ্ম সম্প্ৰদায়। বৰ্তমান কালত বৈষ্ণৱত, শৈৱ আৰু শাক্তই প্ৰধান সম্প্ৰদায়। বিশেষকৈ তেওঁ ল'ৰা-ছোৱালীক সাধুকথা কৈ মুগ্ধ কৰাৰ অলৌকিক ক্ষমতা আছিল। সাধুকথা কোৱাৰ আচল ঠাঁচ আৰু সুৰ তেওঁ ঢুকোৱাৰ পাছত জনা মানুহ নাইকিয়া হ'ল। আজিকালি আমি নজনা আৰু কিতাপত ছপা নোহোৱা অসংখ্য সাধুকথা তেখেতৰ মৃত্যুৰ লগে লগে লোপ পালে।

সেই সময়ত সেইবোৰৰ মূল্য বুজা নাছিলোঁ। তেওঁ ঢুকোৱাৰ কেইবছৰমানৰ পাচতহে মূল্য বুজিছোঁ।

আহাৰৰ সাত তাৰিখৰ পৰাই 'ষাঁঠ' লাগে। তাৰ আগে আগেই পেহী আইতাৰ সৰু চাং এখনত আপোন আৰু গাৱঁৰ চুবুৰীয়াই তেওঁলৈ অনা 'ষাঁঠ'ৰ

ভিতৰত খাব পৰা ফলমূল আৰু আন আন দ্ৰব্যৰে দৌল বান্ধে— আম, কঁঠাল, কল, জামু, লেটেকু-পনিয়ল, অমিতা-তিঁয়হ, ছিঁৰাল, মগু-বুট, জহা চাউল, গৰুৰ দৈ, এনেবিলাকেই। 'ষাঁঠ'ৰ আগে আগে মই আধা সেৰমান মিচিৰি 'ষাঁঠ'ত পানী খাবলৈ পেহী আইতাক দি আহোঁগৈ। তেওঁ মোক সেইবাবে 'মিচিৰি নাতি' বুলি মাতিছিল। নাতি-নাতিনীবিলাকৰ পক্ষে এইটো এটা বৰ্ষা উৎসৱ। 'ষাঁঠ'ৰ কেইদিন আলহী-অতিথিক ফলাহাৰ কৰোৱাৰ উপৰি পুৱা-গধুলি নাতি-নাতিনীবোৰ গোটাই লৈ ফলাহাৰ দিহে নিজে যৎসমান্য কিবা এটা মুখত দিছিল। দুপৰীয়ালৈ অকণ গৰু গাখীৰ আৰু কেতিয়াবা পিয়াহ লাগিলে মিচিৰি পানী খায়। সকলোকে চাহ খুৱালেও তেওঁ নিজে চাহ নাখাইছিল, গাৰ বিষ, পানী লগা আদি হ'লেহে কেতিয়াবা অকণমান খাই উপকাৰ পাইছিল। 'ষাঁঠ' ভঙাৰ পাচত বাহিৰৰ দুই-তিনিজন মানুহ মাতি আনি ভাত খুৱাই দিছিল আৰু নাতি-নাঁতিনীবিলাকক নিজে আৰু বিধৱা জীয়েকে ৰন্ধা আঞ্জা, পোৰা কল আৰু আলুগুটি সিজোৱা আমাৰ মুখত অমৃত যেন লাগিছিল। সকলোকে খুৱাই-বোৱাইহে তেওঁ নিজে অন্ন মুখত লৈ ব্ৰত ভঙ্গ কৰিছিল। 'তেহিনো দিৱসাঃ গতাঃ' (ভৱভূতি)।

আনে ধৰি আনিলে আহিব পৰালৈকে তেওঁ আমাৰ ঘৰলৈ আহিছিল। মোৰ লগুণ দিয়াৰ সময়ত তেওঁ অতি দুৰ্বল হৈ পৰিছিল। তথাপি তেওঁক দুজনমান মানুহে ধৰি আনি লগুণ দিয়নিত বহুৱাইছিল আৰু ভিক্ষাও দিছিল। সেই ৰাতি আমাৰ ঘৰত থাকিল। আমাৰ ঘৰত তেওঁৰ সেয়ে শেষ থকা। পাচ দিনা তেওঁক দুজনমানে দাঙি নিয়াদি ঘৰলৈ নিছিল। তাৰ পাচৰ পৰা তেওঁ কোনোমতে গাটো ধুবলৈ উঠিছিল, আন ক'লৈকো যাব নোৱাৰিছিল। জীয়েকে আহাৰ-পানী দিছিল। পেহী আইতা লাহে লাহে অৱশ হৈ আহিছিল আৰু আমি সদায় তেওঁৰ খবৰ ল'বলৈ গৈছিলোঁ। নাতি-নাতিনীক লগ পালে তেতিয়াও তেওঁৰ মুখত আনন্দ প্ৰকাশ পাইছিল। মোৰ লগুণ দিয়নিৰ কেইমাহমানৰ পাচতে মই মজলীয়া ইংৰাজী পৰীক্ষা দিয়াৰ আগতে পেহী আইতাই চিৰকাললৈ চকু মুদিলে। আমি তেখেতৰ মৃত দেহত বগাফুল আৰু তুলসীপাত দি শেষ শ্ৰদ্ধা জনাইছিলোঁ। তেওঁ আমাৰ আইকো নাম-গুণ গোৱা আৰু ঘৰুৱা কাম-কাজৰ বিষয়ত ভালেখিনি শিক্ষা দিছিল। তেখেতৰ লগে লগে যেন এটা যুগৰ প্ৰতিনিধি এগৰাকীৰ অৱসান ঘটিল। আজিকালি সাধুকথা কোৱা মানুহো নাই আৰু আমাৰ সাধুতাও ক্ষীণ হৈ আহিছে। "নাম নহয় কোদো দুৱাৰ মেলি দে পদো।" এই সাধুকথাটো কিতাপত পোৱাৰ বহু দিনৰ আগেয়ে আমি পেহী আইতাৰ মুখে শুনিছিলোঁ। তেওঁ কৈ যোৱা বহুত সাধুকথা আজিকালি কোনো কিতাপে-পত্ৰই পোৱা নাই। সেইবোৰ কালৰ গৰ্ভত লীন হ'ল। ভাগ্যে বেজবৰুৱাই এই বৃহৎ সম্পদৰ সামান্য অংশ এটা মাত্ৰ কালৰ মুখৰ পৰা কাঢ়ি আমালৈ থৈ গ'ল। OO

# গাধৰ গাত বাঘৰ ছাল

নেপালত এটা বিচিত্ৰ দস্তুৰ আছে। নেপালীবিলাকে হেনো বছেৰেকত কোনোবা এদিন গোটেই দেশতে কুকুৰবিলাকক দশোপচাৰে পূজা দিয়ে। চন্দনৰ ফোঁট দিয়ে, ফুলৰ মালা পিন্ধায় আৰু নৈবেদ্য দিয়ে। আমাৰ মহাপুৰুষেও কৈ গৈছে—

কুকুৰ শৃগাল গদৰ্ভৰো আত্মাৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।।

এই ভাল দস্তুৰটো আমি কিয় অনুকৰণ নকৰোঁ? কুকুৰ নহ'লেও অন্ততঃ গাধবিলাককতো এনে দশ পূজা দিব পৰা যায়। গাধৰ সংখ্যাও সৰহ নহয়, পূজকসকলে চম্ভালিব পাৰিব। কোনোবা ৰাজনৈতিক দলেও আগে পাছে নোহোৱা এনে এটা অনুষ্ঠান পাতি নিৰ্বাচনৰ আগে আগে নিজৰ প্ৰশংসনীয় উদ্যোগৰ তাঁলিকাত সুমোৱাই দিব পাৰে।

পিছে লিখি থাকোঁতেই মোৰ এটা কথা মনত পৰিছে। আমি বহুতো গাধই আজিকালি বাঘৰ ছাল একোডোখৰ গাত মেৰাই লৈ সমাজত নিজকে বাঘ বুলি জনাই ফুৰিছোঁ। অনেক সময়ত এই বাঘৰ ছালবোৰো আচল বাঘৰ ছাল নহয়, কৃত্ৰিম বাঘৰ ছাল। আজিকালি কৃত্ৰিম বাঘৰ ছাল সাজি উলিওৱা এক শ্ৰেণীৰ কাৰিকৰো ওলাইছে।

আমি স্কুলত পঢ়া দিনত সংস্কৃত ভাষা আৰু ব্যাকৰণ বাধ্যতামূলক আছিল আৰু পৰীক্ষাত এশ নম্বৰৰ এখন পত্ৰ সংস্কৃতৰ। আৰবী, পাৰ্চি কিম্বা সংস্কৃতক এৰি দিয়াৰ কোনো উপায় নাছিল। সংস্কৃতৰ পাঠ্যৰ ভিতৰত হিতোপদেশ আৰু পঞ্চতন্ত্ৰৰ কিছুমান বাঁঢ়িয়া বঢ়িয়া নীতিমূলক গল্পও আছিল। তাৰ ভিতৰত এটা গল্পৰ নাম আছিল "বাঘৰ ছাল পিন্ধা গাধৰ কথা"। নিজকে বৰ টেঙৰ বুলি ভবা এটা গাধই কিবা উপায়ে বাঘৰ ছাল এখন সংগ্ৰহ কৰি গাত মেৰাই ললে। তাৰ অহঙ্কাৰ আৰু বাঢ়িল, সি ভাবিলে মই দেখোন এটা বাঘেই হ'লোঁ। তাৰ লগৰীয়াহঁতেও ভাবিলে এইটো নিশ্চয় বাঘ। সিহঁতকো হোজা বুলি ক'ব লাগিব। গাধই মুখৰে মাত-বোল কৰা নাই, গহীন হৈ ঘূৰি ফুৰিছে। হোজা গাধ আৰু আন আন জন্তুবোৰে তাক সঁচাসঁচি বাঘ বুলি ভাবি সন্মান-সম্বৰ্দ্ধনা জনাবলৈ ধৰিলে। অজলা ৰাইজৰ সন্মান পাই সিও গপত ওফন্দি পৰিল। মাত মাতিলেই গাধ বুলি ভাবিব। এই কাৰণেই সি তিনি-চাৰি দিনমান মৌন ভাষণ দিয়েই সন্মানৰ শৰাই লৈ ফুৰিছিল। পিছে প্ৰকৃতিক হেঁচা দি কিমান পৰ ৰাখিব। এদিন হঠাৎ অতৰ্কিতে নিজৰ সহজ মাত ওলাই আহিল। বপুৰাৰ ফাঁকি ওলাই পৰিল। লগৰীয়া

জন্তুবিলাকে তাক গাধ বুলি জানিব পাৰি পাহৰিব নোৱৰা শিক্ষা এটা প্ৰবঞ্চক ডাঙৰীয়াক দান কৰিলে।

আমি এনে বহুতো গাধই আজিকালি প্ৰকৃত বা কৃত্ৰিমেই কিবা এখন বাঘৰ ছাল মেৰাই লৈ "ফুৰিয়া লোকৰ মাজে" মান-সৎকাৰ আৰু ধন-সম্পত্তি চপাব লাগিছোঁ। সাধুকথাৰ জন্তুবিলাক অতি অজলা আছিল; আমাৰ ৰাইজ কিন্তু তাতোকৈও অজলা। তথাপিও বাঘৰ ছালে ঢাকি থোৱা গাধটি পলমকৈ হ'লেও এদিন ওলাবই।

বাঘৰ সংখ্যা হ্ৰাস হৈ গৈছে। গোটেই পৃথিৱীতে এইটো এটা সমস্যা, ভাৰতবৰ্ষ আৰু অসমতো ই এটা ডাঙৰ সমস্যা হৈ পৰিছে। প্ৰাণীতত্ত্ববিদ, বিধায়ক, নাগৰিক সকলোৰে এটা মূৰ কামোৰণি হৈছে, বাঘৰ সংখ্যা কেনেকৈ বঢ়োৱা যায়। কমি গৈ থাকোঁতে থাকোঁতে কোনোবা দিনা বাঘ বোলা জন্তুটো নাইকিয়া হ'বগৈ। চোৰাংচিকাৰী বাঘৰ পৰম শত্ৰু। বে-আইনীভাৱে বাঘ মাৰি ফুৰা এই দুৰ্দান্ত চিকাৰীবোৰ ধৰাও কম কথা নহয়। সমাজত সিহঁতৰ হিতৈষীও আছে। বাঘৰ ছাল, বাঘৰ হাড়, বাঘৰ দাঁত, বাঘৰ নখ এই গোটেইবোৰ বস্তুৰে গোটেই পৃথিৱীতে বৰ আদৰ। আৰু এইবোৰ যোগান ধৰিব পাৰিলে অজস্ৰ টকা ঘটিব পাৰি। বানপানী, বনজুই আদি প্ৰাকৃতিক দুৰ্যোগতো কিছুমান বাঘ মৰা পৰে। বাঘিনীয়েও বোলে নিজৰ পোৱালিকে কেতিয়াবা কেতিয়াবা খাই পেলায়। পৃথিৱীত হাবিৰ সংখ্যাও ঠেক হৈ আহিছে। নানা কাৰণত বাঘৰ সংখ্যা উধাব পৰা নাই।

মানুহ মৰিলে মানুহ পায়
বাঘ মাৰিলে পাবলৈ নাই।
মানুহ মৰি আহিব আলে-পালে
বাঘ মৰিলে আহিব কোন কালে।

আমাৰ সন্মুখত সমস্যা হৈছে মানুহ বাঢ়িছে, বাঘ কমিছে। মানুহৰ সংখ্যা কেনেকৈ কমাব পাৰি আৰু বাঘৰ সংখ্যা কেনেকৈ বঢ়াব পাৰি বিশেষজ্ঞসকলে এই বিষয়ে চিন্তা কৰক। মানুহৰ সংখ্যা যিটো হাৰত বাঢ়িব লাগিছে সেইদৰে বাঢ়ি থাকিলে অহা শতিকাত মানুহৰ সংখ্যা ইমান হ'বগৈ যে পৃথিৱীত মানুহৰ থাকিবলৈ ঠাই নোহোৱা হ'ব। খাদ্যৰ সমস্যা, থকা ঠাইৰ সমস্যা, স্বাস্থ্যৰ সমস্যা, শিক্ষাৰ সমস্যা এইবোৰ ভাবি-গুণি মানুহৰ মূৰ ঘূৰাই যায়।

আজি প্ৰায় ডেৰকুৰিমান বছৰৰ পৰাই গোটেই পৃথিৱীতে আৰু আমাৰ দেশতো জন্ম সংখ্যা কমাবলৈ চেষ্টা চলি আহিছে, কিন্তু সেই চেষ্টা বিশেষ ফলৱতী হৈছে বুলি ক'ব নোৱাৰি। আন হাতে মানুহৰ মৃত্যুৰ সংখ্যা কমিছে। কেইদশকমানৰ আগতে সংক্ৰামক ৰোগত যিমান মানুহৰ মৃত্যু হৈছিল,

আজিকালি সেই সংখ্যা যথেষ্ট কমি গৈছে। বিজ্ঞানৰ অগ্ৰগতি ইয়াৰ কাৰণ। অৱশ্যে বানপানী, ভূমিকম্প আদি দুৰ্যোগ, যানবাহনৰ দুৰ্ঘটনা, ৰেল আৰু আকাশীযানৰ দুৰ্ঘটনা আদিত কিছুসংখ্যক লোক মৰা পৰে। যুদ্ধ-বিগ্ৰহতো আজি অলপ দিন ভিয়েটনামৰ যুদ্ধৰ পাছত সৰহীয়াকৈ মানুহ মৰা নাই। জন্মৰ হাৰ বাঢ়িছে, মৃত্যুৰ হাৰ কমিছে। Malthus বোলা পণ্ডিতজনে কৈছিল যে প্ৰকৃতিয়ে নিজে জন্ম-মৃত্যুৰ ভাৰসাম্য নিয়ন্ত্ৰণ কৰে। এই কথা একেবাৰে মানি লব নোৱাৰি। বিজ্ঞানৰ যুগত মানুহে প্ৰকৃতিকো নিয়ন্ত্ৰণ কৰিছে। অৱশ্যে প্ৰকৃতিয়ে যদি কেতিয়াবা সংহাৰ মূৰ্ত্তি ধাৰণ কৰি বহু সংখ্যক লোক নিপাত কৰে সি বেলেগ কথা। তেনে দুৰ্ঘটনা কেতিয়া আহে তাকো ক'ব নোৱাৰি।

প্ৰাচীন কালত ভাৰতবৰ্ষত সংযম প্ৰধান শিক্ষাৰ গুণত জন্ম-নিয়ন্ত্ৰণৰ সমস্যা বিশেষ নাছিল। বৰ্তমান যুগত আমাৰ শিক্ষা আৰু পৰিবেশে ভোগৰ লালসাহে বৃদ্ধি কৰে। ইয়াৰ ফলত মানুহ যৌন ক্ষুধাৰ (sexual hunger) সেৱক হৈ পৰে। প্ৰাপ্তে কলি যুগে ঘোৰে মানৱাঃ কামকিঙ্কৰাঃ।

ঘোৰ কলিযুগত মানুহ কামনাৰ দাস হ'ব। ভোগ-বাসনা কমাব নোৱাৰিলে মানুহ দাস হৈয়ে থাকিব। শাস্ত্ৰত সেই গুণে দঢ়াই দঢ়াই সংযমৰ কথা কৈছিল।

ন মাংসভক্ষণে দোষো ন মদ্যে ন চ মৈথুনে।<br>
প্ৰবৃত্তিৰেষা ভূতানাং নিবৃত্তিস্তু মহাফলা।। (মনু)

মাংস খাব পাৰে, সুৰাপানো কৰিব পাৰে, স্ত্ৰী-সম্ভোগো কৰিব পাৰে, এইবোৰ পশুবিলাকৰ প্ৰবৃত্তি। কিন্তু নিবৃত্তিৰ পথত মানুহে বিশেষ ফল লাভ কৰে। ইয়াত নিবৃত্তি মানে সংযম বুজাইছে। ওপৰত উল্লেখ কৰা ভোগবিলাস দোষৰ কথা নহয় কিন্তু সেই সম্ভোগ সমাজৰ মঙ্গলজনক হোৱাৰ কাৰণে অতি সংযত হ'ব লাগে। গীতাতো সেই কাৰণে "যুক্তাহাৰ বিহাৰ"ক সমৰ্থন কৰিছে। যুক্ত মানে যুক্তিযুক্ত, অৰ্থাৎ Rational. কিন্তু Rational হোৱাটো মানুহৰ স্বভাৱ নহয়। মানুহে স্বেচ্ছাচাৰী হৈহে ভাল পায়, শাসন-সংযম মানিব নোখোজে। অৱশ্যে তাৰ ফলো ভোগে। আজিকালি যুগৰ এইটো লক্ষণেই হৈছে মানুহে সংযমটো প্ৰাচীন কালৰ ঋষি-মুনিৰ বস্তু বুলি ভাৱে। আমাৰ সমাজৰ জনা-বুজা লোকেও সৰ্বসাধাৰণৰ এই দুৰ্বলতা সমৰ্থন কৰে। মহাত্মা গান্ধীয়ে যেতিয়া জন্ম নিৰোধৰ কাৰণে সংযমৰ পথ গ্ৰহণ কৰিবলৈ উপদেশ দিছিল, মানুহে সেই উপদেশ অসম্ভৱ আৰু unpractical বুলি ভাবিছিল। সৰহ ভাগ লোকে কৃত্ৰিম উপায় অৱলম্বন কৰি জন্ম হাৰ কমোৱা সমৰ্থন কৰে। তেতিয়া সম্ভোগো থাকিল আৰু জন্মও নিয়ন্ত্ৰিত হ'ব। ৰবীন্দ্ৰনাথেও মহাত্মা গান্ধীৰ বিপৰীতে এই মত সমৰ্থন কৰিছিল আৰু সেই কাৰণে কবিজনা সমালোচনাৰো লক্ষ্য হৈছিল।

এতিয়া আকৌ আমি বাঘৰ কথালৈ আহোঁ। আমাৰ বহুত মানুহে কথাতে কয়—

বাঘ চাব লাগিলে বোন্দাকে চাবা,
ভাল মানুহ চাব খুজিলে আলিবাটলৈ যাবা।

ডাকৰ নামত চলালেও এনে কথাবোৰ অতি আধুনিক। ডাক নামে কোনোবা এজন মানুহ আছিল নে নাই তাৰ প্ৰমাণ কোনেও দিব নোৱাৰে। ডাক এটা ঐতিহ্য। ডাকটো এটা তিব্বতী ভাষাৰ শব্দ বুলি কয়— ইয়াৰ অৰ্থ হৈছে জনা-বুজা অৰ্থাৎ জ্ঞানী। প্ৰায় প্ৰত্যেক দেশতেই এনে ধৰণৰ ডাকৰ বচন পোৱা যায়। বহু যুগৰ পৰা চলি অহা অজ্ঞাতনামা লোকৰ ৰচিত জ্ঞানগৰ্ভ কথাবোৰকে আমি ডাকৰ বচন বোলোঁ। তথাপি আমি বোন্দাক বাঘ বুলি গ্ৰহণ কৰিব নোৱাৰোঁ, বাঘ আৰু বোন্দা দুটা বেলেগ বস্তু। বোন্দাক বাঘৰ সন্মান দিবলৈ গ'লে আমাৰ জীৱনৰ আদৰ্শকে বহুত তললৈ নমাই অনা হয়। অৱশ্যে বৰ্তমান যুগত বোন্দাবিলাকেই বাঘৰ প্ৰাপ্য সন্মান লাভ কৰিব লাগিছে। বোন্দা বুলিলে আমাৰ মনলৈ আহে চুৰকৈ পোৰা মাছ খোৱা সেই চালাক জন্তুটো। বোন্দাই পোৰা মাছ খায় মোৰ চকু তালৈকো যায়।

বাঘ আমাৰ জাতীয় জীৱনৰ কথা-কাহিনী, সাধু, কবিতা, যোজনা-ফঁকৰা সকলোতে সোমাই আছে। সংস্কৃত সাহিত্যত শ্ৰেষ্ঠ বুজাবলৈ বাঘৰ উপমা ব্যৱহাৰ কৰা হয়। যেনে— নৃপব্যাঘ্ৰঃ নৰশাৰ্দূলঃ। সংস্কৃত সাহিত্যৰ আখ্যান-কাহিনীত বাঘৰ উল্লেখ অজস্ৰ পোৱা যায়। সংস্কৃত কাব্যৰ এটা ছন্দৰ নাম শাৰ্দূলবিক্ৰীড়িত। ভাৰতৰ আঞ্চলিক ভাষাৰ সাধুকথা (Folk Tales)-বোৰতো বাঘৰ কথা প্ৰায়েই পোৱা যায়। অলপ দিনৰ আগতে মই পাঞ্জাৱৰ সাধুকথাৰ কিতাপ এখন পঢ়িছিলোঁ তাতো পালোঁ বাঘৰ কথা, সাধুবোৰ প্ৰায় আমাৰ অসমীয়া সাধুৰ নিচিনাই। পৃথিৱীৰ সাধুকথাবোৰতো এটা সাদৃশ্য দেখা যায়, লোক-সংস্কৃতিৰ পণ্ডিতসকলে এইবোৰ কথা আলোচনা কৰিছে। সৰুতে পিতাদেৱে আমাক "সসেমীৰা"ৰ সাধু কৈছিল। এই সাধুটো গোটেই ভাৰততে প্ৰচলিত। অনেক সাধুকথাৰ দৰে এই সাধুকথাতো বিক্ৰমাদিত্য আৰু কালিদাসক জড়িত কৰিছে। এই সসেমীৰা সাধুতো বাঘৰ প্ৰধান ভূমিকা। যিসকলে নাজানে তেখেতসকলেও বিচাৰ-খোচাৰ কৰি সাধুটো পঢ়ি আমোদ পাব।

অসমীয়া মানুহেও কথাই-বতৰাই যোজনাই-ফকৰাই বাঘৰ কথা উল্লেখ কৰে। কাৰোবাক শাও দিব লগা হ'লে বাঘে খোৱা বুলি কয়। মৰসাহ কৰা মানুহক বাঘৰ আগতেল খোৱা বুলি কয়। যি ল'ৰাই সৰুতে বাঘ ঢকা পোৱা নাই তাক মই দুৰ্ভগীয়া বুলি ভাবোঁ। তলতীয়া মানুহৰ লগত কেনেকুৱা ব্যৱহাৰ কৰিব লাগে সেই কথা বুজাবলৈ এনেদৰে কোৱা হয়—

হাতীৰ খাৱনেৰে খুৱাবা,
বাঘৰ চকুৰে চাবা।

আকৌ এটা যোজনা আছে—

বাঘে ঘোঙে লগে চৰে,
কাকো পালে কেৰে নেৰে।

অত্যাচাৰীৰ যে এদিন পতন হয় তাক বুজাবলৈ মানুহে কয়—

এশ গৰু মাৰিলে বাঘৰো মৃত্যু। পৰাক্ৰমী আৰু দুৰ্বলীৰ মাজত মিতিৰালি নহয়—

বাঘৰে ছাগৰে কিহৰ মিতিৰালি?

চোকা কুকুৰটোকো বাঘ বুলি কোৱা হয়। মানুহৰো উগ্ৰ প্ৰকৃতিৰ চোকা মানুহক বাঘৰ লগত ৰিজায়। জ্ঞানমালিনীৰ কবিজনে এদিন মোৰ আগত কৈছিল যে তেওঁবিলাকৰ এজন পূৰ্বপুৰুষে আহোম সেনা দলৰ সেনাপতি হৈ বিদেশী আক্ৰমণকাৰীৰ বিৰুদ্ধে সাহসেৰে যুঁজ দিছিল। ৰজা সন্তুষ্ট হৈ তাক বাঘ হাজৰিকা উপাধি দিয়ে। এইদৰে দেখা যায় অসমীয়া জীৱনৰ লগত বাঘৰ অতি আপোন সম্বন্ধ। হঠাৎ বাঘ দেখিলে মানুহৰ মূৰ ঘূৰায়, ইয়াক বাঘমোৰ বা বাঘ মুইয়ে ধৰা বুলি কয়। বেজবৰুৱাৰ বহুতো কবিতাত বাঘমোৰে ধৰা কথা আছে, আপোনাৰ মনত পৰিছে নে? ইংৰাজ কবি ব্লেইকে টাইগাৰ বোল এটা কবিতা লিখিছিল, বহুত ভাৰতীয় ছাত্ৰই এই কবিতাটো পাঠ্যপুথিত পঢ়িবলৈ পাইছে—

"Tiger tiger burning bright
In the darkness of the night" (Blake)

ৰাতি আন্ধাৰত বাঘৰ চকু কেনেদৰে টল টলকৈ জিলিকি থাকে কবিজনে সেই কথা বৰ্ণনা কৰিছে। আমাৰ অসমীয়াই বাঘৰ এই টলটলীয়া চকু দুটাৰ কথা ভালকৈ জানে। সেই কাৰণে কোনো গৃহস্থৰ ভাল বাৰীৰ বৰ্ণনা দিব লগীয়া হ'লে মানুহে কয়—

বাৰীখনত কি নাই? নাই বাঘৰ চকু।

মহাপুৰুষ মাধৱদেৱে নাম ঘোষাত তৰ্কশাস্ত্ৰত পাৰ্গত পণ্ডিতক মহাব্যাঘ্ৰৰ লগত তুলনা কৰিছে।

তৰ্কশাস্ত্ৰ মহাব্যাঘ্ৰী, তাহান নিপুণ পতি,
তাৰ শিষ্য ভৈল পুত্ৰ প্ৰায়।
সংসাৰ বনত পশি পুত্ৰ ভাৰ্য্যা সমে সিটো
উপদিষদ- ধেনু ধৰি খায়।। (নামঘোষা)

মৈথিলী বৈষ্ণৱ কবি এজনে কিন্তু কৃষ্ণ-অনুৰাগকহে বাঘৰ লগত তুলনা কৰিছে। তেওঁৰ কবিতা ফাঁকিৰ মূল এয়ে— কোনো এখন হাবিত বাঘ সোমালে যিদৰে সৰু-সুৰা জন্তু পলাই ফাট মাৰে সেইদৰে মানুহৰ অন্তৰত কৃষ্ণ প্ৰেম বা কৃষ্ণ ভক্তি প্ৰৱেশ কৰিলে সাধাৰণ কামনা-বাসনাবোৰ আঁতৰি যায়। ইংৰাজ কবি

শ্বেলীয়ে এঠাইত আত্ম বৰ্ণনা দিবলৈ গৈ কবিক pardlike spirit beautiful and free বুলি কৈছে। এজন বিখ্যাত দাৰ্শনিক পণ্ডিতে ৰোমাণ্টিক কবিসকলৰ কথা কবলৈ গৈ তেওঁবিলাকক বাঘৰ লগত তুলনা কৰিছে। গঁড়ালত বাঘটো থাকিলে বাহিৰৰ পৰা দৰ্শকে নিৰ্ভয়ে বাঘ চাব পাৰে। চিৰিয়াখানাৰ বাঘো সেইদৰে চাই আনন্দ উপভোগ কৰিব পাৰি। "ব্যাধি ব্যাঘ্ৰ সৰ্প ভয়" এইকেইটা ভয়ৰ কথা কীৰ্ত্তনত কৈছে। এনে ভয়ৰ পৰা মানুহ স্বাভাৱিকতে নিৰাপদ দূৰত্বত থাকে। কোনোবা অসমীয়া গৰখীয়া ল'ৰাই বাঘ-গৰু খেলটো উলিয়ালে।

সাধাৰণ বাঘ চিকাৰীৰ পৰা আৰম্ভ কৰি ডাঙৰ ডাঙৰ ৰজা মহাৰাজলৈকে বহুত মানুহৰ পক্ষে বাঘ চিকাৰ এটা ব্যসন, ৰাজ ব্যসনো বুলিব পাৰি। চিকাৰীয়ে লিখা বাঘ চিকাৰৰ কাহিনী সাহিত্যৰ অন্তৰ্ভুক্ত। ইংৰাজী ভাষাত এনে কেবাখনো কিতাপ আছে যাক আৰম্ভ কৰিলে শেষ নকৰাকৈ এৰিব নোৱাৰি। চ'ৰা ঘৰত বহি গভীৰ অৰণ্যৰ উত্তেজনা। বহু গুণধৰ দেশভক্ত ফুকনেও অসমীয়াত সুন্দৰ চিকাৰ কাহিনী দি গৈছে।

অসমীয়া বৈষ্ণৱ কবি ৰাম সৰস্বতীয়ে খুব সম্ভৱ নিজৰ কল্পনাৰ পৰাই "বঘাসুৰ বধ" কাব্য ৰচনা কৰিলে। সৰুতে মই বঘাসুৰ বধৰ ভাওনাও দেখিছোঁ, সেই ভাওনা কৰিলে হেনো গাৱঁলৈ বাঘ নাহে, মানুহৰ বিশ্বাস। বাঘৰ বংশ বৃদ্ধি হওক, বাঘৰ সংখ্যা সৰহ হওক; মানুহৰ জন্ম সংখ্যা হ্ৰাস হওক, মানুহ সংযমী হওক। অসংযত সভ্যতা সৰহ কাল নিটিকে। বাঘ আৰু গাধৰ পাৰ্থক্য যেন মানুহে বুজিব পৰা হয়; বোন্দাকে যাতে বাঘ বুলি নাভাৱে। ঋষিয়ে মৰম কৰি নিগনিটোক বাঘ কৰি দিছিল; পিচে সি অহংকাৰত মত্ত হৈ ঋষিকে খাবলৈ খেদা মাৰি গৈছিল। কিন্তু ঋষিয়ে তাক আকৌ নিগনি কৰি পেলালে। এনেকুৱা ঋষি আজিকালি নাই। OO

# শূৰ্পনখাৰ সপক্ষে

আচলে-পিচলে হস্তীৰো পাও পিছলে, অতি মহৎ লোকেও কেতিয়াবা দুই-এটা ভুল কৰিব পাৰে আৰু কৰেও। তেনে কথাবোৰ অনেক সময়ত মানুহৰ চকুত নপৰেও। মহৎ লোকে ভুল কৰিব নোৱাৰে - সেইটোৱেই মানুহৰ ধাৰণা। তথাপি তেনে মানুহে মাজে-সময়ে ভাবি-চিন্তি বা নিচিন্তাকৈয়ে দুই-এটা কাম কৰি পেলায় যাক আমি অনুমোদন কৰিব নোৱাৰোঁ।

ৰামচন্দ্ৰৰ ভ্ৰাতৃ সুমিত্ৰা দেৱীৰ পুত্ৰ বীৰ লক্ষ্মণ ভাৰতৰ প্ৰাচীন কাব্য-কাহিনী যুগৰ এজন লেখত লব লগীয়া মাননীয় পুৰুষ। সেই লক্ষ্মণে অতিশয় খং আৰু ঘৃণাৰ মুহূৰ্তত শূৰ্পনখাৰ নাকটো কাটি পেলালে। শূৰ্পনখা দুঃচৰিত্ৰা হ'ব পাৰে, ৰাক্ষসী হ'ব পাৰে; কিন্তু শূৰ্পনখা ৰাৱণৰ দৰে মহাবীৰৰ ভগিনী আৰু বিশেষকৈ তেওঁ এগৰাকী মহিলা। মহাবীৰ লক্ষ্মণৰ দৰে বুদ্ধিমন্ত মানুহে অন্য উপায়েও শূৰ্পনখাক বাধা দিব পাৰিলেহেঁতেন আৰু শাস্তিও দিব পাৰিলেহেঁতেন। অনেকেই বীৰ লক্ষ্মণক ৰামচন্দ্ৰতকৈও ওপৰত ঠাই দিয়ে। লক্ষ্মণ আছিল ভ্ৰাতৃদেৱ, ব্ৰহ্মচাৰী আৰু দেৱতোধিক পৱিত্ৰ। ৰামচন্দ্ৰই নিজেও লক্ষ্মণক তেওঁতকৈ উচ্চতৰ লোক বুলি ভাৱিছিল। পৌৰাণিক কাহিনীমতে জনা যায় ৰামচন্দ্ৰই বৰকৈ ইচ্ছা কৰিছিল যেন পাচৰ জন্মত লক্ষ্মণ তেওঁৰ ককায়েক হৈ জন্ম লয়। সেই অনুসৰি দ্বাপৰ যুগত লক্ষ্মণ শ্ৰীকৃষ্ণৰ অগ্ৰজ বলৰাম ৰূপে অৱতাৰ হৈছিল। এইবিলাক অৱশ্যে পুৰাণৰ কল্পনা।

শূৰ্পনখাৰ প্ৰতি কৰা এই অপমানে ৰামায়ণ কাহিনীৰ গতি অতি ক্ষিপ্ৰ কৰি তুলিলে। ৰাম-লক্ষ্মণৰ ল'ৰালি কালত ৰাজৰ্ষি বিশ্বামিত্ৰৰ তত্ত্বাৱধানত ৰাক্ষস জাতিৰ বিৰুদ্ধে যি আৰ্য অভিযানৰ প্ৰস্তুতি হৈছিল একালত সেই অভিযানৰ পৰিণতি ৰাৱণ বধেই হ'লহেঁতেন; কিন্তু ইয়াৰ কাৰণে দীঘলীয়া সময়ৰ আৱশ্যক হ'লহেঁতেন। শূৰ্পনখাৰ অপমানে মানুহৰ প্ৰতি বিশেষকৈ ৰামৰ প্ৰতি ক্ৰোধাগ্নি প্ৰজ্বলিত কৰিলে। ৰাৱণৰ পৰস্ত্ৰী-হৰণৰ লালসাও অতিশয় পুষ্ট হৈ পৰিল।

বাল্মীকিয়ে ৰামায়ণ ৰচনা কৰাৰ আগতেই ৰামায়ণ কাহিনী বিভিন্ন অঞ্চলত বিভিন্ন ৰূপে প্ৰচলিত আছিল বুলি পণ্ডিতসকলে প্ৰমাণ পাইছে। লোক-সমাজত পৌৰাণিক কাহিনী পৰিৱেশন কৰি আনন্দ দিওঁতা কবিসকলে ৰামায়ণ কাহিনীৰ মূল বস্তু সলনি নকৰাকৈ সৰু সৰু ঘটনাবিলাক অৱস্থা আৰু ঠাই বুজি এই লোক কবিসকলে যোগ-বিয়োগ কৰিছিল। লক্ষ্মণে শূৰ্পনখাৰ নাক কটা কাহিনীটো সৰ্বসাধাৰণ শ্ৰোতাক আনন্দ দিবৰ কাৰণে এনে কোনোবা এজন কবিয়ে উদ্ভাৱন কৰাটো অসম্ভৱ নহয়। আমি নিচেই সৰু হৈ থাকোঁতেই আমাৰ

ঘৰত দুখন ৰামায়ণ দেখা পাইছিলোঁ, এখন মাধৱ চন্দ্ৰ বৰদলৈ সম্পাদিত মাধৱ কন্দলী ৰামায়ণ আৰু আনখন কৃত্তিবাস ওজাৰ বঙলা ৰামায়ণ। দ্বিতীয়খন ৰামায়ণ আমাৰ এজন বৰদেউতাই আজৰি পালেই মুঢ়া এটাত বহি পঢ়ে আৰু আমি সৰু ল'ৰা-ছোৱালীবোৰেও শুনি আমোদ পাওঁ। কৃত্তিবাসী ৰামায়ণত বৰ্ণনা কৰা শূৰ্পনখাৰ নাক কটা কাহিনীয়ে আমাৰ মনত বিশেষকৈ ৰং লগাইছিল আৰু সেইখিনি কথা ঘূৰাই ঘূৰাই পঢ়িবলৈ বৰদেউতাক অনুৰোধ কৰিছিলোঁ। ভাৰতবৰ্ষৰ বেলেগ বেলেগ ঠাইৰ মানুহকো এই কাহিনীয়ে আমোদ যোগাইছিল। কিন্তু পাচলৈ বয়সৰ গুণতে বোধকৰোঁ শূৰ্পনখাৰ অপমানৰ কথা শুনি ভাল নলগা হ'ল। মহাবীৰ পৰম ব্ৰহ্মচাৰী লক্ষ্মণৰ প্ৰতি শ্ৰদ্ধা থাকিল যদিও তাত অলপ ফাট মেলিলে।

অপমানৰ লগত নাকৰ এটা সম্বন্ধ হ'ল। কেতিয়া কেনেকৈ হ'ল কব নোৱাৰি। আমি কওঁ কেতিয়াবা— এনে কাম কৰিলে আৰু নাকটো নাথাকে, অৰ্থাৎ বৰ অপমানৰ কথা হ'ব। সাংখ্যৰ মতে পঞ্চতন্মাত্ৰৰ এটা তন্মাত্ৰ গন্ধ আৰু গন্ধৰ বাহক নাক। গন্ধৰ বাহক এই ঘ্ৰাণেন্দ্ৰিয়ৰ লগত মান-অপমানৰ কথা কেনেকৈ হ'বলৈ পালে সিও এটা গৱেষণাৰ বিষয়। আমি সৰু কালত দেখিছিলোঁ অসমীয়া দৰাই বিয়া কৰাবলৈ কন্যা ঘৰলৈ হাতী বা ডোলাত উঠি যাওঁতে হাঁচতি বা গামোচাৰে লাজত নাক-মুখ ঢাকি যায়।

আমি বহুতেই জানি বা নাজানি এনে কিছুমান কাম কৰোঁ যাৰ বাবে শূৰ্পনখাৰ নাক লক্ষ্মণে কটাৰ দৰেই আমাৰ নাকো আনে কাটি পেলাবৰ যোগ্য হয়। নিজৰ কথা এটা কওঁ— আমাৰ বংশটোত প্ৰায়বিলাক মানুহৰে নাক ধুনীয়া আৰু অলপ জোঙা। মোৰ দেউতাৰ শৰীৰৰ গঠন সুষম আছিল আৰু নাক-মুখ অতি ধুনীয়া আছিল। মই বৰ ওখ-পাখ নহলোঁ, কিন্তু মোৰ নাক-মুখ অতি ধুনীয়া আছিল। মোৰ নাক-মুখ দেখি সৰুতে মানুহে কৈছিল— ল'ৰা নাকে-মুখে গোটেই দেউতাকটোৱেই হ'ল। আমাৰ মৌজাৰ গোপাল পণ্ডিত বোলা মানুহজনৰ নাকটো অলপ ভোটা আৰু সেইবাবে মোলৈ বৰ হিংসা। পাৰিলে তেওঁ মোৰ নাক অকমান কাটিয়েই দিয়ে। তেওঁ বাটে-পথে য'তে-ত'তে মানুহৰ আগত কৈ ফুৰে, মই হেনো পৰীক্ষাত কমকৈ নম্বৰ দি তেওঁৰ প্ৰাইমেৰী বৃত্তিটোৰ পৰা বঞ্চিত কৰিলোঁ। অথচ মই সেই সময়ত স্কুলত পঢ়োঁ, তেওঁতকৈ চাৰি বছৰ মানৰ ডাঙৰ। তেতিয়া মই কোনো পৰীক্ষাৰে পৰীক্ষক হোৱা অসম্ভৱ। প্ৰায় ডেৰকুৰি মান বছৰ বয়সতহে বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ লগত মোৰ সম্বন্ধ হৈছিল। গোপাল পণ্ডিতৰ অভিযোগ সম্পূৰ্ণ মিছা। তথাপিও তেও যদি মোৰ নাক অকণ কাটিবই খোজে তেওঁক এই বাবেই কাটিবলৈ দিব পাৰোঁ যে মই গ্ৰীক, লেটিন বা ফ্ৰেঞ্চ কোনো এটা ভাষা নজনাকৈয়ে ইংৰাজী সাহিত্য পঢ়াই আহিছোঁ

আৰু সংস্কৃত নজনাকৈয়ে অসমীয়া পঢ়াবলৈকো সাহ কৰিছোঁ। অৱশ্যে তেওঁ নাক কাটিলে মোৰ তেজ অকণো ওলাব নোৱাৰিব, পৰ্চিয়াই আদালতত কোৱাৰ দৰে।

আমি নৰ-মনিচবোৰে সংসাৰত প্ৰতি মূহুৰ্ততে ইমানবোৰ অকাৰ্য কৰিছোঁ যে আমাৰ সকলোৰেই অলপ নহয় অলপ nasal operation হোৱাৰ দৰকাৰ। এক শ্ৰেণীৰ লোক আছে যিসকলে দেৱদূতেও যাবলৈ সাহ নকৰা ঠাইলৈ সোধ-পোছ নোহোৱাকৈ সোমাই যায়। সেইসকলৰ নাক নিশ্চয় বলিৰ যোগ্য। গোটেইবোৰ বলি গোট খালে এটা হিমালয় পৰ্বতেই হ'ব।

বীৰ লক্ষ্মণক মই অতিকৈ শ্ৰদ্ধা কৰোঁ, কিন্তু তেওঁৰ শূৰ্পনখাৰ নাক কটা কাৰ্যটো সমৰ্থন কৰিব নোৱাৰোঁ। অৱশ্যে এই কাৰ্য নোহোৱা হ'লে ৰামায়ণ পঢ়িবলৈ নাপালোঁহেঁতেন আৰু কুমাৰ হৰণ কাব্যৰ আহোম যুগৰ জাল কবি (চন্দ্ৰভাৰতী)-জনেও কুজীৰ নাক কটাৰ আদৰ্শ নাপালেহেঁতেন। উল্লেখযোগ্য মহাকবি কালিদাসে বীভ্‌ৎস ৰস বৰ্জন কৰিবৰ কাৰণেই বোধহয় শূৰ্পনখাৰ নাক-কাণ কটা কথাটো কেইটামান শব্দতেই শেষ কৰিছে। এই মহাকবিজনাই য'তে তেওঁৰ কবিত্ব প্ৰদৰ্শনৰ সুবিধা দেখে ত'তে ভালেখিনি পৰ বৈ যায়, আন ঠাইত তেওঁ বেগাবেগিকৈ খোজ দিয়ে। আহোম ৰাজত্ব কালৰ কোনোবা সময়ত গাৱঁৰ এগৰাকী বুধিমতী তিৰোতাই ৰজাৰ আগত তলত দিয়া কথাফাঁকি কৈছিল বুলি প্ৰবাদ এটা আজিও আছে।

নাক কাটিলে গজিব ডালে-পালে;  
চুলি কাটিলে গজিব কোন কালে।

আপোনাসকলৰ কোনোবাই জানে নে? OO

# দুই অক্টোবৰ

ভাৰত জীয়ৰী যশোমতী সৰোজিনী নাইডুৱে বাপুজীক ধেমালিতে এটা উপলুঙা নাম দিছিল। সেই নামটো আছিল 'মিকি মাউচ'। এগৰাকী মানুহে আন এগৰাকীক ধেমেলীয়া নাম দিয়াৰ গুৰিত কিমান শ্ৰদ্ধা, কিমান ভক্তি, কিমান আপোন ভাব, কিমান মৰম লুকাই থাকে তাক অন্তৰেহে বুজে, মুখেৰে ব্যাখ্যা কৰিব নোৱাৰি।

২ অক্টোবৰৰ দিনা আমি তেওঁক মহাত্মা, মহামানৱ, জাতিৰ পিতা আদি মৌখিক বিশেষণেৰে ঢাকি পেলাই প্ৰাণহীন সূত্ৰ যজ্ঞ আৰু ততোধিক ৰামধুনেৰে তেখেতৰ প্ৰতি শ্ৰদ্ধা সমৰ্পণ কৰোঁ।

পিতা কাক বোলে? অন্নদাতা, ভয়ত্ৰাতা, কন্যাদাতা তথৈৱচ, মন্ত্ৰদাতা জন্মদাতা পঞ্চেতে পিতৰঃ স্মিতা। যিজনে ভৰণ-পোষণ দিয়ে, যি ভয়ৰ পৰা পৰিত্ৰাণ কৰে, যিজনে কন্যাদান কৰে, যিজনে শিক্ষা দিয়ে আৰু যি জন্মদাতা এই পাঁচজনৰ এজনকে পিতৃ বোলা হয়। বাপুজীয়ে ভাৰতক নৱজীৱন দিলে, নতুনকৈ সঞ্জীৱিত কৰিলে আৰু সৰ্বসাধাৰণ ভাৰতীয় মানুহক নিৰ্ভীক কৰিলে। এই কাৰণেই তেওঁ ভাৰতৰ পিতা। দুখুনী তিৰোতা এগৰাকীয়েও কেনেকৈ নিজৰ পঁজাত বহি থাকি ভাত মুঠি মোকলাব পাৰে তাৰ উপদেশ দিয়ে তেওঁ হ'ল অন্নদাতা। মনৰ অহিংসা আৰু ঘৃণাৰ ভাব দূৰ কৰি কেনেকৈ ভাৰতৰ মানুহে এখন সমাজবাদী ৰাষ্ট্ৰ গঠন কৰিব পাৰে তাৰ মন্ত্ৰ দি তেওঁ ভাৰতৰ পিতা। কিন্তু এই পিতৃজনক আমি সোনকালে পাহৰি গৈছোঁ। তেওঁক শ্ৰদ্ধা কৰিলেও তেওঁৰ আদৰ্শৰ প্ৰতি শ্ৰদ্ধা লাহে লাহে কমি গৈছে। তথাপি বছৰেকত এদিন যে একাংশ লোকে স্মৰণ কৰে এই কথা ভাবিও ভালেই লাগে। স্বল্পমপ্যস্য ধৰ্মস্য ত্ৰায়তে মহতো ভয়াৎ— ধৰ্মৰ অলপেও মহাভয়ৰ পৰা পৰিত্ৰাণ কৰে (গীতা)।

বহুতে প্ৰশ্ন কৰে আজিৰ যুগত মহাত্মা গান্ধীৰ প্ৰাসঙ্গিকতা আছে নে? এই প্ৰশ্ন অৰ্থহীন। যেতিয়ালৈকে পৰম মূল্যবোধৰ আদৰ থাকিব তেতিয়ালৈকে এওঁৰ আদৰ থাকিব আৰু এওঁৰ দৰে আন আন মহাপুৰুষসকলৰো আৱশ্যকতা থাকিব। মহাপুৰুষসকলে মানৱ সমাজৰ বিকৃতি হোৱা কালত সমাজক সাৱধান বাণী শুনায়। আধুনিক সমাজ ৰণ মতলীয়া ধনলোভী আৰু অস্বাভাৱিক ক্ষমতাৰ অভিলাষী। সভ্যতাই অলপ আগুৱাই যায়, লগে লগে অলপ পিচ হোঁহকে, আধুনিক সভ্যতাই আমাক ভালেখিনি দিছে, লগে লগে ভালেখিনি নিছেও। পৃথিৱীৰ বেলেগ বেলেগ চিন্তাশীল লোকসকলে এই বিষয়ে নিজৰ মত ব্যক্ত কৰিছে। মহাত্মা গান্ধীয়েও নিজৰ স্পষ্ট মত অকল ব্যক্ত কৰাই নহয় নিজৰ

প্ৰাণো আহুতি দিলে। মহাপুৰুষসকলৰ লক্ষণ এয়ে তেওঁলোক সম্পূৰ্ণ নিৰ্ভীক, প্ৰতি মুহূৰ্ততে নিজৰ প্ৰাণ আহুতি দিবলৈ সক্ষম হৈ থাকে। সাধাৰণ মানুহৰ লগত তেওঁলোকৰ এয়ে প্ৰভেদ। মহাত্মাৰ আদৰ্শ সংক্ৰামক। তেওঁৰ আদৰ্শ অথলে নাযায়। বহুত নিৰাশাবাদীয়ে ঈশ্বৰে পঠোৱা মহাপুৰুষসকলৰ আৱিৰ্ভাৱ ব্যৰ্থ হৈছে বুলি ভাবে, কিন্তু তেওঁলোকৰ আগমনে আমি গম নাপালেও জগতত ভালেখিনি শক্তি এৰি থৈ যায়। শক্তিৰ কেতিয়াও বিলোপ নঘটে। 'জগতত সৰহ ভাগ মানুহেই স্বাৰ্থপৰ, নিষ্ঠুৰ আৰু জঘন্য', হবচ বোলা দাৰ্শনিকে এই মত পোষণ কৰিছিল। এই মত একেবাৰে দলিয়াই পেলাব নোৱাৰি, কিন্তু ই সম্পূৰ্ণ সত্য নহয়। সন্ত লোকক সন্মান কৰা আৰু তেওঁলোকৰ আদৰ্শ পালন কৰা বহু লোক সদায় আছে আৰু থাকিবও। এই প্ৰসঙ্গত সাৱিত্ৰীয়ে যমৰ আগত কোৱা কথাষাৰলৈ মনত পৰে, 'সন্তঃ ভূমিং তপসা ধাৰয়ন্তি', সন্তসকলেই এই পৃথিৱীখনক ধাৰণ কৰি আছে। তেওঁলোকৰ সংখ্যা অতি কম হ'ব পাৰে, কিন্তু এই ক্ষমতা ক্ৰিয়াশীল আৰু ফলপ্ৰসূ। হিৰণ্যকশিপুৰ আৰু ৰাৱণৰ ক্ষমতা লাভ কৰাটো বেয়া নহয়, কিন্তু দানৱৰ দৰে সেই ক্ষমতাৰ অপ-ব্যৱহাৰ কৰাটো অত্যাচাৰ। It is good to have a giant's strength, but tyranous to use it like a giant. (Shakespear) ক্ষমতাৰ অপ-ব্যৱহাৰ ৰোধ কৰিবলৈ শক্তিমন্ত পুৰুষৰ আৱশ্যক, বাপুজীৰ সেই ক্ষমতা আছিল। সেই ক্ষমতাৰ দ্বাৰাই তেওঁ ভাৰতৰ আপামৰ জনসাধাৰণক অনুপ্ৰাণিত কৰিছিল। দহ হেজাৰ বছৰৰ জাবৰ-জোথৰ দহ বছৰত আঁতৰ হ'ল। মনিচ বুলিলেই নীচ, নীচ মানুহে উচ্চ আদৰ্শ সোনকালে পাহৰে। আমিও পাহৰিছোঁ, কিন্তু সদায় পাহৰিলে আমাৰ জীৱনৰ সঙ্কট উপস্থিত হ'ব। বৰ্তমান সমগ্ৰ জগতত সঙ্কট উপস্থিত, ক্ষমতাৰ বিকৃত ব্যৱহাৰ, যন্ত্ৰৰ অত্যাচাৰ আৰু লগে লগে মানুহৰ শাৰীৰিক আৰু মানসিক অৱনতি— ইয়াৰ লক্ষণ জ্ঞানী লোকে দেখা পাইছে। লাহে লাহে সকলোৱে দেখা পাব, নেদেখিলে জগতৰ প্ৰলয় অৱশ্যম্ভাৱী।

আত্মদমন, দীনৰ প্ৰতি দয়া আৰু আৰ্তৰ পৰিত্ৰাণ এইকেইটা হ'ল বিশ্ব-মানৱৰ চিৰন্তন আদৰ্শ। এই তিনিটাই সমাজক ৰক্ষা কৰিব আৰু জগতৰ শান্তি বিধান কৰিব। OO

# দহ অক্টোবৰ

স্মৃতি ৰোমন্থন বাৰ্ধক্যৰ দুৰাৰোগ্য ব্যাধি।

দহ অক্টোবৰ দিনটো অসমৰ পক্ষে, দাতা মুৰুলীধৰ বৰুৱাৰ পক্ষে আৰু মোৰ নিজৰ পক্ষে এটি অতি গৌৰৱৰ দিন। ইংৰাজী ১৯৩০ চনৰ অক্টোবৰ মাহৰ এই তাৰিখতেই জগন্নাথ বৰুৱা মহাবিদ্যালয় যোৰহাটত আৰম্ভ কৰা হয়। অসমৰ ভিতৰত এইখনেই প্ৰথম বেচৰকাৰী মহাবিদ্যালয় আছিল। শিক্ষাৰ প্ৰতি আগ্ৰহৰ বৃদ্ধিৰ অনুপানে এখন মহাবিদ্যালয় যথেষ্ট নহ'ল অথচ সাম্ৰাজ্যবাদী চৰকাৰো উচ্চ শিক্ষাৰ প্ৰসাৰৰ প্ৰতি আগ্ৰহী নাছিল।

উজনি অসমৰ প্ৰথম গ্ৰেজুৱেট আৰু বাটকটীয়া অসমীয়া চাহ খেতিয়ক জগন্নাথ বৰুৱাৰ সম্পত্তিৰ উত্তৰাধিকাৰী মুৰুলীধৰ বৰুৱাই তেওঁৰ মাতামহৰ পৰা পোৱা যোৰহাট নগৰৰ মাজ বুকুত থকা পাঁচ শ বিঘা মাটিৰ বাৰীখন আৰু মানুহৰ চকুত লগা বৃহৎ বাসভৱন পিতামহৰ স্মৃতি ৰক্ষাৰ্থে মহাবিদ্যালয়ৰ স্থাপনৰ কাৰণে দান নকৰা হ'লে ১৯৩০ চনত এখন মহাবিদ্যালয় স্থাপিত নহ'লহেতেঁন। অৱশ্যে ২০-২৫ বছৰ পাছত আন আন ঠাইত হোৱাৰ দৰে এখন মহাবিদ্যালয়ৰ মুখ ৰাইজে দেখিবলৈ পালেহেঁতেন। এই ঘৰ আৰু বাৰীখনৰ বাহিৰে সামান্য টকা-পইচাও দিবলৈ তেওঁ অসমৰ্থ বুলি কৈছিল। তেওঁৰ দানৰ প্ৰধান চৰ্ত আছিল অধ্যাপকসকলে তিনি বছৰমানলৈ বিনা বেতনে অধ্যাপনা কৰিব লাগিব আৰু ছাত্ৰৰ পৰা পোৱা মাচুলেৰে লাগতিয়াল বেঞ্চ, চকী, মেজ, আলমাৰী আদি কিনা আৰু চকিদাৰ- কেৰাণীক কিছু বেতন দিয়াৰ ব্যৱস্থা হ'ব। পণ্ডিত কৃষ্ণকান্ত সন্দিকৈক নায়ক পাতি লৈ আমি দাতাৰ দান গ্ৰহণ কৰি মহাবিদ্যালয়খন আৰম্ভ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'লোঁ। বৰুৱাৰ এই চৰ্ত মানি নোলোৱা হ'লে এই দান অন্য অনুষ্ঠানে ল'লেহেঁতেন। মুৰুলীধৰ বৰুৱাৰ দানৰ স্বীকৃতি যিমান দিব লাগে ৰাইজে দিয়া নাই। উজনি অসমত বৰুৱাতকৈ ধনী লোক বহুতো আছিল, কিন্তু শিক্ষাৰ প্ৰচাৰৰ কাৰণে এনে উদাৰতা কোনেও তেতিয়া দেখুৱাব নোৱাৰিলে। মহাবিদ্যালয় স্থাপনৰ সময়ত আমি উজনি অসমৰ বহুতো লোকৰ কাষ চাপিছিলোঁ। তেওঁলোকে আমাৰ কামৰ শলাগ ল'লে, কিন্তু কোনেও অৰ্থ-সাহায্য দিবলৈ আগ বাঢ়ি নাহিল। তেওঁলোকে নিশ্চয় ভাবিছিল জগন্নাথ বৰুৱাৰ স্মৃতিত মহাবিদ্যালয় স্থাপিত হ'লে তাত তেওঁলোকে কিয় সহায় কৰিব। মধ্যবিত্ত দুই-চাৰিজন লোকে যি সাহায্য কৰিছিল সি যৎসামান্য।

সন্দিকৈদেৱক সভাপতি পাতি লৈ নিজাকৈ সজা ঘৰটোত মাজে-সময়ে তেওঁ আহি থাকে। তাৰ আটাইতকৈ ডাঙৰ ৰুমটো তেওঁ মোক থাকিবলৈ দিলে

আৰু তেওঁৰ সৰু ভায়েক মোৰ সহপাঠী দৰ্পনাথ শৰ্মায়ো মোৰ লগতে থাকিবলৈ ল'লে। মোৰ থকা-খোৱাৰ সমস্যাৰো কিছু দিনলৈ সমাধান হ'ল। কলেজৰ প্ৰাৰম্ভিক কামবোৰ, যেনে— বিজ্ঞাপন দিয়া, কলেজৰ বিষয়ে পুস্তিকা ছপোৱা, ভৰ্তিৰ ফৰ্ম ছপোৱা আৰু চিঠি-পত্ৰ লিখি পঠোৱা আদি কাম সেই কোঠালিতে মই কৰিব লগা হৈছিল আৰু অধ্যক্ষ সন্দিকৈদেৱে লাগতিয়াল উপদেশ দি আছিল। কলেজৰ প্ৰথম দাতা বন্ধু দৰ্প শৰ্মায়ো মোৰ হাতত কুৰি টকা ৰূপ, চিঠি-পত্ৰ ডাকত পঠোৱাৰ সুবিধা কৰি দিয়ে। সুখৰ কথা যে মুৰুলীধৰ বৰুৱাই ছপা কামবিলাক বিনামূল্যে তেওঁলোকৰ নিজা দৰ্পণ প্ৰেছত কৰাই দিছিল। এই অস্থায়ী অফিচতে মৌজাৰ পৰা আহি মাজে-সময়ে ভুমুকি মাৰি সহযোগিতা কৰিছিল। মোৰ কামৰ অৱসৰৰ সময়ত বন্ধু দৰ্প শৰ্মায়ো ভাল ভাল গানৰ ৰেকৰ্ড শুনাই আৰু নিজে গাই আৰু বজায়ো মোক আনন্দ দিছিল আৰু এই সময়তেই সঙ্গীত শাস্ত্ৰ সম্পৰ্কে ভালেখিনি লাগতিয়াল কথা আহৰণ কৰিছিলোঁ। আমাৰ এই মজলিচত তেতিয়া উঠি অহা কবি আনন্দ চন্দ্ৰ বৰুৱায়ো যোগ দিছিল। বৰুৱাই দৰ্প শৰ্মাৰ বিধৱা বায়েকৰ কন্যা এগৰাকী বিয়া কৰাইছিল। অধ্যক্ষ সন্দিকৈদেৱে মাজে-সময়ে আবেলি মোক ঘৰলৈ চাহ খাবলৈ মাতি পঠিয়াইছিল আৰু কলেজৰ প্ৰস্তুতিৰ বিষয়ে বুজ লৈছিল। অধ্যাপক চাংকাকতী যোৰহাটলৈ আহিলে তেৰোঁ মোৰ লগতে সন্দিকৈৰ তালৈ গৈছিল। তিনিটা অকণ অকণ কোঠালি ঠিকাদাৰৰ হতুৱাই প্ৰস্তুত কৰালে, কোনোমতে সৰু তক্তাপোচ এখন, সৰু টেবুল এখন আৰু চকী এখন ধৰে। অধ্যাপক চাংকাকতী আৰু মই দুয়ো যুটীয়াভাৱে হোষ্টেলৰ অধীক্ষক হ'ব লগা হ'ল।

মই থকা দুৰ্গেশ্বৰ শৰ্মাদেৱৰ ঘৰটোৰ দুটা কোঠালি তেওঁৰ ভায়েক এজনে বাগিচাৰ চাকৰি এৰি আহি সপৰিবাৰে দখল কৰিলেহি। তেওঁৰ দুৰ্দান্ত ল'ৰা-ছোৱালীকেইটাই মই অলপ সময়লৈ আঁতৰ হোৱাত মোৰ কিতাপ-কাগজ ফালি-ছিৰি নষ্ট কৰিলে আৰু দুখনমান ফটো ভাঙি-ছিঙি পেলালে। বিৰক্ত হৈ মই তাৰ পাচ দিনাই কলেজৰ সৰু কোঠালিটোলৈ আহিলোঁ। শৰ্মাৰ সৰুজন ভায়েকক কথাযাৰ জানিবলৈ দিয়াত দুখ কৰিলে। কিন্তু মোক অনুৰোধ কৰিলে যেন ভাত-পানী তেওঁলোকৰ তাতে খাই থাকোঁ। কিয়নো তেওঁলোকৰ ঘৰ কলেজৰ লগালগি। অধ্যাপক চাংকাকতীয়ো কলেজৰ ৰুমতে থাকিবলৈ আহিল যদিও কিছুমান দিনলৈ মোমায়েকৰ ঘৰতে খোৱা-বোৱা কৰি আছিল।

অধ্যাপক চাংকাকতীয়ে ভালেমান দিনলৈ ঘৰৰ পৰা চাউল-পাত আনি ল'ৰাবিলাকৰ হোষ্টেলৰ মেছত জমা দিছিল। তেওঁ ঘৰৰ পৰা আখৈ-চিৰাও আনিছিল। ময়ো মাজে মাজে আনিছিলোঁ। আমাৰ দুয়োজনৰে চাহ-জলপানৰ ষ্টক একেটাই আছিল। চাহ-বাগিচাৰ কোনো ল'ৰাই আমাক চাহপাতৰ পেকেটো

দিছিল। বিশেষ টান কথা মোৰ কোঠালিতে বহুৱাই সুন্দৰকৈ বুজাই দিছিলোঁ আৰু পৰীক্ষাৰ প্ৰশ্ন সম্পৰ্কে লাগতিয়াল পৰামৰ্শ দিছিলোঁ। মোৰ পৰামৰ্শৰ পৰা উপকাৰ পোৱা দুই-চাৰি কৃতজ্ঞ ছাত্ৰই কোনো উপলক্ষে নিমন্ত্ৰণ কৰি দুই-চাৰি টকা মাননি দিছিল। আৰু কোনো কোনো অভিভাৱকে খদ্দৰৰ ধুতি-পাঞ্জাবীও দিছিল। বিশ্ববিদ্যালয়ৰ পৰা প্ৰথমতে মই পৰীক্ষক হিচাপে মাত্ৰ তিনি কুৰিমানহে বছৰি পাইছিলোঁ। এইবিলাকৰ পৰাই ছাত্ৰবিলাকৰ মেছৃত মোৰ দিব লগীয়া দি আছিলোঁ। জীৱন অতি সৰল কৰি লৈছিলোঁ। অন্ন-বস্ত্ৰৰ সমাধান হোৱাত ঘৰুৱা শিক্ষকৰ ব্যৱসায় নকৰাকৈয়ে চলি গৈছিলোঁ। তৃতীয় বছৰৰ শেষৰ ফালে অধ্যাপকসকলে মাহে কুৰি টকাকৈ ল'বলৈ স্থিৰ কৰা হ'ল। এইবিলাক কথাত কাৰ্যনিৰ্বাহক সমিতিৰ দায়িত্ব বা ক্ষমতা একো নাছিল। অধ্যক্ষ সন্দিকৈ আৰু আমি গোট খাই যিদৰে কলেজ চলাইছিলোঁ সেইমতে চলি আছিল। এনে প্ৰতিকূল অৱস্থাৰ মাজতো অধ্যাপকসকল সম্পূৰ্ণৰূপে আশাশুধীয়া আৰু নিকপট কৰ্মী আছিল। যোৰহাটত শিক্ষক অৱস্থাত শ্ৰদ্ধাৱন্ত আৰু জিজ্ঞাসু ভালেখিনি ছাত্ৰৰ মধুৰ স্মৃতিয়ে আজিও মনত আনন্দ দিয়ে। ইয়াৰ ভিতৰৰে কেইবাজনো বৰ্তমান ইহ জগতত নাই। পৰলোকগত আৰু জীৱিত সকলোৰে নাম মনত নাই। এই মুহূৰ্তত মনত পৰা মাত্ৰ কেইজনমানৰ নাম উল্লেখ কৰিলোঁ— মাখন প্ৰসাদ দুৱৰা (সমাজকৰ্মী), শ্ৰীধৰ বৰুৱা (আইনজ্ঞ), স্বৰ্গীয় ৰত্ন মহন্ত (শিক্ষক), স্বৰ্গীয় মুনীন বৰকটকী (সাহিত্যিক, সাংবাদিক), স্বৰ্গীয় মুৰাৰিচৰণ দাস (সঞ্চালক, সংগ্ৰহালয়), সৰযু প্ৰসাদ সিং (দেশসেৱক), পৰাগ চলিহা (শিক্ষাবিদ, সংসদী সদস্য), স্বৰ্গীয় দধিচন্দ্ৰ মহন্ত (ৰাজনৈতিক কৰ্মী), চৈয়দ আব্দুল মালিক (গল্প লেখক), স্বৰ্গীয় পবনাথ শৰ্মা (শিক্ষক, সাংবাদিক), খগেন দাস (সঙ্গীতজ্ঞ), স্বৰ্গীয় অমূল্য বৰুৱা (কবি), স্বৰ্গীয় আনন্দ ফুকন (লেখক)। দুখৰ কথা শেষত উল্লেখ কৰা দুজন কলিকতাত স্নাতকোত্তৰ শ্ৰেণীত পঢ়ি থাকোঁতেই ১৯৪৬ চনত কলিকতাৰ ভয়াৱহ হত্যাকাণ্ডত আততায়ীৰ হাতত অকালতে প্ৰাণ হেৰুৱায়। বিশেষ উল্লেখযোগ্য কথা— যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ত ৰাজনৈতিক নেতাৰ সহায়ো নাছিল আৰু হস্তক্ষেপো নাছিল। অধ্যাপক তুলসী নাৰায়ণ শৰ্মাৰ অকণমান পকেট গীতাৰ আকাৰৰ তামোলৰ টেমাটিৰ দৃশ্য মাজে মাজে মনলৈ আহে। ○○

# বিদ্ৰোহ আৰু বিপ্লৱ

মানুহৰ সকলো চিন্তা আৰু কৰ্মৰ প্ৰেৰণা যৌন প্ৰবৃত্তিৰ পৰা আহে বুলি কোনো পণ্ডিতে কয়, কিন্তু আন এদলে কয় সহজাত বিপ্লৱ বুদ্ধিয়েহে মানুহক জীৱনত ঠেলি আগ বঢ়াই দিয়ে। আমি চিপাহী বিদ্ৰোহ বুলি কওঁ, মোৱামৰীয়া বিদ্ৰোহ বুলিও কওঁ, কিন্তু চিপাহী বিপ্লৱ বা মোৱামৰীয়া বিপ্লৱ বুলি নকওঁ। অসমীয়া ভাষাত বিদ্ৰোহ আৰু বিপ্লৱ এই দুটা শব্দ দেখা যায় বেলেগ অৰ্থত ব্যৱহাৰ হৈছে। আমি কিন্তু কওঁ ফৰাচী বিপ্লৱ বুলি আৰু ছোভিয়েট গণ বিপ্লৱ বুলি। অসমীয়া অভিধানত দেখা যায় বিপ্লৱ শব্দৰ অৰ্থ লেখিছে বিভ্ৰাট, ৰণৰ বা শত্ৰুৰ আক্ৰমণৰ দ্বাৰা দেশত হোৱা হুলস্থূল, যেনে মানব বিপ্লৱ আৰু বিদ্ৰোহৰ অৰ্থ লেখিছে হিংসা কৰ, নিজ দেশৰ ৰজাৰ অপকাৰ চিন্তা, ৰজা ভাঙিবলৈ কৰা উদ্যোগ। বিপ্লৱ শব্দ সংস্কৃত প্লে ধাতুৰ পৰা আহিছে প্লে ধাতু, Flaw Flood, এইবোৰ একেটা ইণ্ডো-এৰিয়ান গোষ্ঠীৰ শব্দ। সংস্কৃতত বিপ্লৱ শব্দৰ অৰ্থ বানপানী বা না-জল না-স্থল অৱস্থা, দেশত অৰাজকতা বা অস্থিৰ অৱস্থা বুজায়। বিদ্ৰোহ শব্দৰে হিংসাত্মক, আক্ৰমণ বা প্ৰতিৰোধ আদি অৱস্থা বুজোৱা হয়। ইংৰাজীত Rebellion আৰু Revolution, বোলা দুটা শব্দ আছে। ইংৰাজীত Insurrection শব্দও ব্যৱহাৰ কৰা হয়। দুয়োটাৰে হিংসাত্মক কৰ্ম থকা বুজায়, যেনে French Revolution, Russian Revolution, য'ত ৰাষ্ট্ৰৰ উচ্চতম পদাধিকাৰী ৰাজ-ৰাণীও সাৰি যাব নোৱাৰিছিল। Revolution শব্দৰ কিন্তু এটা বহল ব্যাপক অৰ্থ আছে। French Revolution আৰু Russian Revolution বুলিলে যুদ্ধ-বিগ্ৰহ আদি সশস্ত্ৰ হিংসাত্মক কাৰ্যৰ উপৰি দাৰ্শনিক (অৰ্থনৈতিক আৰু ৰাজনৈতিক) চিন্তাৰ বহল প্ৰচাৰ বা প্লাৱনো বুজায়। অসমীয়া ভাষাতো বিপ্লৱ শব্দই প্ৰধানতঃ চিন্তাৰ প্ৰচাৰ আৰু প্ৰভাৱ আৰু বিদ্ৰোহ শব্দই ঘাইকৈ সশস্ত্ৰ সংঘৰ্ষৰ অৰ্থ বহন কৰে। বিদ্ৰোহ আৰু বিপ্লৱ এই শব্দ দুটাৰ ব্যৱহাৰৰ খেলি-মেলিও দেখা যায়, এই দুটা শব্দৰ ব্যৱহাৰৰ নিৰ্দিষ্ট নীতিও গঢ় লৈ উঠা নাই। বিপ্লৱী আৰু বিদ্ৰোহী এই দুটা শব্দক আমি সমাৰ্থক বুলিয়েই ধৰোঁ আৰু সেইদৰে কথা-বাৰ্তা আৰু লিখাতো ব্যৱহাৰ কৰোঁ। এইখিনিতে এটা কথা উল্লেখ কৰিব লাগিব যে সমাজ, শিল্প আদি অনুষ্ঠানৰ চকুত লগা আৰু নতুন পৰিৱৰ্তনকো ইংৰাজীত Revolution বুলি কোৱা হয়। যেনে, শিল্প বিপ্লৱ, সামাজিক বিপ্লৱ। এনে বিষয়ত আমিও ইংৰাজীকে অনুসৰণ কৰি বিপ্লৱ শব্দ ব্যৱহাৰ কৰিবলৈ লৈছিলোঁ। আৰু এটা কথা লক্ষ্য কৰিব লগীয়া যে চিন্তাৰ বিপ্লৱৰ লগতে অনেক সময়ত বিদ্ৰোহাত্মক কাৰ্যও জড়িত হৈ পৰে। মানুহে ইচ্ছা

নকৰিলেও প্ৰায়েই বিপ্লৱী চিন্তাৰ ফলত বিদ্ৰোহাত্মক চিন্তা আৰু কাৰ্যই মূৰ দাঙি উঠে, প্ৰবল আৰু দুৰ্নিবাৰ হৈ উঠে। মানুহৰ চৰিত্ৰ অতি জটিল বস্তু, বিশেষকৈ সামাজিক চিন্তা আৰু জনগণৰ চৰিত্ৰ আৰু ব্যৱহাৰ। আধুনিক কালত মনস্তত্ত্ববিদসকলে মানৱ চৰিত্ৰৰ এই দিশটোৰ সম্পৰ্কে গৱেষণা, আলোচনা কৰিবলৈ লৈছে আৰু ভাৰতবৰ্ষতো ঠায়ে ঠায়ে অলপকৈ হ'লেও এই সম্পৰ্কে সমীক্ষা-নিৰীক্ষা আৰম্ভ হৈছে। বিদেশী শাসনৰ তলত ভালেমান দিন থকাৰ ফলত ঊনবিংশ শতাব্দীত ভাৰতবৰ্ষৰ জনসাধাৰণৰ মাজত স্বাধীনতাৰ চেতনা এটা জাগ্ৰত হ'বলৈ আৰম্ভ কৰে। তেতিয়াৰ বঙ্গদেশত আৰম্ভ হোৱা স্বদেশী আন্দোলন এটা বিশেষ উদাহৰণ। এই আন্দোলনৰ ফলতো নেতাসকলৰ ইচ্ছাৰ বিৰুদ্ধেও কোনো কোনো দল উগ্ৰবাদী আৰু হিংসাত্মক হৈ উঠিছিল। এইবোৰ একো আচৰিত কথা নহয়, ইতিহাসৰ স্বাভাৱিক গতি। এই হিংসাত্মক আন্দোলনৰ আৰু মনোভাৱৰ প্ৰত্যুত্তৰ স্বৰূপে মহাত্মা গান্ধীৰ অহিংস অসহযোগ আন্দোলনৰ আৱিৰ্ভাৱ ভাৰতীয় ঐতিহ্যৰ গুণত এই আন্দোলনৰ ওপৰত ধৰ্মীয় প্ৰভাৱ একেবাৰে নপৰা নাছিল। এই প্ৰভাৱে আন্দোলনক কিছু পৰিমাণে সংযত কৰিছিল। মহাত্মা গান্ধীৰ অহিংস আন্দোলনে জনসাধাৰণৰ মাজলৈ এটা নিৰ্ভীকিতাৰ ভাব আনি দিলে আৰু বিদেশী শাসনৰ প্ৰতি ঘৃণা ব্যাপক কৰি তুলিলে। সৰ্বসাধাৰণৰ কুটিৰ শিল্প, অস্পৃশ্যসকলৰ প্ৰতি সহানুভূতি আৰু সৰ্বধৰ্ম সমন্বয় আদি ভাবে গোটেই ভাৰতীয় সমাজত অলপ দিনৰ ভিতৰতে এটা অভাৱনীয় পৰিৱৰ্তন সৃষ্টি কৰিলে, এই কথা কোনেও নুই কৰিব নোৱাৰে। অহিংস আন্দোলনে কেতিয়াবা কোনো কোনো স্থানত কোনো কোনো উপলক্ষে হিংসাত্মক ৰূপ ল'লেও মহাত্মা গান্ধীৰ আন্দোলনৰ লগত ইয়াৰ অহিংসাত্মক চৰিত্ৰ সম্পৃক্ত। মহাত্মা গান্ধীৰ আন্দোলন অৱশ্যে' কাপুৰুষৰ আন্দোলন নহয়, কিয়নো এজন কাপুৰুষ অহিংস হোৱাৰ কোনো অৰ্থ নাই। অহিংস আন্দোলনকাৰীয়েও আৱশ্যক হ'লে আততায়ীৰ পৰা আৰ্তক পৰিত্ৰাণ কৰিবৰ কাৰণে দুঃচৰিত্ৰৰ আক্ৰমণকাৰীৰ বিৰুদ্ধে হিংসাৰ প্ৰয়োগ কৰাটোহে প্ৰকৃত অহিংসাৰ কাম হ'ব।

আমাৰ অসমীয়া ভাষাত অন্ততঃ বিপ্লৱ শব্দটোৱে এটা আদৰ্শ বুজোৱা উচিত আৰু বিদ্ৰোহ শব্দই বেলেগ বেলেগ অ'ত-ত'ত হৈ থকা সশস্ত্ৰ সংঘৰ্ষৰ দৰে হিংসাত্মক কাৰ্যক বিদ্ৰোহ বোলা উচিত হ'ব। বিপ্লৱ মানৱ বুৰঞ্জীৰ নিয়ন্ত্ৰণকাৰী শক্তি, যাক ইংৰাজীত Revolution বুলিব পৰা যায়। বিপ্লৱ মানুহৰ স্বাভাৱিক ধৰ্ম। মানুহৰ এই মনোবৃত্তি নোহোৱাহেঁতেন বুৰঞ্জীৰ ৰথখন একে ঠাইতে ৰৈ থাকিলহেঁতেন। ই মানুহৰ মানসিক সম্পদ, কোনোজনৰ এই সম্পদ অধিক, কোনোজনৰ অতি কম আৰু কোনোজনৰ একেবাৰে নাথাকেও। এই

বিপ্লৱী মনোবৃত্তিৰ কাৰণে মানুহে মানৱ সমাজক ক্ৰমে উন্নত কৰিবলৈ চেষ্টা কৰে। এই বিপ্লৱৰ মূলত আছে ত্যাগ। ত্যাগৰ দ্বাৰাই মানৱ সমাজৰ অগ্ৰগতি সম্ভৱ হয়। যেতিয়াই সমাজত ত্যাগৰ ভাব সঙ্কুচিত হৈ পৰে তেতিয়াই চাৰিওফালে আৰু জীৱনৰ সকলো ক্ষেত্ৰতে বিশৃঙ্খলাৰ সৃষ্টি হয়। আৰু হিংসাত্মক নাটকৰ শোকাবহ অভিনয় দেখিব-শুনিবলৈ পোৱা যায়। মোৰ বিশ্বাস— ত্যাগহীন স্বাৰ্থপৰ ক্ষমতাৰ অৱসান পলমকৈ হ'লেও নহৈ নোৱাৰে। যোৱা কেইদশকমানৰ ভিতৰতেই সমগ্ৰ জগততে বিপ্লৱ আৰু লগতে বিদ্ৰোহো দেখা গৈছে। বুৰঞ্জীৰ এই ক'লা ডাৱৰবোৰ সদায় ওলমি থাকিব নোৱাৰে, পোহৰো ঢাকিব নোৱাৰে। আমাৰ বৰ্তমান শিক্ষানীতি সমগ্ৰ জগতৰ হিতৰ কাৰণে ত্যাগাত্মক বিপ্লৱৰ আদৰ্শত গঠিত কৰাৰ সময় উকলি গৈছে।

ৰবীন্দ্ৰনাথে এঠাইত কৈছে— যি অন্যায় কৰে আৰু যি অন্যায় সহি থাকে এইবিলাকৰ চিন্তাই মোক জুয়ে খেৰ পুৰাদি পুৰি থাকে। ৰবীন্দ্ৰ নাথৰ এই কথাফাঁকিতো বিপ্লৱী মনৰ এটা দিশ সোমাই আছে। অন্যায়ৰ বিৰুদ্ধে থিয় হ'বলৈকো ত্যাগ আৰু সাহস লাগে। মুঠৰ ওপৰতে বিপ্লৱী মন সৃষ্টি কৰিবলৈ আমাৰ সমাজৰ আৰু শিক্ষা প্ৰণালীৰো বিপ্লৱৰ প্ৰয়োজন হৈছে। আমি যাক বৰ্তমান সভ্যতা আৰু সংস্কৃতি বুলি কওঁ, সি প্ৰতিদ্বন্দ্বিতামূলক আৰু স্বাৰ্থপৰ। এই প্ৰতিদ্বন্দ্বিতামূলক মনোবৃত্তি, সহানুভূতিশীল সহযোগৰ লগত সংযুক্ত নহ'লে জগতত প্ৰকৃত সংস্কৃতি, অৰ্দ্ধ শান্তি স্থাপিত হ'ব নোৱাৰে। বিপ্লৱ আৰু ত্যাগ একেটা বস্তু, এটা মুদ্ৰাৰ দুটা পিঠি— এই দৃষ্টিভঙ্গী জনসমাজত সৃষ্টি কৰিবলৈ যাওঁতে সাহসী আৰু বিপ্লৱী প্ৰৱৰ্তকৰ অনেক সময়ত প্ৰাণৰ সংশয়। কেতিয়াবা কেতিয়াবা প্ৰতিক্ৰিয়াশীল লোকৰ হাতত প্ৰাণ আহুতি দিব লগাও হয়। এই ত্যাগ চৰম ত্যাগ, কেৱল মহাপুৰুষসকলৰ কাৰণেহে এনে ত্যাগ সম্ভৱ। কিন্তু সাধাৰণ নাগৰিকেও সাধুভাৱে নিজৰ জীৱনৰ কৰ্তব্য পালনৰ মাজেদিও বিবিধ ত্যাগৰ সুবিধা পায়। এই সুবিধাবিলাক গ্ৰহণ কৰিলেও বিপ্লৱী অভিযানৰ সহায় কৰা হয়। বৰ্তমান জগতৰ পটভূমিত সৰ্বোদয় আদৰ্শ কাৰ্যকৰী হ'বনে নহয় সেইটোও ভাবি চাব লগীয়া। OO

# বাৰিষাৰ বৰনৈ

ব্ৰহ্মপুত্ৰৰ উদ্ভগুলি দেখি ব্ৰহ্মপুত্ৰৰ বিষয়ে গোট খাই থকা কথাবোৰ সোঁৱৰণিয়ে উজাৰি দিলে। আমাৰ মানুহে ব্ৰহ্মপুত্ৰক লুইত বুলিহে বেছি ভাল পায়। মহাকবি কালিদাসৰ পৰা আৰম্ভ কৰি লোক সাহিত্যলৈকে লুইত বুলিহে বেছি ভাল পায়।

মহাকবি কালিদাসৰ পৰা আৰম্ভ কৰি লোক সাহিত্যলৈকে লুইত বুলিহে পোৱা যায়। কোনোবা পুৰাণকাৰেহে ব্ৰহ্মপুত্ৰ নামটো উলিয়ালে। ৰঘুবংশত পাওঁ— চকম্পে তীৰ্ণলৌহিতে তস্মিন্ প্ৰাগজ্যোতিষেশ্বৰঃ। অৰ্থাৎ দিগবিজয়ী ৰঘুৱে লৌহিত্য পাৰ হোৱাত প্ৰাগজ্যোতিষৰ ৰজাৰ কঁপনি উঠিল। ইয়াত কবিয়ে ৰঘু ৰজাৰ নামৰ আঁৰত সমুদ্ৰগুপ্তৰ কামৰূপ অভিযানৰ কথা বৰ্ণনা কৰিছে। ভাষাতত্ত্ববিদ পণ্ডিতে কয়— প্ৰাগজ্যোতিষপুৰ শব্দটোৱেই নামি আহি বৰ্তমান কালত দিশপুৰ (দিছপুৰ) হৈছেহি। আজিকালি আক্ৰমণকাৰীৰ কথা নাই যদিও দিছপুৰ সোমোৱা আমাৰ দৰে নাগৰিকৰহে ভালুক জ্বৰ উঠে।

পণ্ডিত আনন্দৰাম বৰুৱাই কোনোবা এখন গ্ৰন্থত তেওঁৰ পিতৃ-মাতৃৰ কথা উল্লেখ কৰোঁতে নিজকে লৌহিত্যৰ পাৰৰ অধিবাসী দুৰ্লভাগৰ্গ-নন্দন বুলি লেখি গৈছে। মহাপুৰুষ শঙ্কৰদেৱে তেওঁৰ আত্মপৰিচয়ৰ কথা কওঁতে বৰদোৱা নামে গাওঁখন লৌহিত্যৰ অতি অনুকূল বুলি উল্লেখ কৰি গৈছে। বহুতে কয় যে মহাপুৰুষজনে আলিপুখুৰী বা পাটকীবৰিতহে জন্ম গ্ৰহণ কৰিছিল, পাছতহে বৰদোৱালৈ আহে।

বুৰঞ্জী পুথিবিলাকতো প্ৰায়ে লুইত বুলিহে উল্লেখ কৰা দেখা যায়। এইখিনিতে কৈ থব পাৰি যে কলাগুৰু বিষ্ণুৰাভাই ব্ৰহ্মপুত্ৰ শব্দটো এটা বড়ো ভাষাৰ শব্দৰ পৰা অহা বুলি কৈছে। ব্ৰহ্মপুত্ৰ এটা কৈৰাতিক শব্দৰ সংস্কৃতীকৰণ। আমি সৰুতে ব্ৰহ্মপুত্ৰৰ বিষয়ে শ্লোক মুখস্থ কৰিছিলোঁ। এয়া ব্ৰহ্মপুত্ৰৰ প্ৰণাম মন্ত্ৰ-

ব্ৰহ্মপুত্ৰ মহাবাহো শান্তনুকুলনন্দন।
অমোঘা-গৰ্ভ-সম্ভূত পাপং লৌহিত্য মে হৰ।।

ইয়াত ব্ৰহ্মপুত্ৰ আৰু লৌহিত্য দুয়োটা নামকে ব্যৱহাৰ কৰিছে। সাধাৰণতে অশোক অষ্টমীৰ দিনা ব্ৰহ্মপুত্ৰত বুৰ মাৰি এই মন্ত্ৰ গোৱা হয়। এইটো এখন পুৰাণৰ পৰা অনা শ্লোক। এইখিনিতে কৈ থোৱা ভাল হ'ব যে মাতৃ হত্যা কৰাৰ ফলত পৰশুৰামৰ হাতৰ পৰা যে কুঠাৰখন নেৰোৱা হ'ল আৰু ব্ৰহ্মপুত্ৰৰ পাৰ ভাঙি বৈ যাবলৈ দিয়াত যে কুঠাৰখন তেওঁৰ হাতৰ পৰা এৰাল, এইটো

সৰ্বসাধাৰণৰ মাজত প্ৰচলিত সাধুকথা মাত্ৰ, কোনো পুৰাণত ইয়াক পোৱা নাযায়।

মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্যই এই কথা লেখিছে। মোৰ পঢ়া মনত পৰে। প্ৰাচীন কামৰূপৰ ৰজাসকলে যিবিলাক তাম্ৰৰ শাসন ৰচনা কৰাইছিল তাৰ প্ৰত্যেক শাসনতে শিৱৰ লগে লগে লৌহিত্যৰ স্তোত্ৰ একোটা শ্লোকত পোৱা যায়।

ভাদমহীয়া ভৰপুৰ ব্ৰহ্মপুত্ৰ বৰ্ণনা কৰা আৰু এটা শ্লোক সৰুতে আমাক মুখস্থ কৰাইছিল, এতিয়া মনত পৰা নাই। পুৰাণকাৰে ব্ৰহ্মপুত্ৰ বুলি তেওঁক সন্তুষ্ট কৰিবলৈ চেষ্টা কৰিলেও তেওঁৰ চৰিত্ৰৰ নিৰ্দয় নিষ্ঠুৰ ভাৱটো নগ'ল। প্ৰকৃতিৰ এই নিষ্ঠুৰ দিশটোৰ প্ৰতি উদাসীন। তেওঁবিলাকে প্ৰকৃতি কৰাল বেদনা ৰক্তদন্তিকা ৰূপটো নেদেখে, কেৱল শান্তিময় সৌম্য ৰূপটিহে দেখে। আধুনিকসকলৰ ভিতৰত প্ৰকৃতিৰ নিষ্ঠুৰতাৰ প্ৰতি বিশেষ সজাগ হোৱা দেখা যায়। আমাৰ পুৰাণতো দৃশ্য প্ৰকৃতি অতি উগ্ৰ আৰু অতি সৌম্য দুয়োটা দিশৰে উল্লেখ দেখা যায়।

আহোম স্বৰ্গদেউসকলে আমাৰ দেশক ব্ৰহ্মপুত্ৰৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাই থাকিবলৈ ব্ৰহ্মপুত্ৰক পূজা দি থাকিবৰ কাৰণে মাজুলীত এঘৰ পূজাৰী বহুৱাইছিল। এওঁলোকক লুইতীয়া ঠাকুৰ বুলি কয়। আহোম ৰাজত্ব শেষ হোৱাৰ লগে লগে তাৰ পৰা যোৰহাট নগৰৰ কাষলৈ তেওঁবিলাক উঠি আহিল। এতিয়া বাঢ়ি কুৰিঘৰমান হৈছেগৈ। মই জনাত তেওঁবিলাকে কিছুমান বছৰৰ আগলৈকে অশোক অষ্টমীৰ দিনা ব্ৰহ্মপুত্ৰৰ পূজা-অৰ্চ্চনা কৰিছিল। আহোম ৰাজত্ব কালত আন আন দেৱ-দেৱীৰ পূজাৰ, ব্ৰহ্মপুত্ৰ পূজাৰ বিধিও ৰচনা কৰা হৈছিল। সেই বিধিত ব্ৰহ্মপুত্ৰ পূজাত বলিদান কৰাৰ কথাও আছে বুলি জনা যায়। বুৰঞ্জীতো লৌহিত্যক শুকুলা ম'হৰ বলি দি পূজা কৰাৰ উল্লেখ আছে। বৰ্তমান যুগত উগ্ৰ ব্ৰহ্মপুত্ৰ কেৱল পূজাতে সন্তুষ্ট নহয়। সেই দেৱতাক আজিকালি বৈজ্ঞানিক কৌশলেৰেহে যুঁজ দিব লাগিব। কিন্তু আজি প্ৰায় আঢ়ৈ কুৰি বছৰেও আমাৰ ব্ৰহ্মপুত্ৰ বা লুইতৰ দুৰ্বাৰ আহ্বানৰ মুখামুখি হ'ব পৰা নাই। মহাবাহুক সহজে বশ কৰাও টান।

কবি বিনন্দ চন্দ্ৰ বৰুৱাৰ ব্ৰহ্মপুত্ৰ বোলা কবিতাটো তেওঁৰ মতে সকলোতকৈ ভাল কবিতা। অসমীয়া ভাষাৰ প্ৰথম কবি লুইপাদ আচলতে লৌহিত্যপাদ। OO

# নাঙলটুপৰ কানীয়া মোমাই

নাঙলটুপৰ কানীয়া মোমাইটি। ওচৰৰ পৰা দেখিলে, শুনিলে, জানিলে, কানীয়া মোমাইটিক কানীয়া বুলি কোনে কব? ওখ-পাখ ধকধক কৰে বগা দেখিলে ভাল লগা সেই আঢ়ৈ কুৰিৰ কাষ চপা মানুহজনক কোনোবা সত্ৰাধিকাৰ যেনহে লাগে। দেখাত বয়স একুৰি পোন্ধৰতকৈ সৰহ যেন নালাগে। বুদ্ধিয়ক চকু, উজ্জ্বল চেহেৰা, দেখাতেই কয় উৎসাহী আৰু কৰ্মী। এনে এজন লোকক তেনে বুলিনো কোনে ক'ব পাৰে?

নগাভূমিৰ পৰা অলপ দূৰত তেতিয়াৰ শিৱসাগৰ জিলাৰ গোলাঘাট মহকুমাত নাঙলটুপ নামে এডুখৰি ধুনীয়া ঠাই য'ত কাকডোঙা নৈখন বেঙা মেলি পাৰ হ'ব পাৰি। মাটি সাৰুৱা, ধান উভৈনদী হয়, মাছ-খৰিৰ একো আটক নাই। শস্যে-মৎস্যে অনুপম।

এই মানুহজন আমাৰ মাজুগৰাকী বৰমাৰ ককায়েক। তেওঁ আমাৰ ঘৰলৈ সঘনে আহে, আমাৰ ঘৰা আটাইবোৰ ল'ৰা-ছোৱালীৰে তেওঁ আছিল এজন মৰমৰ মোমাইটি। আমাৰ ঘৰখনত তিনিজন ভাই-ককাই আছিল। পিতাদেউ আটাইতকৈ সৰু। প্ৰতি ল'ৰা-ছোৱালীৰ নিজা মোমাইটি, আনবোৰ ল'ৰা-ছোৱালীৰো মোমাইটি। কোনো ভিন-পৰ নাই। মোমাইটি বস্তুটো যেন সকলোৰে নিজা, সকলোৰে আপোন। মোৰ বেলেগৰ মোমাইটি আৰু নাঙলটুপৰ এই মোমাইটিৰ মাজত কোনো এটা পৰিয়ালৰ ল'ৰা-ছোৱালীৰে একো ভিন-পৰ নাছিল। আৰু মোমাইটিবিলাকেও তেওঁৰ নিজৰ বাই-ভনীৰ ল'ৰা-ছোৱালী আৰু আন জনৰ বাই-ভনীৰ ল'ৰা-ছোৱালীক অকণো পৰ বুলি নাভাবিছিল। সৰল ভাগিনহঁতেও সকলো মোমাইটিকেই মন ঢালি ভাল পাইছিল। মোমাইটিহঁত আহোঁতে ল'ৰা-ছোৱালীবোৰলৈ কিবা এটা মিঠা বস্তু ননাকৈ শুদা হাতে কেতিয়াও নাহে। আমাৰ সৰু কালত ল'ৰা-ছোৱালীয়ে বৰ ভাল পোৱা চেনিগুটি বুলি এটা অতি সোৱাদ বস্তু আছিল, বগা-ৰঙা-নীলা হালধীয়া আদি বিবিধ ৰঙৰ একোটা চেনিৰ পিল বা বড়ি। সৰু বটলত বেচে, কুৰি-আঢ়ৈকুৰি এশ এইদৰে কিনিবলৈ পোৱা গৈছিল। সেই যুগত সৰু ল'ৰা-ছোৱালীক দিব পৰা চেনিগুটিয়েই প্ৰধান বস্তু। আজিকালিৰ দৰে চকলেট্, কেড্‌বেৰিজ আদি তেতিয়া, বিশেষকৈ গাঁৱৰ দোকানত পোৱা নগৈছিল। এই মোমাইটিহঁতে ফল-মূলৰ দিনত লেটেকু-পনিয়ল, মাটি-কঁঠাল, মালভোগ কল আদি একোটাহঁতৰ টোপোলাও মাজে, সময়ে আনিছিল আৰু আমি ল'ৰা-ছোৱালীবোৰেও এনে উপহাৰবোৰলৈ আশাৰ চকুৰে বাট চাই থাকোঁ।

জনা যায় যে আহোম ৰাজত্বৰ শেষৰ ফালে অসমৰ অনেক ডা-ডাঙৰীয়াই—প্ৰায় নিয়মীয়াকৈ যৎসামান্য কানি-তিতা খাইছিল। আৰু তিতা মাৰিবলৈ লগতে পুৰা বা আবেলিৰ জলপানৰ লগত এফেৰি সোৱাদ বস্তু খোৱাৰ অভ্যাস আছিল। কোনো কোনোৱে নিজৰ অভ্যাস দমন কৰিব নোৱাৰি এই বস্তুফেৰি জোখতকৈ অনেক সৰহ খাবলৈ ধৰে আৰু ফলত দোপাট কানীয়া হৈ পৰে। বৰ লোকৰ এনে কু-অভ্যাস তলৰ মানুহলৈকো বাগৰি আহি দেশত কানীয়াৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি কৰিলে আৰু কালক্ৰমত সেই কানি বিহ আমাৰ দেশৰ কালশত্ৰুত পৰিণত হৈছিল। শেষত এই কানি গুচাবৰ কাৰণে চৰকাৰে নানা উপায় কৰি আজি কেইবছৰমানৰ আগতহে ইয়াক মানুহৰ মুখৰ পৰা আঁতৰাব পাৰিছে। আহোমৰ শেষ আৰু বৃটিচৰ আদি এই কালডোখৰ কানিয়ে অসমত কি অৱস্থাৰ সৃষ্টি কৰিছিল, সিও এটা শিক্ষাপ্ৰদ বিষয়। বহুতে বোধকৰোঁ জানে যে মানুহে বাৰীতে আফু খেতি কৰিব পাৰিছিল আৰু আফু খেতিয়ক আৰু চৰকাৰৰ মাজত বিদ্ৰোহৰো সৃষ্টি হৈছিল।

আমাৰ নাঙলটুপৰ কানীয়া মোমাইটিৰ কথা ক'বলৈ পাহৰিয়েই গৈছোঁ যেন লাগিছে। পুৰা আঠমান বজাত গা-পা ধুই গোঁসাই ঘৰ সোমায়। সন্ধ্যা জপ কৰে। আৰু নিজৰ ঘৰত থাকিলে গোসাঁই ধুৱাই পূজাও কৰে। আমাৰ ঘৰত থকা কেইদিনত মোমাইটিয়ে গোসাঁই ঘৰৰ পৰা আহি মাৰল ঘৰৰ জুহালৰ গুৰিত বহে। মোমাইটিৰ জোলোঙাত সৰু দীঘলীয়া ৰূপৰ টেমি এটি আছিল, তাতে তেওঁৰ দৈনিক খাবৰ কাৰণে কানি এফেৰি জমা কৰি থয়। ৰূপৰ টেমিতে ওলোমাই থোৱা এডালি বগা ৰূপৰ তিনি আঙুলমান দীঘলীয়া অলপ চেপেটা কাঠী আছিল। সেই কাঠীডালৰ মূৰেৰেই জুহালৰ গুৰিত জলপানৰ কাষত বহি ৰূপৰ টেমিৰ পৰা যৎসামান্য কানি তিতা উলিয়াই আনি মুখত দিয়ে, তাৰ পাছতহে সোৱাদ বস্তু আৰু জা-জলপান খায়। তাৰ ওপৰতে চাহ-পানী এটোপাও খাই লয়। ইয়াকে খাই ললে মোমাইটিক আৰু কোনে পায়? আগ ফালে বা বাৰীলৈ সোমাই গ'লে কোৰ, কুঠাৰ বা কটাৰি কিবা এটা হাতত লৈ স্ব-ইচ্ছাৰে অতি আনন্দ মনেৰে কিবা এটা কামত লাগি যায়। আগত কুঠাৰখন দেখিলে আধা ঘণ্টামান খৰিকে ফালে, বাঁহ এডাল দেখিলে টুকুৰা-টুকুৰাকৈ কাটি কাঠী-কামী কৰিবলৈকে যোগাৰ কৰিলে, কোৰখন আগত দেখিলে ফুলনি বা শাকনিতে কোৰ মাৰিলে। তেওঁক বাধা দিওঁতা কোনো নাই, সেইখন ঘৰ যেন তেওঁৰ নিজতকৈয়ো নিজৰ, তেওঁৰ স্বভাৱটো সকলোৱে জানে, তেওঁক বাধা দিও লাভ নাই। হঠাৎ মন গ'ল হাতত বৰশী লৈ পুখুৰী পাৰত সৰু মুঢ়া এটাত বহি ল'লে। পুখুৰীত থকা অসংখ্য পুঠী মাছৰ কেইটামান তুলি আমাৰ হাতত দিলে। ভিতৰলৈ আহি আইহঁতৰ লগত অলপ কথা পাতিলেহি। তেওঁৰ হাঁহি

যেন পাঞ্চজন্যৰ হাঁহি। তেওঁ অকণো বহি নাথাকে। গাৱঁৰ কোনোবা চিনাকী মানুহৰ ঘৰলৈকে গৈ বহিলগৈ। আমাৰ ওচৰ-চুবুৰীয়া গাৱঁৰ মানুহে তেওঁক নজনা কোনো নাছিল। এনেকুৱা এঘৰ মানুহ নাছিল যাৰ ঘৰলৈ তেওঁ যোৱা নাছিল; এবাৰ কথা পাতিলেই তেওঁ মানুহৰ লগত আপোন হ'ব পাৰিছিল। গাৱঁত ভাওনা-সবাহ হ'লেও তেওঁক খবৰ দিছিল, আৰু পৰাপক্ষত তেওঁ নহাকৈ নাথাকে। আমাৰ খেলৰ ভাওনাত তেওঁৰ চেহেৰা দেখিয়েই কেইবাবাৰো মানুহে তেওঁক পৰশুৰাম, নাৰদমুনি কেতিয়াবা বীৰৰ ভাৱো দিছিল আৰু সেই ভাও লৈ তেওঁ মানুহক মুগ্ধ কৰিবলৈ সমৰ্থ হৈছিল। কানীয়া মোমাইটিৰ দৰে মানুহ সেই সময়তো বৰ বেছি পোৱা নগৈছিল। পুথি পঢ়া, নাম গোৱা আদিতো তেওঁ বৰ পাৰ্গত আছিল। গধূলি আমাৰ গোসাঁই ঘৰত দেউতাৰ লগতে তেৱোঁ নাম গাবলৈ বহিছিল। আৰু কেতিয়াবা কেতিয়াবা নামৰ লগে লগে তাল কাটি নোযোৱাকৈ অতি মনোৰমকৈ দবা বজাইছিল। এনে লোকক বাৰু কোনোবাই কানীয়া বুলি কব নে?

ৰাতিপুৱা ভিতৰত তেওঁ গা-ধুই অহা গম পালেই তেওঁৰ কাৰণে জা-জলপান গোটাই— দুটামান চিৰা বা কোমল চাউল, অকণমান দৈ, অকণমান গুৰ আৰু কিবা এবিধ কল যতাই আনি তেওঁৰ আগত দিয়েহি। সেই ছলতে আমি ল'ৰা-ছোৱালীবোৰেও মোমাইটিৰ জলপানৰ অকণ-অকণ ভাগ পাওঁ। মোমাইটিয়ে ৰূপৰ টেমাৰ পৰা ওপৰত বৰ্ণাই অহা ৰূপৰ কাঠীৰে কানি অকণমান মুখত দি জলপানটি খাই লয়। তাৰ ওপৰতে চাহ-পানী এটোপাও খাই লয়। খাই-বই তেওঁ বহি থাকে বুলি ভাবিছা নে? ঘৰৰ বাহিৰে বা ভিতৰে কিবা এটা কামত হাত দিয়ে দুপৰীয়া ভাত খোৱা পৰলৈকে। অথবা কেতিয়াবা মানুহৰ ঘৰলৈ খা-খবৰ ল'বলৈ ওলাই যায়। আমাৰ গাওঁখনৰ এমূৰে আমাৰে দূৰ সম্পৰ্কীয় মানুহ এঘৰত দুজনী বাই-ভনী তেওঁৰ ভায়েকলৈ আৰু সম্পৰ্কীয় ভায়েকলৈ বিয়া কৰাইছিল। তালৈকো তেওঁ মাজে সময়ে যায়। কিন্তু আমাৰ ঘৰৰ বাহিৰে আন কাৰো ঘৰত ৰাতি নাথাকে। আমাৰ আহল-বহল চৰাঘৰৰ এখন চালপীৰাৰ নাম দিয়া হৈছিল কানীয়া মোমাইৰ চালপীৰা। তাতে বহি বহি মাজে সময়ে তেওঁ শুৱলাকৈ, সাধু কথা বা, কোৰাণ-মহাভাৰতৰ কথা আমাৰ ঘৰৰ আৰু ওচৰ-চুবুৰীয়া মানুহৰ ল'ৰা-ছোৱালীকো কৈ মুগ্ধ কৰিছিল। তেওঁ যে আমাৰ মনত ইমানকৈ সোমাই ল'ব পাৰিছিল, ওপৰত কৈ অহা কথাবোৰেই তাৰ কাৰণ।

তেখেতৰ ঘৰলৈ মই এবাৰ সৰুতে গৈছিলোঁ। তেওঁবিলাকৰ গাওঁখন মোৰ মনত সমাজিকৰ গাওঁ (Dreamthorp) যেন লাগিছিল। গাওঁখনৰ ভিতৰত তেওঁলোকেই অৱস্থাপন্ন মানুহ। আৰু সকলো ফালৰ পৰা গুৰিয়াল। ঠাইখন

বানপানী আদিত তল নোযোৱা। দুৱাৰমুখতে ৰূপিত মাটি। দুয়ো ককাইভাইয়ে লগ লাগি খেতি কৰে। ভঁৰাল উপচি পৰা ধান। বাৰীখনো বহল-আহল, কবলৈ গ'লে তাত বাঘৰ চকুহে নাই। কানীয়া মোমাইটি বাজ-পোহৰ হওঁতেই হালৰো আগতে প্ৰায়ে কোৰখন লৈ পথাৰ পায়গৈ। হালোৱাক দিহা-পোহা দি সাতমান বজাতে ঘৰলৈ আহি গা-ধুই নিত্য-কৰ্ম কৰি ক'লা বস্তুফেৰি খাই লৈ তাৰ লগত জা-জলপান খাই কিবা কামত ধৰে বা ওলাই যায়। আমি তেতিয়া সৰু সৰু ল'ৰা। এনে কানীয়া মানুহ আমাৰ সমাজত সৰহ হ'ব লাগে। মোমাইটিৰ প্ৰায় আঢ়ৈ কুৰি বছৰীয়া জীৱনত এটা মাত্ৰ দুখৰ ছাঁ, প্ৰায় ২৫ বছৰ হ'ল তেওঁৰ আদৰ্শ গৃহিণীৰ কোনো সতি-সন্ততি হোৱা নাই। তেওঁৰ নিজৰ কিন্তু সেই বাবে কোনো বেজাৰ নাই, অকণো বিষাদ নাই। আন বন্ধু-বান্ধৱৰ লগতে তেওঁৰ গৃহিণীয়েও তেওঁক সদায় আকৌ বিয়া কৰাবলৈ অনবৰত লাগি আছে। তেওঁ কিন্তু বিশেষ-একো মন দিয়া নাই। এবাৰ তেওঁৰ গৃহিণীয়েই নিজে তেওঁৰ ককায়েকক হতুৱাই যোৰহাটৰ ফালে আঠুভঙা নামৰ গাওঁ এখনত তেওঁলৈ বুলি ছোৱালী এজনীক ঠিক কৰি বিয়াৰ বন্দোবস্ত কৰিলে, তেওঁৰ অনুমতিলৈ বাট নাচালে। তেতিয়াৰ দিনত বাৰ-তেৰ বছৰীয়া বামুণী ছোৱালী বিয়া দিবই লাগিব। অৰক্ষণীয়া বুলি কয়। মোমাইটিও দেখাত ৩৫-৪০ৰ ওপৰ বুলি কোনেও কব নোৱাৰে। বিয়াখন আমাৰ ঘৰত থাকি পতাই ঠিক হ'ল, কিয়নো নাঙলটুপৰ পৰা যোৰহাটলৈ বহু দূৰ আৰু যাতায়াতৰো অসুবিধা। আমাৰ ল'ৰা-ছোৱালীবোৰৰ মনত অপাৰ আনন্দ। আমাৰ ঘৰত থাকি কানীয়া মোমাইটিৰ বিয়া হ'ব। সেইকেইদিন আমাৰ ঘৰ মানুহে ভৰি পৰিছিল। তেওঁৰ আপোন মানুহ এগৰাকীয়ে পানী তুলিছিল। কেইটামান মানুহে জোৰা নামো গাইছিল। কন্যা বিয়া কৰাই প্ৰথম ঘৰ গচকাবলৈ নিওঁতে দৰা-ঘৰীয়া মানুহ আমাৰ ঘৰতে থাকি গৈছিল। ছোৱালীও আমি দেখা পাইছিলোঁ। সাধাৰণ দুখীয়া ঘৰৰ মানুহৰ ছোৱালী বুলি ক'ব নোৱাৰি। মোমাইটিৰ জীৱনত আৰু এটি আধ্যা আৰম্ভ হ'ল। কিন্তু আমাৰ ঘৰখনৰ লগত তেওঁৰ অহা-যোৱা কমা নাছিল, মৰম-চেনেহো কমা নাছিল। প্ৰজাপতিৰ ইচ্ছা বুলিয়েই ক'ব লাগিব, দ্বিতীয় পক্ষৰ পৰাও মোমাইটিৰ সতি-সন্তান নহ'ল। তেতিয়াও তেওঁৰ মুখত কোনো বেজাৰৰ চিন দেখা নগৈছিল। মই কলিকতাত পঢ়ি থাকোঁতে এদিন ঘৰৰ চিঠিৰ পৰা জানিব পাৰিলো কানীয়া মোমাইটি এদিন হঠাৎ ঢুকাল, নবীয়া পাটিত এদিনলৈকো পৰি থকা নাছিল। আজিও মাজে মাজে কানীয়া মোমাইটিৰ স্মৃতিৰ জিলিকনি মাৰ যোৱা নাই।

আমাৰ কানীয়া মোমাটিক হেম বৰুৱাৰ কানীয়া কীৰ্তনে ঢুকি নাপাইছিল। মোমাইটিৰ হাত দুখনে কিবা এটা নকৰাকৈ এক মিনিটো এলেহুৱা হৈ থাকিব

নোৱাৰে, বাঁহৰ ডলা-কুলা, খৰাহি-পাচিকে সাজিলে বা বেতৰ বা কাঠৰ কিবা এটাকে কৰিলে নাইবা বাঁহৰ কাঠীৰে আৱশ্যক মতে ভাওনাৰ মুখাকে সাজিলে। ঢেকীয়াখোৱাৰ 'ডবল গোঁসাই'ৰ দৰেই বিশেষ দৰকাৰ হ'ল কেঁকোৰা কাঠৰ নাঙলকে সাজিলে। অৱশ্যে 'ডবল গোঁসাই'ৰ অনেক বছৰৰ আগতে। আমাৰ ঘৰতো তিনি-চাৰিদিন থাকিলে তেওঁ পাচি-খৰাহি বা কুলা-চালনী কিবা এটা সাজি থৈ যায়।

সামৰিবৰ সময়ত মনত পৰিল ইংৰাজী সাহিত্যৰ দুজন লোকৰ কথা, এজন প্ৰতিভাশালী কবি Coleridge আৰু আনজন সেই যুগৰে ৰোমাণ্টিক (Romantic) গদ্য লিখক De Quincy. এওঁ নিজৰ ভিতৰুৱা কথাবোৰো লেখি থৈ গৈছে। Confessions of an English Opium-eater আত্মজীৱনীমূলক। সুবিধা পালে কেতিয়াবা পঢ়ি চাবচোঁন। অৱশ্যে Rousseauৰ কিতাপৰ সমান জগত-বিখ্যাত নহয়। আমাৰ দেশত অনেক কানীয়া পুৰুষ আহিল আৰু গ'ল, কিন্তু কোনো এজনো কানীয়াই নিজৰ কথা কিবা এফেৰি লিখি থৈ যাব পৰা নাই। আমাৰ মোমাইটিও অৱশ্যে তেনে আৰ্টিষ্ট (artist) নহয়, তথাপি তেওঁক তিনি কুৰিৰ ওপৰতো সেই অঞ্চলৰ ভালেখিনি ঠাইত আপদে-বিপদে, জীৱনে-মৰণে, বিয়াই-সবাহে আৰু ৰাজদ্বাৰ-শ্মশানত সততে মানুহে দেখা পাইছিল। মৃত্যুৰ আগ দিনাও তেওঁ দহ মাইল দূৰৰ পৰা মানুহৰ খবৰ লৈ আহিছিল। ইচ্ছা মৃত্যু। এই হিচাপে তেওঁক এগৰাকী artist বা শিল্পীও বুলিলে বুলিব পাৰি। শব্দটোৰ অপব্যৱহাৰ নহয়। মোমাইটিয়ে জিলীৰ মাতেৰে গোৱা গীত-পদ আৰু খোলটো ডিঙিত লৈ পদ্মমুদ্ৰা প্ৰদৰ্শন কৰা আজিও মনত আছে। ○○

# পাহৰিবলৈ দিব নোৱাৰি

পূজা বুলিলেই মোৰ বিশেষকৈ মনত পৰে এজন মানুহলৈ। আজীৱন শিক্ষাব্ৰতী, কবি, নাট্যকাৰ, অভিনেতা, সঙ্গীতজ্ঞ, শিল্পী (একেজন মানুহৰ গাত একেলগে ইমানবোৰ গুণ সাধাৰণতে গোট নাখায়), বগা, ওখ-পাখ, শকত-আবত, শালপ্ৰাংশু, চকু-মুখত বুদ্ধিৰ জেউতি,—এই মানুহজনক দহ হাজাৰৰ মাজত থাকিলেও চিনি উলিয়াব পাৰি। এওঁ আছিল ইন্দ্ৰেশ্বৰ বৰঠাকুৰ।

শিৱসিংহ ৰজাৰ দিনত অসমৰ বাহিৰৰ পৰা শিৱসাগৰ পুখুৰীৰ পাৰত থকা বিষ্ণুদৌলৰ বৰঠাকুৰ পাতি শাণ্ডিল্য গোত্ৰৰ এজন ব্ৰাহ্মণ ৰংপুৰলৈ অনা হৈছিল। এইজনৰেই নাতি-পুতিবিলাকৰ ভিতৰৰ এজন ইন্দ্ৰেশ্বৰ বৰঠাকুৰ।

যোৰহাট নগৰৰ পৰা পাঁচ মাইলমান দূৰত পকামূৰা অঞ্চলত এসময়ত আমিও আছিলোঁ। সেই অঞ্চললৈকে কোনোবা এগৰাকী আহোম স্বৰ্গদেউৰ আশ্ৰয়ত থকা মণি মিশ্ৰ নামে এগৰাকী শাক্ত সাধক আহে আৰু ৰজাঁয়ো তাতে তেওঁক থাকিবলৈ দিয়ে। সাধাৰণ মানুহৰ মুখত পৰি মণি মিশ্ৰৰ নামটো মণি মিচিৰত পৰিণত হৈছিল। এই মণি মিচিৰৰ পৰিয়ালৰে এজন দীপ্তিকান্ত মিশ্ৰ আমাৰ দুজন পুৰোহিতৰ এজন আছিল। এওঁলোকৰ ঘৰত বছৰি দুৰ্গাপূজা পাতে আৰু দীপ্তিকান্ত মিশ্ৰই নিজে পূজা কৰে। সেই পূজালৈ আমাকো নিমন্ত্ৰণ কৰে আৰু আমি প্ৰায়ে গৰু গাড়ীৰে নৱমীৰ পূজাৰ দিনা তাত উপস্থিত হওঁগৈ। সেইদিনা তাত থাকি খাই-বৈ পাচ দিনাহে গৰু গাড়ীৰে ঘৰলৈ ওভতোঁ।

এই পূজাতেই বৰঠাকুৰদেৱৰ লগত মোৰ প্ৰথম চিনাকি। মোৰ বয়স তেতিয়া আঠ-ন বছৰ। বৰঠাকুৰ মিশ্ৰদেউৰ বায়েকৰ ল'ৰা ভাগিনিয়েক। সেই মানুহজনক দেখি মই বিশেষভাৱে আকৃষ্ট হৈছিলোঁ। তেতিয়া তেওঁ চফল ডেকা; বি. এ পাছ কৰি আহি যোৰহাটৰ বগ (Bogg) চাহাবৰ হাইস্কুলত (মিছন হাইস্কুলত) শিক্ষকতা কৰিছিল, আৰু যোৰহাটত পূজা উপলক্ষে হোৱা থিয়েটাৰত অভিনেতা হিচাপে নিয়মীয়াকৈ যোগ দিছিল।

এই মানুহজনে এবাৰ পূজাৰ সময়ত তাত গোট খোৱা ল'ৰা-ছোৱালীবিলাকক পূজা ঘৰত সংস্কৃত স্তোত্ৰৰ আবৃত্তি কৰাৰ কথা ক'লে। আবৃত্তি কৰিবলৈ আঠজনমান ল'ৰা ওলাল। তাৰ ভিতৰত ভুজঙ্গপ্ৰয়াত ছন্দত গোৱা মোৰ আবৃত্তিটোৰেই শ্ৰেষ্ঠ বুলি তেওঁ আনন্দ প্ৰকাশ কৰিলে আৰু মোক এটা টকা পুৰস্কাৰ দিলে। দ্বিতীয়জনকো তেওঁ কিবা এফেৰি দিছিল। তেওঁৰ হাতৰ পৰা এই পুৰস্কাৰ লোৱাৰ পৰাই তেওঁৰ লগতে মোৰ চিনাকি আৰম্ভ।

১৯১৯ চনৰ শেষৰ ফালে তেওঁ মিছন স্কুলৰ হেডমাষ্টৰৰ পদ এৰি দি

ৰাইজৰ অনুৰোধ  ক্ৰমে নলবাৰী গৱৰ্ণমেণ্ট হাইস্কুলৰ প্ৰধান শিক্ষকৰ কামত যোগ দিলে। তাত প্ৰায় দুবছৰ থাকি তেওঁ স্কুলৰ বাজে-ভিতৰে নতুন সাংস্কৃতিক পৰিৱেশৰ সৃষ্টি কৰিলে। বৰঠাকুৰৰ দিনৰ স্কুলৰ ছাত্ৰ অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামী আৰু সমৰ কাননগো (প'ষ্ট মাষ্টৰ) আদি লোকৰ পৰা তেওঁৰ কৃতিত্বৰ প্ৰশংসা শুনিবলৈ পাইছিলোঁ। তাৰ পাচত তেওঁ চৰকাৰী শিক্ষা বিভাগৰ সহকাৰী প্ৰধান শিক্ষকৰ পদত নিযুক্ত হয় আৰু শেষত প্ৰধান শিক্ষক পদৰ পৰাই অৱসৰ গ্ৰহণ কৰে।

তেওঁ য'তে থাকে পূজাৰ সময়ত যোৰহাট থিয়েটাৰত অভিনয় নকৰাকৈ নাথাকে। বন্ধ হোৱা মাত্ৰেই যোৰহাটত উপস্থিত হয়হি। আমি স্কুলত থকাৰে পৰা তেওঁৰ অভিনয় নৈপুণ্য দেখা পাইছিলোঁ। চাণক্য, ভীষ্ম আদি চৰিত্ৰৰ অভিনয়ত তেওঁ বিশেষ আকৰ্ষণীয় আছিল।  'মহৰি' নাটকৰ চাহ বাগিচাৰ চাহাবৰ অভিনয়ত বৰঠাকুৰ আৰু 'মাকৰি মেমৰ' অভিনয়ত মিত্ৰদেৱ মহন্ত অপূৰ্ব সংযোগ আছিল। দেখা মানুহে সেই কথাবোৰ এতিয়াও পাহৰা নাই। প্ৰায় ১৯২৮ চনলৈকে বৰঠাকুৰে যোৰহাটৰ পূজাত অভিনয় কৰিছিল। পাচলৈ তেওঁৰ স্বাস্থ্য বেয়া হ'ল আৰু তেওঁতকৈ বয়সত অলপ সৰু গুণধৰ মিত্ৰদেৱ মহন্তৰো স্বাস্থ্যৰ ক্ৰমে অৱনতি হোৱাত এই দুজনা অভিনেতাক একেলগে দেখিবলৈ পোৱা টান হ'ল।

নগাওঁ গৱৰ্ণমেণ্ট হাইস্কুলৰ পৰা অৱসৰ লৈ বৰঠাকুৰদেৱে এবছৰমান বেবেজীয়া হাইস্কুলৰ হে'ডমাষ্টৰৰ পদত আছিল। সেই সময়ত (১৯৪৪) স্থানীয় ৰাইজৰ অনুৰোধক্ৰমে তেওঁ দুৰ্গাপূজাৰ প্ৰতিমা নিজে সাজি দিছিল। সেই প্ৰতিমা আমিও চাবলৈ যোৱা মনত পৰে। উল্লেখযোগ্য যে মিছন স্কুলৰ বাহিৰে যি স্কুলতে তেওঁ আছিল, তাতে সৰস্বতী পূজাৰ প্ৰতিমা তেওঁ নিজে সাজিছিল, আৰু প্ৰতি বাৰৰে প্ৰতিমাৰ একোটা নতুনত্ব দেখা গৈছিল। তেওঁ থিয়েটাৰৰ ছিনো আঁকিব পাৰিছিল। তেওঁ বাদ্যযন্ত্ৰ—বিশেষকৈ তবলাত সিদ্ধহস্ত আছিল। শ্বিলং গৱৰ্ণমেণ্ট হাইস্কুলৰ হে'ডমাষ্টৰ হৈ থাকোঁতে এবাৰ বহাগ বিহুত তেওঁ এটা হুঁচৰি দলৰ আগৰণুৱা হৈ মানুহৰ ঘৰে-ঘৰে হুঁচৰি ("কৃষ্ণৰ মূৰতে বকুলফুল এপাহি নিয়ৰ পাই মুকলি হ'ল ঐ গোবিন্দই ৰাম") গাই ফুৰা মই দেখিছিলোঁ।

স্কুলৰ কামৰ পৰা অৱসৰ লোৱাৰ পাচত বৰঠাকুৰক সেই সময়ৰ চৰকাৰে অনা-অসমীয়াক অসমীয়া ভাষা শিকোৱা কাৰ্যত কেইবছৰমানলৈ বিশেষ নিযুক্তি দিছিল আৰু তেখেতৰ শিক্ষা-প্ৰণালী অতি কৃতকাৰ্য হোৱা বুলি প্ৰকাশ কৰিছিল।

তেওঁ এই কালছোৱাত অসমৰ বিভিন্ন ঠাইত সভা-সমিতি, সঙ্গীত প্ৰতিযোগিতা আদি বিভিন্ন সাংস্কৃতিক কাৰ্যত যোগ দিবলৈ অলপো এলাহ নকৰিছিল। তেওঁ নগাৱঁলৈ আহিলে আন কুটুম্বৰ ঘৰত নাথাকি আমাৰ বহাতহে

আতিথ্য গ্ৰহণ কৰিছিল। তেওঁৰ পাণ্ডিত্য আৰু বিবিধ কলাবিষয়ক জ্ঞান তেওঁৰ লগত অলপ সময় কথা পাতিলেই ভালেখিনি আহৰণ কৰিব পাৰি। ১৯৫৮ চন মানৰ পৰা তেখেতৰ স্বাস্থ্য দুৰ্বল হ'বলৈ ধৰিলে। ১৯৬০ চনৰ জানুৱাৰি মাহৰ প্ৰথম ভাগত তেখেতক যোৰহাট তৰাজানৰ নিজা ঘৰত শেষ বাৰৰ কাৰণে লগ পাইছিলোঁ। তাৰ কেইমাহমানৰ পাচতে তেখেত ঢুকাল।

এই বহুগুণী লোকজনে কেইবাখনো নাটক, কেইখনমান গদ্য আৰু দুখনমান কবিতা পুথি লিখিছিল। তাৰ মাত্ৰ কেইখনমানহে প্ৰকাশিত হৈছিল। তেওঁৰ জ্যেষ্ঠ পুত্ৰ নীলৰঞ্জন বৰঠাকুৰ পূৰণিগুদাম উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষৰূপে অৱসৰ লৈ দুবছৰমানৰ আগতে ঢুকাল। শিল্প বিষয়ত ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ এজন সুদক্ষ ছাত্ৰ গুৱাহাটীৰ যুগল দাসো কেইবছৰমানৰ আগতে ঢুকাল। স্বৰ্গীয় দাসে বৰঠাকুৰৰ জীৱনী হিচাপে অলপ লিখিছিল বুলি মোক কৈছিল; কিন্তু পাচত সেই বিষয়ে একো গম নাপালোঁ। বৰঠাকুৰৰ গুণী পুত্ৰ-নাতিসকলে আৰু তেখেতৰ গুণগ্ৰাহী বন্ধু আৰু ছাত্ৰসমাজে তেওঁৰ পুথিসমূহ প্ৰকাশৰ ব্যৱস্থা কৰিব পাৰিলে উত্তম কাম হয়। আৰু সৰুকৈ হ'লেও তেখেতৰ জীৱনী এখন প্ৰকাশ কৰিলে সিও নিশ্চয় অতি লাগতিয়াল কাম হ'ব। এনে গুণী পুৰুষসকল বিস্মৃতিৰ আন্ধাৰত লুকাই থাকিলে সমাজৰে অশেষ ক্ষতি। OO

# মীনকেতন

প্ৰথমতে আমি মাছমৰীয়া, তাৰ পাছত পশু মৰীয়া, শেষত খেতিয়ক আৰু কলকাৰখানাৰ ভৃত্য। সূৰ্যৰ মুখত সোপা দিব কোনে। সত্যক লুকাই ৰাখিব নোৱাৰি। আমি মানুহবোৰৰ ৰজাৰ পৰা খৰি-ভাৰীলৈকে ধাৰ্মিকৰ পৰা পামৰলৈকে সকলোৱেই মাছমৰীয়াৰ বংশধৰ। কালক্ৰমত আমি ওখ-চাপৰ হ'লোঁ, তথাপি আমি মাছমৰীয়াৰ বংশধৰ। সেইগুণে মাছৰ লগত মানুহৰ ধুই পেলাব নোৱৰা সম্বন্ধটো আজিও বৈ গৈছে। শকুন্তলা নাটকত মহাকবিয়ে মাছমৰীয়া এটাক যে দ্বিজত্ব দি গল সেই কথা আপোনাসবৰ অনেকেই নিশ্চয় জানে।

ইংৰাজী ভাষাত বহুত গ্ৰন্থৰ চিৰিজ আছে। আকাৰত সৰু, দামটো এটকাৰ বেছি নহয়। এনে অকণ অকণ কিতাপত কিন্তু সাহিত্য, বিজ্ঞান, দৰ্শন, বুৰঞ্জী আদি বিবিধ বিষয়ৰ জানিব লগীয়া কথাবিলাক চমুকৈ দিয়া থাকে। এই কিতাপবোৰ নিৰ্ভৰযোগ্য, কিয়নো এইবিলাকৰ লেখক একোটা একোটা বিষয়ত বিশেষ পাৰদৰ্শী। এই আৰ্হিতে বিশ্ব ভাৰতীয়েও বঙলা ভাষাত ভালেখিনি গ্ৰন্থ উলিয়াইছে। তিনিকুৰি বছৰমানৰ আগতে বিলাতৰ পৰা পেলিকান (pelican) আৰু পেঙ্গুইন (penguin) নামে দুটা চিৰিজ ওলাইছিল। ইয়াৰ প্ৰথম সম্পাদকজন আছিল ভাৰতীয় লোক মিঃ মেনন। যিজন লোক পাছত জৱাহৰলাল নেহৰুৰ মন্ত্ৰীসভাত মন্ত্ৰী হৈছিল। এই চিৰিজ কিতাপবোৰো বেলেগ বেলেগ বিষয়ত লিখোৱা হৈছিল। যেনে— Socialism, Religion and Industry ইত্যাদি। দামো এটকাৰ বেছি নাছিল। মই নিজে ভালেখিনি কিতাপ কিনিছিলোঁ। এবাৰ কলিকতালৈ যাওঁতে মোৰ চিনাকি কিতাপৰ দোকান এখনত সোমালোঁ। মোক চাহ খুৱাই তেওঁলোকে মোৰ আগতে এই দুটা চিৰিজৰ নতুনকৈ অহা কিতাপবোৰ আনি থলেহি। এখন কিতাপৰ নাম দেখিলোঁ। Fishlore (মৎস্যবিদ্যা)। মই কিতাপখন হাতত লৈ এটা পাত মেলিয়েই দেখিলোঁ প্ৰথম অধ্যায়ত চেক্সপীয়েৰৰ এখন নাটকৰ এটা উদ্ধৃতি। সেই কাৰণে সেইখন কিতাপো মই আন কিতাপৰ লগতে কিনি পেলালোঁ। উদ্ধৃতিৰ কথাখিনি এনে—

এজন হোজা মানুহে সাগৰৰ ওপৰত থিয় হৈ থকা এজন ভদ্ৰলোকক সুধিলে, দেউতা মাছবোৰ নো পানীত কেনেকৈ থাকে? ভদ্ৰলোকজনে উত্তৰ দিলে। আমি মানুহবোৰে যেনেকৈ বামত থাকোঁ। বৰটোৱে সৰুটোক খায় (Timon of Athens)। এই Fish lore কিতাপখনত সাহিত্য একেবাৰে নাই, একেবাৰে technical। বিভিন্ন মাছৰ শাৰীৰিক গঠন আৰু মাছৰ বিভিন্ন শ্ৰেণীৰ কথা

আছে। ডাঙৰ মাছে যে সৰু মাছক খায় এই কথাষাৰ বুজাবলৈকে চেক্সপীয়েৰৰ নাটকৰ উদ্ধৃতি দিছে। ডাঙৰ মাছে সৰু মাছক খোৱাৰ কথা মহাভাৰততো আছে। ভীষ্মই যুধিষ্ঠিৰৰ আগত ৰাজধৰ্মৰ কথা কওঁতে কৈছিল যে দেশত ৰজা নাথাকিলে মাৎস্যন্যায় অৱস্থা হয়। অৰ্থাৎ ডাঙৰ মাছে সৰু মাছ খোৱাৰ দৰে বলী মানুহে নিৰ্বলীক উৎপীড়ন কৰে। কিন্তু বুৰঞ্জীয়ে কয় যে, দেশত শাসক থাকিলেও অনেক সময়ত বলৱন্তই দুৰ্বলী মানুহক অত্যাচাৰ-উৎপীড়ন কৰে আৰু এতিয়াও কৰি আছে। হঠাতে এটা কথা মনত পৰিল বোধকৰোঁ কোনোবা পুৰাণত আছে। ৰাঘৱ বুলি এবিধ মাছ আছিল, সিহঁত ইমান ডাঙৰ যে তিমি মাছকো গিলিব পাৰে। সৰুতে গাৱঁত দেখিছিলোঁ মানুহে ন-খোৱা ভোজলৈ আৰু মাঘ বিহুত মেজিৰ ভোজলৈ গেলা বিলৰ পৰা বৃহৎ বৰালি মাছ আনে। এনে বৰালিক ৰাঘ বৰালি বুলি কৈছিল। ৰাঘৱ মাছৰ সোঁৱৰণী এই ৰাঘ শব্দত বোধকৰোঁ ৰৈ গৈছে। আমাৰ গাৱঁৰ মানুহৰ পক্ষে মাছ বৰ হেঁপাহৰ বস্তু। মাছ পোৱা ঠাইক ভোগালী ঠাই বুলি কয়। কবি মহাপুৰুষেও বৰদোৱাৰ বিশেষণ দিওঁতে শস্যে-মৎস্যে অনুপম বুলিহে কৈছে। জনাৰ ভাত-মাছ নজনাৰ গলগ্ৰহ। অসমৰ বাঁহিৰৰ মানুহে দাইল-ভাত বা দুধ-ভাত বুলি কয়। অসমীয়া মানুহে কিন্তু ভাত-মাছ বুলিহে কয়। মাছে আমাৰ ভাষাক প্ৰবাদ বচন, বাক্যভংগী, সাধু কথা ইত্যাদিৰে সমৃদ্ধ কৰিছে। ডাকৰ বচনত মাছৰ আঞ্জা ৰন্ধাৰ দিহা দিছে। বিষ্ণুনামত কেইবাঠাইতো মাছৰ উল্লেখ আছে। ডেকাক শিঙি মাছে ফুটিছে, বেজৰ গুৰিলৈ গৈছে। মাধৱ কন্দলীৰ ৰামায়ণত এটা শাৰী আছে ঃ বৰশীয়া ৰাৱণৰ পুঙাতহে দৃষ্টি।

বৰশীয়া মানে বৰশী বোৱা মানুহ। মাধৱ কন্দলীৰ এই কথা ফাঁকি মাধৱ কন্দলীয়ে লিখা নে পৰৱৰ্ত্তী কোনোবা কবিয়ে লগাই দিলে কব নোৱাৰি। কিয়নো আমি আজিকালি মাধৱ কন্দলীৰ ৰচনা বুলি যিখিনি পাইছোঁ তাৰ কিমানখিনি প্ৰকৃততে মাধৱ কন্দলীৰ ৰচনা কোৱাটো টান। অনন্ত কন্দলী আৰু আন আন কবিসকলে মাধৱ কন্দলীৰ কবিতাত হস্তক্ষেপ কৰি বেমেজালিৰ সৃষ্টি কৰি থৈ গৈছে।

কোনোবা এখন চৰিত্ৰ পুথিত পোৱা যায় আমাৰ মহাপুৰুষজনাই বোলে লৰা মাছো এনে জুতি লগাই ৰান্ধিব পাৰিছিল লগৰ আতৈসকলে খাই বৰ তৃপ্তি পাইছিল। অসমৰ বৈষ্ণৱসকলৰ অনেকেই মাছ খায়, মাংস নাখায়। আমাৰ অনেক বৈষ্ণৱ গুৰু আৰু ভকতেও নিৰামিষ আহাৰহে কৰে। আমাৰ সৰ্বসাধাৰণ মানুহে মাছ, হাঁহ-পাৰ খায়। মাছ-পুঠী কিবা এটা নহলে আলহীক ভাত দিবলৈকো ভাল নাপায়। চন্দ্ৰধৰ বৰুৱাৰ 'ৰঞ্জন' নামে কবিতা পুথিখনত গীতাৰ পৰা মাছলৈকে বিবিধ বিষয়ৰ গধুৰ আৰু লঘু কবিতা আছে। আৰু কোনোবাই

যদি মাছৰ বিষয়ে লিখিছে মই নাজানো। সপ্তদশ শতিকাত ইংৰাজ লেখক এজনে Complete Angler বোলা এখন সুন্দৰ গদ্য পুথি লিখি গৈছে। ইংৰাজ সাহিত্যতো এই পুথিখনৰ বিশেষভাৱে বিৱৰণ পোৱা যায়। বৰশী বোৱাত একান্ত মনোযোগ দিয়া মানুহজনৰ কথাখিনি ময়ো এবাৰ পঢ়ি চাইছিলোঁ, মোৰ ভাল লাগিছিল। ভাৰতীয় সাহিত্যত এনে বৰশী বোৱা কোনোবাই এনে কিতাপ লিখিছে নে মই নাজানো। আমাৰ তৰুণ ফুকনেও বৰশী বাইছিল, কিন্তু তেওঁ চিকাৰৰ কথাহে লিখি থৈ গৈছে।

মাছৰ পেটত ওলোৱা হীৰা-মাণিকে মানুহৰ জীৱনলৈ আনিব পৰা অপূৰ্ব ভাগ্যৰ কথা নানা কাহিনীত পোৱা যায়। কিন্তু মাছে কেনেকৈ প্ৰলয় জলত চাৰি বেদ উদ্ধাৰ কৰিলে সেই কথাৰ কোনো তত্ত্ব বুজিব নোৱাৰিলোঁ। পুৰাণবিলাকৰ কথা বেদতকৈও প্ৰাচীন যেন লাগে। পৰৱৰ্ত্তী কালৰ কবিসকলে সেইবোৰ গোটাই বিভিন্ন পুৰাণ কৰিলে। সুদুৰ অতীতত কবিসকলে এই কথাবোৰ কি অৰ্থত ব্যৱহাৰ কৰিছিল, এইবোৰ বা কিহৰ প্ৰতীক আমি আজিৰ ছৱালে সেইবোৰ বিচাৰি কণামুনাকৈ খেপিয়াই ফুৰিছোঁ। উল্লেখ কৰিব পাৰি যে বেদব্যাস মুনিৰ মাক মাছমৰীয়াৰ জীয়াৰী। মৎস্য-পুৰাণ এখন লেখৰ পুৰাণ, বিষ্ণুৰ ভাগত পৰে। ধৰ্মীয় কথাৰ বাহিৰেও মৎস্য-পুৰাণ আদি কিছুমান পুৰাণত শিল্প-সাহিত্য আদিৰ কথাও পোৱা যায়। এইবোৰ কথাৰ মূল্য আছে। মৎস্য-পুৰাণৰ অলপমান মই পঢ়িছিলোঁ, তাৰ কিছুমান বাক্য বচন কালিদাসৰ কবিতাতো প্ৰায় একেদৰেই পোৱা যায়। মৎস্য পুৰাণৰ লগত কালিদাসৰ সম্পৰ্ক সম্বন্ধে কোনেও একো আলোচনা কৰা নাই।

নৃতত্ত্বৰ (Anthropology) পণ্ডিতসকলে, মাছমৰা সঁজুলিৰ বিষয়েও (Fishing implement) অধ্যয়ন আৰু গৱেষণা কৰে। অসমীয়া মানুহে যি হাতেৰে তাল-খোল বজায় আৰু ভাওনাৰ মুখা সাজে সেই হাতেৰেই জকাই, জুলুকি, চেঁপা সাজি লয়। মাছৰ সঁজুলি প্ৰায় প্ৰত্যেক ঘৰতে থাকে। ইয়াৰ পৰাই মানুহৰ মাছলৈ আগ্ৰহ কিমান বুজিব পাৰি। ড° ভূপেন হাজৰিকাৰ ৰংমন মাছলৈ যোৱা গীতটি অসমত অতি জনপ্ৰিয়। কৰুণ কাহিনী। আমি স্কুলত নৱমমান শ্ৰেণীত ঠিক এই ৰসৰ এটা ইংৰাজী কবিতা পঢ়িছিলোঁ, "Three fishers"। সেই কবিতাৰ শেষৰ শাৰীটো মোৰ মনত এতিয়াও আছে— Men must work and Women must weep আইৰিচ কবিজনৰ "Riders to the Sea" নামৰ একাঙ্কিকা নাটকখনিও মাছমৰীয়া জীৱনৰ কৰুণ কাহিনী লৈ ৰচনা কৰা এখনি ঘনীভূত ট্ৰেজেদি। চাৰ্চ-লেম্বে অন্য প্ৰসঙ্গত কোৱাৰ দৰে পঢ়িবহে পাৰি অভিনয় কৰিব নোৱাৰি।

আয়ুৰ্বেদ আৰু দ্ৰব্যগুণৰ নাম নুশুনা সাধাৰণ গাৱঁলীয়া মানুহেও মাছৰ

গুণাগুণৰ কথা জানে। তেল কম থকা মাছক মানুহে কাঠ মাছ বোলে। যেনে— শ'ল, গৰৈ ইত্যাদি। এইবোৰ মাছ বেমাৰীৰো পথ্য। গৰৈ মাছৰ সংস্কৃত নাম গৰঘ্নী অৰ্থাৎ বিষনাশক। দৰিকণা মাছ পাতত দিয়া কিন্তু মোৰ অতি প্ৰিয়, তাৰ ৰস আৰু গন্ধ দুয়োটাই। পাকৈত গৃহিণীৰ আৰু ইলিহি মাছৰ উপমা দিছে। সেই দুশাৰী কবিতা নিশ্চয় আপোনাসকলে জানে। আমি সৰুতে দেখিছিলোঁ বসন্ত ওলালে আইসকলে ৰোগীক বৰালি মাছ খুৱাই পকনী দিয়ে। এই প্ৰসঙ্গতে আইসকলে গোপিনী সবাহত গোৱা নাম এফাঁকি মনত পৰিছে ঃ 'জল দি পূজিলোঁহেঁতেন বিটালিলে মাছে'। মাছে পানী ঘোদালে, অপৱিত্ৰ হয়। কালিদাসৰ এটা উপমা আছে—

সুপ্তমীন ইৱ হ্ৰদ ঃ।

মোৰ প্ৰবন্ধৰ শেষ কথা হ'ল এয়ে— বাৰ হাত জালৰ তেৰ হাত ফটা। ভকতসকলে ইয়াক নানা ৰকমে ব্যাখ্যা কৰে। ভাৰতৰ মাছে ভাৰতক নাটে, বিদেশৰ পৰা আমদানি হয়। অথচ ভাৰতত মাছৰ গোন্ধ নোলোৱা মানুহো অসংখ্য আছে। ○○